প্ৰকাশক
চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব, অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৩

প্ৰথম প্ৰকাশ
নৱেম্বৰ, ১৯৭২

মূল্য
দহ টকা

মুদ্ৰক
শ্ৰীসৰযূ প্ৰেছ
শ্ৰীৰামপুৰ, হুগলী

# অৱতৰণিকা

চুটি আৰু গল্প হ'লেই যে চুটিগল্প হ'ব, তাৰ কোনো নিশ্চয়তা নাই। আয়তনৰ ক্ষুদ্ৰতাই যদি চুটিগল্পৰ অনিবাৰ্য লক্ষণ হ'লহেঁতেন, তেনেহ'লে হয়তো এই গল্পটোকেই পৃথিৱীৰ শ্ৰেষ্ঠতম চুটিগল্প বুলি স্বীকাৰ কৰি ল'ব লাগিলহেঁতেন ঃ

'মানুহজনে সুধিলে,—তুমি ভূত বিশ্বাস কৰা নে?

নকৰোঁ। —মই উত্তৰ দিলোঁ।

লগে লগে মানুহজন অদৃশ্য হৈ গ'ল।'

এইটো এটা গল্প নহয় বুলি কোনেও ক'ব নোৱাৰে। আৰু, গল্প হিচাপে ই ভীষণ চুটি। তথাপি, ই চুটিগল্প নহয়। এটা মাথোন অংক থকা নাটকমাত্ৰেই যিদৰে অংকীয়া নাট নহয়, চুটিকৈ লিখা গল্পমাত্ৰেই সেইদৰে চুটিগল্প নহয়।

চুটিগল্প আপোন চৰিত্ৰবৈশিষ্ট্যৰ মহিমাৰে মণ্ডিত এক স্বতন্ত্ৰ শিল্পৰূপ। আৰু, এই স্বতন্ত্ৰ শিল্পৰূপৰ চৰিত্ৰবৈশিষ্ট্য অথবা স্বৰূপ উপলব্ধি কৰিবলৈ হ'লে ইয়াৰ লগত তুলনা কৰি চোৱাৰ প্ৰয়োজন উপন্যাসৰ, যি শিল্পৰূপৰো উপকৰণ একেই গল্প। উপন্যাস যেন এক অতিকায় অজগৰ। অলসমন্থৰ তাৰ গতি, আৰু বিচিত্ৰ তাৰ দেহৰ সৌন্দৰ্য। বিচৰণৰ ক্ষেত্ৰ তাৰ বিশাল এক অৰণ্য। স্বাভাৱিকতে, তাৰ ভ্ৰমণৰ প্ৰতিটো অধ্যায়ত ছাঁ-পোহৰৰ বিচিত্ৰ লীলাখেলাই তাৰ সৌন্দৰ্যক আৰু বেছি মোহময় কৰি তোলে। আনহাতে, চুটিগল্প যেন এটি পাখিলাহী পখিলা। নাচি নাচি উৰি আহে, এক লহমাৰ বাবে এটা ফুলৰ পাহিত বহি মৌ চোঁহে, তাৰ পিচত উৰা মাৰি কোনোবাখন পায়গৈ। আমাৰ চকুৱে বন্দী কৰিব পাৰে মাথোন তাৰ এক লহমাৰ আকণ্ঠ মধুপান।

উপমাৰ আশ্ৰয় নোলোৱাকৈ উকা ভাষাৰে ক'বলৈ হ'লে, উপন্যাসৰ গল্প হ'ল জীৱনৰ বহু বিচিত্ৰ সম্পৰ্কেৰে সম্পৰ্কিত এক বা একাধিক ব্যক্তিৰ পূৰ্ণবৃত্ত কাহিনী ; আৰু চুটিগল্পৰ অৱলম্বন হ'ল সেই বিস্তৃত জীৱনপ্ৰবাহত ভাঁহি উঠা এটি স্বৰ্ণিল মুহূৰ্ত অথবা এটা উজ্জ্বল ঘটনা। সেইবাবেই, এটাৰ গতি অতি শ্লথ আৰু মন্থৰ, আনটোৰ গতি খৰ আৰু চঞ্চল। ভাষাও সেইদৰে এটাৰ ক্ষেত্ৰত বৰ্ণবহুল বৰ্ণনামুখৰ আৰু আনটোৰ ক্ষেত্ৰত কৃপণ ব্যঞ্জনাময়।

নক'লেও হ'ব, উপন্যাসত চৰিত্ৰৰ দীৰ্ঘ পৰিক্ৰমা আৰু জটিল বিৱৰ্তনেই নহয়, অনেক সময়ত দৰ্শন, ইতিহাস আৰু মনস্তত্ত্বসম্পৰ্কীয় বহু বিচিত্ৰ বিষয়ৰো সমাৱেশ পৰিলক্ষিত হয়। কাহিনীও সেইদৰে যথেষ্ট শাখা-প্ৰশাখাৰে ভাৰাক্ৰান্ত আৰু অজস্ৰ পল্লৱেৰে পল্লৱিত হৈ থাকে। কিন্তু, চুটিগল্পৰ সংকীৰ্ণ পৰিসৰত ইমান অধিক বিভিন্নগন্ধী বিষয় আৰু জটিল বৈচিত্ৰ্যৰ বাবে ঠাই নাই। যি কোনো চুটিগল্পৰে অৱলম্বন মাথোন এটা, হওক সি তুচ্ছাতিতুচ্ছ, কোনো ক্ষতি নাই। এগৰাকী বিখ্যাত চুটিগল্পকাৰ এইচ. ই. বেট্‌ছৰ ভাষাত, "যি কোনো বস্তু —এটা ঘোঁৰাৰ মৃত্যুৰপৰা আৰম্ভ কৰি এগৰাকী গাভৰুৰ প্ৰথম প্ৰেমলৈকে, এটা ফুলৰ পাপৰি মেল খোৱাৰপৰা আৰম্ভ কৰি এটা প্ৰবল ভূমিকম্পলৈকে প্ৰতিটো বস্তুৱেই

চুটিগল্পৰ বিষয় হ'ব পাৰে!" চৰ্ত বুলিবলৈ কেৱল এটা—চুটিগল্পৰ পখিলাটো মাথোন এটা ফুলতেই বহিব লাগিব! চুটিগল্পৰ আনন্দ মাথোন একেটি ফুলৰ মধুগ্ৰহণতেই শেষ। সেইবাবে, চুটিগল্পত উপন্যাসৰ পৰিপূৰ্ণ পৰিতৃপ্তি নাই, আছে অসম্পূৰ্ণ তৃপ্তিৰ ব্যাকুলতামিহলি স্মৃতি; ভিন্ন প্ৰসংগত ৰবীন্দ্ৰনাথে ক'বৰ দৰে, "শেষ কৰিও ভাব হ'ব, শেষ হৈয়ো নহ'লে যে শেষ!"

পোনপতীয়াকৈ ক'বলৈ হ'লে, উপন্যাস আৰু চুটিগল্পৰ পাৰ্থক্য মুঠেই বহিৰাশ্ৰয়ী নহয়। দুয়োবিধ শিল্পকৰ্মৰ মাজত এক মৌল প্ৰভেদ বৰ্তমান। সেয়েহে, 'ৱৰ্ল্ড'ছ্ গ্ৰেটেষ্ট্ নভেলছ ইন ডাইজেষ্ট্ ফৰ্ম'ৰ সাৰাংশসমূহ চুটিগল্প নহয়। আনহাতে, বহুত চুটিগল্প আছে, যিবোৰ চুটিগল্প 'ডাইজেষ্ট্-নভেল'বোৰতকৈ বহু বেছি দীঘল; আনকি, কেতিয়াবা তেনেকুৱা একোটা চুটিগল্পই আলবেয়াৰ কামুৰ 'আউটচাইডাৰ'ৰ নিচিনা একোখন সম্পূৰ্ণ উপন্যাসকো গিলি থ'ব পাৰে। আচল কথাবাৰ হ'ল আয়তনৰ কৃশতা নিৰ্ভৰ কৰে গল্পটোৰ ভাববস্তুৰ প্ৰয়োজনৰ ওপৰত। উল্লেখযোগ্য যে, বিষয়বস্তু আৰু ৰূপবিন্যাস একান্তভাৱে চুটিগল্পৰেই হোৱা সত্ত্বেও মোপাচাঁৰ 'চৰ্বিৰ পিণ্ড' আৰু হেমিংৱেৰ 'ফ্ৰান্সিচ মেকোম্বাৰৰ ক্ষণিক সুখ-জীৱন' ভাববস্তুৰ প্ৰয়োজনতে সৰুসুৰা উপন্যাসৰ সমানে দীঘল। ৰসভংগৰ দায়িত্ব গ্ৰহণ নকৰাকৈ সিহঁতক চুটিকৈ লিখাৰ উপায় মোপাচাঁৰো নাছিল, হেমিংৱেৰো নাছিল। অথচ জীৱনৰ খণ্ডাংশৰ ছবি বুলিয়েই এই দীঘল গল্প দুটাও ৰসৰ বিচাৰত চুটিগল্পই!

তথাপি, চুটিগল্প বুলিলে গল্প সিমান দীঘল হোৱাটো কোনেও প্ৰত্যাশা নকৰে, ঠিক যেনেকৈ কোনেও প্ৰত্যাশা নকৰে বহুবোৰ দৃশ্য এটা মাত্ৰ অংকৰ ভিতৰত সামৰি একাংকিকা বুলি পৰিবেশিত হ'ব! চুটিগল্পৰ এগৰাকী জনকস্বৰূপ এড্‌গাৰ এলেন পো-ৱে আয়তনৰ চাৰিসীমা এইদৰে বান্ধিব খুজিছিল, "আধা ঘণ্টাৰপৰা এক ঘণ্টা অথবা অতি বেছি দুঘণ্টাৰ ভিতৰত পঢ়ি শেষ কৰিব পৰা কথা-কাহিনীয়েই চুটিগল্প।" শিল্পবস্তুৰ সংজ্ঞা হিচাপে ঘড়ীৰ কাটাৰ ওপৰত নিৰ্ভৰশীল এনেকুৱা কটকটীয়া জোখ-মাপৰ বস্তু সমালোচকসকলে গ্ৰহণ কৰিবলৈ টান পায়। আমাৰ বোধেৰে, চমাৰচেট মমৰ নিৰ্দেশ ইয়াতকৈ বেছি স্পষ্ট আৰু নন্দনতত্ত্বসন্মত। তেওঁৰ মতে, "একেটা বৈঠকতে পঢ়ি শেষ কৰিব পৰা গল্পই চুটিগল্প।"

## ॥ ২ ॥

চুটিগল্পক চুটিকৈ ৰাখিবৰ বাবে নিৰ্মাণশৈলীৰ অন্তৰালত যি দুটা শিল্পাদৰ্শই কাম কৰি থাকে, সেই শিল্পাদৰ্শ দুটা হ'ল : লক্ষ্যৰ একমুখিতা আৰু ফলশ্ৰুতিৰ একময়তা। ভাল চুটিগল্পৰ লক্ষ্য সদায় মাথোন এটা মানবীয় চৰিত্ৰৰ কোনো এক বিশেষ দিশৰ উন্মোচন, নাইবা কোনো বিশেষ ধৰণৰ এটা পৰিৱেশ সৃষ্টি, অথবা কোনো এক অবিস্মৰণীয় মুহূৰ্তৰ চিত্ৰণ। অপ্ৰয়োজনীয় সকলো বৰ্ণনা, সকলো ঘটনা আৰু সকলো ভাবনা পৰিহাৰ কৰি গল্পক তাৰ লক্ষ্যসন্ধানী পথেদি আগবঢ়াই লৈ যাব পৰাতেই ইয়াৰ সফলতা। চুটিগল্পৰ লিখক সেইবাবেই অত্যন্ত মিতভাষ হ'বলৈ বাধ্য। কেৱল ভাষাই নহয়, চৰিত্ৰৰ ৰূপায়ণ, কাহিনীৰ বিন্যাস, পাৰিপাৰ্শ্বিকতাৰ বৰ্ণনা—সকলোতে চুটিগল্প লিখকৰ প্ৰখৰ মাত্ৰাচেতনাই



তেওঁৰ সফলতাৰ সঁচাৰকাঠি। সেইবাবে, সাৰ্থক চুটিগল্পত এনেকুৱা অপ্ৰয়োজনীয় ছত্ৰ এটিও পাবলৈ নাই, যিটো ছত্ৰই গল্পক তাৰ লক্ষ্যস্থলত উপনীত হ'বৰ বাবে কোনো নহয় কোনো প্ৰকাৰে সহায় নকৰে। বহু সময়ত দেখা যায়, গোটেই গল্পটোৰ বীজ প্ৰথম বাক্যটোতে প্ৰচ্ছন্ন হৈ থাকে; আনকি, কেতিয়াবা গল্পৰ শিৰোনামাতে সি লুকাই থাকে। পিৰানডেল্লোৰ 'মৌচম্বী' তাৰ উজ্জ্বল দৃষ্টান্ত। এই গল্পটোৰ কেন্দ্ৰবস্তু হ'ল, এজন প্ৰাক্তন প্ৰেমিকৰ প্ৰেমিকা-দৰ্শনৰ অম্লমধুৰ অভিজ্ঞতা। সেই অভিজ্ঞতা সুমথিৰা টেঙাৰ দৰে মিঠাও নহয়, নেমুটেঙাৰ দৰে জিভা কোঁচাই নিয়া টেঙাও নহয়—টেঙ্গাৰিন, মানে মৌচম্বীৰ দৰে নেমু আৰু সুমথিৰাৰ সংমিশ্ৰিত ফলৰ টেঙেচীয়া মিঠা!

আৰু, ফলশ্ৰুতিৰ একময়তা! লক্ষ্যৰ একমুখিতাৰে ই অনিবাৰ্য পৰিণতি। সকলোবোৰ ভাল চুটিগল্পৰে চূড়ান্ত ৰূপ এটা নিটোল ফলৰ দৰে। যেন মাজত এটা বীজ—আৰু তাৰ চাৰিওপিনে আঁটিল এথোপা মঙহ। চুটিগল্প যদি এটা আপেল, উপন্যাস তেনেহ'লে এটা সুমথিৰা। কেইবাটাও ফুট লগ লাগিহে এটা সুমথিৰা আৰু তাক আঁটিলকৈ ধৰি ৰাখে ওপৰৰ বাকলিটোৱে। কিন্তু, চুটিগল্প নামৰ আপেলটো ওপৰৰ বাকলি, ভিতৰৰ মঙহ আৰু মাজৰ গুটি গোটেইখিনি একেলগে খাজ খাই থকা বস্তু। ইয়াৰ চৰিত্ৰ, কাহিনী আৰু পৰিৱেশ কোনো কাৰোপৰা বিচ্ছিন্ন আৰু বিশ্লিষ্ট অৱস্থাত নেথাকে; অৱশ্যে, কোনো এটা বিশেষ উপাদানে প্ৰাধান্য লাভ কৰিব পাৰে।

ব্ৰাণ্ডেৰ মেক্সুজে তেওঁৰ 'চুটিগল্পৰ দৰ্শন' নামৰ গ্ৰন্থখনত 'ইম্প্ৰেশ্যন'ৰ ঐক্যৰূপকেই চুটিগল্পৰ প্ৰাণ বুলি বৰ্ণনা কৰিছে। তেওঁৰ মতে, যি কোনো চুটিগল্প পঢ়ি উঠাৰ পিচত মন ভৰি উঠে, কিবা নহয় কিবা এটাৰ ছঁয়ামঁয়া ধাৰণাৰে। মনটোত দাগ কাটি থৈ যায়, মাথোন এটা বিশেষ অনুভূতিয়ে। জীৱনৰ এক‌াঁজলি ৰঙিয়াল হাঁহি, এটোপাল চকুৰ পানী, এমুঠি বিস্ময়ৰ জিলিঙনি, এচেৰেঙা সপোনৰ আভাস, অলপমান দোধোৰমোধোৰ—এইবোৰেই হ'ল একো-একোটা চুটিগল্পৰ অৱলম্বন। কিন্তু, মানুহৰ জীৱনৰ আধ্যাত্মিক বিৱৰ্তনৰ ইতিহাস, গভীৰতম বিষাদৰ অভিজ্ঞতা, জয়-পৰাজয়ৰ গৌৰৱ আৰু গ্লানি এইবোৰ বস্তু বিচাৰিবলৈ হ'লে উপন্যাসৰ ওচৰ চাপিব লাগিব। কঁত্যেল মেণ্ডিচৰ 'এহাল হেৰোৱা তৰা' অথবা কালমেন মিক্সজাথৰ 'সেউজীয়া মাখি'ৰ দৰে গল্পই সেই বৈচিত্ৰ্য আৰু বিশালতাৰ আস্বাদ দিবলৈ অক্ষম, যাৰ আস্বাদ পোৱা যায় টলষ্টয়ৰ 'যুদ্ধ আৰু শান্তি' নাইবা ৰোমা ৰোলাঁৰ 'জঁ ক্ৰিষ্টফ'ৰ দৰে উপন্যাসত। চুটিগল্পক চুটি বুলি আখ্যা দিয়াৰ আচল কাৰণটো এয়েই। বিন্দুৰ বুকুত সিন্ধুৰ আভাস দিব পৰাতেই চুটিগল্পৰ চৰম সাৰ্থকতা।

আংগিকৰ ফালৰপৰা বিবেচনা কৰিলে দেখা যায়, চুটিগল্পৰ কাহিনী ৰূপায়ণ আৰু চৰিত্ৰাংকনৰ কিছুমান স্বতন্ত্ৰ বৈশিষ্ট্য আছে। কাহিনীৰ ৰূপবিন্যাস সম্পৰ্কে চমাৰচেট মমে এষাৰ অতি ধুনীয়া কথা কৈছে। তেওঁৰ মতে, "মোৰ দৃষ্টিত পাৰ্থিৱ হওক অথবা আধ্যাত্মিক হওক, এটা বিশেষ ঘটনাৰ বৰ্ণনাই চুটিগল্প। আৰু, সেই ঘটনাক তাৰ বিস্তাৰৰ বাবে অপ্ৰয়োজনীয় অবান্তৰৰ অৱতাৰণা নকৰাকৈ নাটকীয় সংহতি দিব পৰাতেই চুটিগল্পৰ সফলতা।" কাহিনীৰ নাটকীয় সংহতি বুলিলেই গাঁথনিৰ দৃঢ়তা আৰু প্ৰতিটো

অংশৰ ঘন পাৰস্পৰিক নিৰ্ভৰশীলতাক বুজায়। যিহেতু চুটিগল্পত জীৱনৰ খণ্ডাংশহে চিত্ৰিত হয়, সেইবাবে ইয়াৰ সূচনা আৰু সমাপ্তি অতি সূক্ষ্ম শিল্পবুদ্ধিৰ ওপৰত প্ৰতিষ্ঠিত হোৱা একান্ত প্ৰয়োজন। চুটিগল্পৰ সূচনা উপন্যাসৰ দৰে মুঠেই পত্ৰপুষ্পশোভিত নহয়। বৰং, প্ৰথম বাক্যটোৱেই গোটেই গল্পটোৰ ৰসৰ গাগৰি উজাৰকৈ দিব খোজে। ঠিক সেইদৰে, চুটিগল্পৰ সমাপ্তিও সমানে মৰ্মস্পৰ্শী।

অৱশ্যে, সমাপ্তিৰ মৰ্মস্পৰ্শিতা দুটা সম্পূৰ্ণ বেলেগ ৰীতিৰে পৰিৱেশিত হ'ব পাৰে। কিছুমান চুটিগল্প আছে, যিবিলাকৰ সমাপ্তি অতি ব্যঞ্জনাময়। ৰবীন্দ্ৰনাথৰ 'কাবুলীৱালা' গল্পটোৰ সমাপ্তি তাৰ উজ্জ্বল দৃষ্টান্ত। অন্য কিছুমান চুটিগল্প আছে, যিবিলাকৰ সমাপ্তি অতি অঘটন-ঘটনপটিয়সী। মোপাচাঁৰ 'দি নে'কলেচ' গল্পটোৰ সমাপ্তি তাৰ বিশিষ্ট নিদৰ্শন। দুয়োটা গল্পৰ সমাপ্তিয়ে সমানে চকুপানী সৰুৱাই যায়। মাথোন ধৰণ দুটা বেলেগ। এটাই আলফুলকৈ বুকুত বেদনাৰ ছাঁ পেলাই থৈ যায়। আনটোৱে মুহূৰ্ততে বুকুত বেদনাৰ তীক্ষ্ণ আঘাত দি থৈ যায়, যি আঘাতৰ কাৰণে হৃদয় অকণো প্ৰস্তুত নাছিল।

চৰিত্ৰাংকনৰ বৈশিষ্ট্য সম্পৰ্কে হেনৰী জেমছৰ অভিমত তাৎপৰ্যপূৰ্ণ। তেওঁৰ মতে, মানুহৰ চৰিত্ৰৰ জটিল মনঃসমীক্ষণেই চুটিগল্পৰ প্ৰধান সামগ্ৰী। প্ৰশ্ন হৈছে, চুটিগল্পৰ চমু পৰিসৰত চৰিত্ৰ বিস্তাৰৰ সম্ভাৱনাই বা কিমানখিনি? তথাপি, যিবোৰ গল্পৰ কাহিনী দুৰ্বল, সেইবোৰ গল্পত চৰিত্ৰৰ মানসিক দ্বন্দ্ব-সংঘাতৰ চিত্ৰণেৰেই ৰসৰ পোহাৰ মেলিবলগীয়া হয়। তদুপৰি, সফল কথাশিল্পীয়ে চৰিত্ৰৰ সেই জটিল ৰূপটো আঁকি উলিয়ায় সংলাপৰ সহায়েৰে, ঘটনাৰ বৰ্ণনাৰে নহয়। মানুহৰ মনৰ গোপন প্ৰদেশৰ প্ৰতিটো বুদ্‌বুদ-কণিকা যেন পৃথিৱীৰ পোহৰলৈ ওলাই আহে তীক্ষ্ণ সংলাপৰ সৰু সৰু উৰ্মিৰ ৰূপত। এইখিনিতে এষাৰ কথা কৈ থ'ব পাৰি, ভাল চুটিগল্পৰ শ্ৰেষ্ঠত্ব নিৰ্ভৰ কৰে, আধাতকৈয়ো বেছি, সংলাপ-ৰচনাৰ দক্ষতাৰ ওপৰত।

॥ ৩ ॥

সাহিত্যৰ সকলোবোৰ বিশিষ্ট শিল্পপ্ৰকৰণৰ ভিতৰত চুটিগল্পই নতুনতম সৃষ্টি। চুটিগল্প উনবিংশ শতিকাৰ ফৰাচী প্ৰতিভাৰ দান। অৱশ্যে, পৃথিৱীৰ প্ৰথম চুটিগল্প কোনটো —সঠিককৈ কোৱা টান। তথাপি, বালজাকৰ 'ড্ৰল ষ্টৰিজ'ৰ গল্পসমূহতে প্ৰথমবাৰৰ কাৰণে উপন্যাসিকা আৰু চুটিগল্পৰ চিন-নিচিন সীমান্ত অতিক্ৰম কৰি গল্পসাহিত্যই চুটিগল্পৰ নিশ্চিত ৰাজ্যত প্ৰৱেশ কৰাৰ আভাস পোৱা যায়। তাৰ পিচত, মেৰিমেৰ হাততেই চুটিগল্পই তাৰ স্বতন্ত্ৰ বৈশিষ্ট্য লাভ কৰা বুলি ক'ব পাৰি। মেৰিমেৰ 'নীল কক্ষ' নিঃসন্দেহে সকলোফালৰপৰা এটা নিখুঁত চুটিগল্প। এটা হোটেলৰ নীলৰঙী কোঠা এটাত মধুচন্দ্ৰিকা যাপনৰ বাবে অহা এহাল ডেকা-গাভৰুৰ মৰম-মধুৰ মুহূৰ্তবোৰক বাৰে বাৰে আমনি দি যোৱা, উচপ খুৱাই যোৱা পৰিস্থিতিয়েই হ'ল এই গল্পটোৰ কাহিনী। এই গল্পটোতেই



আমি প্ৰথমবাৰৰ কাৰণে লগ পাওঁ চুটিগল্পৰ সকলোবোৰ নিজস্ব লক্ষণ, দৃঢ়পিনদ্ধ কাহিনী, লক্ষ্যৰ একমুখিতা, ভাষাৰ সুমিতিবোধ আৰু 'ইম্প্ৰেশ্যন'ৰ একময়তা।

ঠিক একেটা সময়তে ৰুছ সাহিত্যতো চুটিগল্পই গঢ় লৈ উঠিছিল পুস্কিন, গোগল আৰু টুৰ্গেনিভৰ কিছুমান অনতিদীঘল গল্পত। পুস্কিনৰ 'ইস্কাপনৰ মেম' উপন্যাসিকা আৰু চুটিগল্পৰ মাজৰ ধূসৰ প্ৰদেশৰ সৃষ্টি। গোগলৰ 'অভাৰকোট' গল্প হিচাপে এক অনবদ্য সৃষ্টি। আকাকি আকাকিয়েভিচ নামৰ এজন নিৰীহ কেৰাণীৰ এটা নতুন অভাৰকোট কিনিবৰ বাবে প্ৰাণপণ সংগ্ৰামৰ অন্তত দুৰ্বৃত্তৰ হাতত নতুনকৈ সংগৃহীত অভাৰকোটটো হেৰুওৱাৰ কৰুণ কাহিনীয়েই গল্পটোৰ বিষয়বস্তু। গোগলে অৱশ্যে গল্পটোৰ শেষৰ পিনে আকাকি আকাকিয়েভিচক ভূতৰ মাহাত্ম্য দান কৰিছে। কিন্তু, এই ভূতটো যেন জাৰশাসিত ৰাচিয়াৰ নিপীড়িত জনগণৰ সঞ্চিত প্ৰতিশোধপৰায়ণতাৰেই প্ৰতিভূ। গল্পটোৰ বাস্তৱমুখিতা (ভূতৰ আবিৰ্ভাৱ সত্বেও), ক্ষুৰধাৰ ব্যংগ আৰু পৰিৱেশ সৃষ্টিৰ সফলতা স্মৰণযোগ্য। চুটিগল্প হিচাপে ইয়াৰ দুৰ্বলতা মাথোন গতিৰ মন্থৰতা। টুৰ্গেনিভ হ'ল ৰুছ সাহিত্য আৰু ফৰাচী সাহিত্যৰ সাঁকো। যদিও তেওঁৰ খ্যাতি উপন্যাসিক হিচাপেই, তথাপি তেওঁ চুটিগল্পৰ লিখক হিচাপেও সমানে সফল হ'ব পাৰিছিল।

অৱশেষত, ফৰাচী আৰু ৰুছ সাহিত্যত প্ৰায় একেটা সময়তে দুগৰাকী ক্ষণজন্মা কথাগুৰুৰ আবিৰ্ভাৱ ঘটিল। মোপাচাঁ আৰু চেখভ দুয়ো যেন পৃথিৱীত জন্মগ্ৰহণ কৰিছিল চুটিগল্প লিখিবলৈকে। অথচ, দুয়োৰো লিখাৰ মাজত সুমেৰু-কুমেৰু প্ৰভেদ। মোপাচাঁৰ গল্পবোৰ জানিবা ফটিক-আধাৰত বিধৃত একোটি উজ্জ্বল মুকুতা। ৰূঢ় বাস্তৱৰ ওপৰত প্ৰতিষ্ঠিত একোটি স্বচ্ছ আৰু পৰিচ্ছন্ন কাহিনী ; ক'তো এটিও অনাৱশ্যকীয় ৰেখাৰ আঁচোৰ নাই, অলংকৰণৰ কোনো আভাস নাই। পাদপীঠত বহি তেওঁ বহুদিন ধৰি ইয়াৰেই সাধনা কৰিছিল। প্ৰথম বয়সৰ বহুতো গল্পই তেওঁ বহুবাৰ সংস্কাৰ কৰিবলগীয়া হৈছিল। এটা গল্প তেওঁ ২৮বাৰ শোধন কৰিছিল, প্ৰত্যেকবাৰেই ফ্লবেয়াৰে তাৰ ত্ৰুটি উলিয়াইছিল অতিভাৱণৰ। তাৰ পিচত জন্ম হৈছিল এক নতুন মোপাঁচাৰ, যিজন মোপাচাঁ আছিল চুটিগল্প-ৰাজ্যৰ সম্ৰাট।

তেওঁৰ 'দি নে'কলেচ' বহুতো সমালোচকৰ মতে পৃথিবীৰ সৰ্বশ্ৰেষ্ঠ চুটিগল্প। কাহিনীটো অতি-সামান্য। এজনী গঢ়-হিচাপৰ নাৰী, যাৰ কামনা-বাসনা গোটেইখিনি চহকী বান্ধৱীবোৰৰ দৰে অলংকাৰ-পাতি পিন্ধাৰ উদগ্ৰ তৃষাতেই সীমাৱদ্ধ। গোটেই গল্পটোৱে গঢ় লৈ উঠিছে, এইৰূপ সামান্য কাহিনী আৰু এই অতিসাধাৰণ চৰিত্ৰটোক কেন্দ্ৰ কৰি। গল্পটোৰ সমাপ্তি অতি অপ্ৰত্যাশিত। এচমকা বিজুলীৰ পোহৰত উদ্ভাসিত হৈ উঠিছে জীৱনৰ সমস্ত ৰহস্য। চহা মানুহৰ চহকী কল্পনাৰ দাম কিমান বেছি! জীৱনবিয়পা দুখ আৰু চকুপানীৰে তাৰ দাম শোধ কৰিও শান্তি নাই। এটা মুহূৰ্তত দৈৱৰ ক্ৰুৰ পৰিহাসৰ সন্মুখীন হৈ অনুভৱ কৰিবলগীয়া হয়, যিখিনি চকুপানী সৰিল, সিও কোনো ফুল ফুলাব নোৱাৰিলে সেমেকা মাটিত – তাত গজি উঠিল মাথোন এজোপা শিজু-কাঁইটৰহে গছ!

চেখভৰ গল্পবোৰ জানিবা মানুহৰ হাতে খামুচি অনা একোমুঠি কুৱঁলী। বহু সময়ত গল্পৰ কোনো কাহিনীয়েই নেথাকে। থাকে মাথোন এটা পৰিমণ্ডল, যি পৰিমণ্ডল পৰিপূৰ্ণ হৈ থাকে ৰসৰ সুৰভি-নিৰ্যাসেৰে। তেওঁৰ 'দি ডাৰ্লিং' তাৰ সৰ্বশ্ৰেষ্ঠ নিদৰ্শন। বহুতো সমালোচকৰ মতে এইটোৱেই পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ চুটিগল্প—মোপাচাঁৰ 'দি নে'কলেচ' নহয়। চূড়ান্ত মীমাংসা আজিলৈকে কোনেও দিব পৰা নাই—কোনটো গল্প শ্ৰেষ্ঠতৰ! যি কি নহওক, টলষ্টয়ৰ দৰে মহান শিল্পী এগৰাকীয়েও এই গল্পটো পঢ়ি উঠি এটা অতি সুদীৰ্ঘ সমালোচনা লিখি এই গল্পটোৰ ভূয়সী প্ৰশংসা কৰি গৈছে। তেওঁৰ মতে, এই গল্পটোত আছে এটা উদ্ভটৰ আভাস। কুকিন উপাধিটোৱেই উদ্ভট, কুকিনৰ মৃত্যু-সংবাদ অনা টেলিগ্ৰামখনো উদ্ভট, এটা মস্ত টুপীৰ তলত ঢাক খাই থকা পশু-চিকিৎসকৰ ল'ৰাজনৰ অকণমানি মুখখনো সমানে উদ্ভট। এই উদ্ভটৰ মাজতে ভাঁহি উঠিছে প্ৰেমৰ গৰিমা, যি প্ৰেমে প্ৰেমাস্পদৰ কোনো খবৰেই নেৰাখে। টলষ্টয়ে তেওঁৰ নিজস্ব ভংগীৰে এই গল্পটোৰ লগত তুলনা কৰিছে, বাইবেলৰ বালাক আৰু বিলআমৰ আখ্যানটোৰ লগত। বিলআমক মাতি অনা হৈছিল, মোআবাইট্‌বিলাকৰ ওপৰত অভিসম্পাত বৰ্ষণৰ কাৰণে। কিন্তু, বিলআমে পাহাৰৰ চূড়াৰ ওপৰত থিয় হৈ অভিশাপ দিবলৈ মুখ মেলি ঢালি দিলে—নিজেই ক'ব নোৱাৰিলে কিয়-অন্তৰভৰা আশীৰ্বাদ! চেখভেও ঠিক সেইদৰে প্ৰগতিশীল নাৰীজাতিক উপহাস কৰিবলৈ লৈ ঢালি দিলে প্ৰাণৰ দৰদমিহলি প্ৰশংসা। সেই প্ৰেমেই বিশুদ্ধ প্ৰেম, যি প্ৰেমে কেৱল বিলাব জানে, বিচাৰিব নেজানে। সেই প্ৰেমৰ স্নিগ্ধ সুবাসেৰে সুবাসিত এক পৰিমণ্ডলেই হ'ল, এই বিশ্ববিশ্ৰুত গল্পটোৰ সমস্ত সৌন্দৰ্য।

এইদৰে মোপাচাঁ আৰু চেখভেই দিলে চুটিগল্প-সাহিত্যক তাৰ পৰিপূৰ্ণ ৰূপ, চুটিগল্প হৈ উঠিল সাহিত্যৰ সেই বিশেষ শিল্পকৃতি, য'ত পোৱা যায় ক্ষণিকৰ বুকুত চিৰন্তনৰ ব্যঞ্জনা আৰু বিন্দুৰ বুকুত সিন্ধুৰ চেতনা। দেশে-দেশে বিভিন্ন ভাষাৰ সাহিত্যত সংক্ৰমিত হৈ পৰিল এই নবীন শিল্পকৃতি। দেশে-দেশে বহুতো স্বনামধন্য কথাশিল্পীয়ে অনেক চুটিগল্প ৰচনা কৰিলে, যিবোৰ চুটিগল্পই বিশ্বসাহিত্যক আৰু বেছি ঐশ্বৰ্যময় কৰি তুলিলে।

কিন্তু, বিংশ শতিকাৰ চতুৰ্থ দশকৰপৰা অন্ততঃ পাশ্চাত্য সাহিত্যত চুটিগল্পই তাৰ সুঁতি সলালে। আধুনিকতম চুটিগল্পসমূহ আৰু পূৰ্বৰ দৰে নিটোল ফল হৈ থকা নাই। চুটিগল্প হৈ উঠিছে আধুনিক কবিতাৰ দৰেই কূট আৰু ৰহস্যময়। বহুবোৰ চুটিগল্পৰ সৃষ্টি হৈছে, যিবোৰক ছদ্মবেশী প্ৰবন্ধ বুলি আখ্যা দিয়াই ভাল। আৰু বহুতো চুটিগল্প ওলাইছে, যিবোৰৰ সৌন্দৰ্য কাহিনী, চৰিত্ৰ অথবা পৰিমণ্ডল - ক'তোৱেই নাই ; আছে কথাৰ ভাষাত লিখা কবিতাত। উপমাৰ ভাষাত ক'বলৈ হ'লে, নিটোল ফলৰ ঠাই দখল কৰি বহিছে বহুতো আকাৰ-প্ৰকাৰহীন প্ৰস্তৰখণ্ড আৰু সাগৰফেনাই। সেইবোৰ গল্পই হ'ল নিশ্চল প্ৰস্তৰখণ্ড,যিবোৰ গল্পৰ মেজাজ অতি সুতীক্ষ্ণ বৌদ্ধিক কিন্তু চৰিত্ৰৰ কোনো প্ৰবাহ নাই। আনহাতে, সেইবোৰ গল্পই হ'ল ফচফচীয়া সাগৰ ফেনা, যিবোৰ গল্পৰ চৰিত্ৰ-ৰূপায়ণত আছে সূক্ষ্ম মনোবিশ্লেষণ কিন্তু গল্পৰ কোনো গাঁথনিয়েই নাই। অৱশ্যে, এচিয়াৰ সাহিত্যত চুটিগল্পৰ চোতালত এতিয়াও স্বৰ্ণযুগৰ আবেলিৰ ছাঁয়েই পৰা নাই। এচিয়াৰ চুটিগল্প এতিয়াও গল্প হৈয়েই আছে।



এই সংকলনত মোপাচাঁ আৰু চেখভৰপৰা আৰম্ভ কৰি পৰৱৰ্তী কালৰ পৃথিৱীৰ প্ৰায়বোৰ দেশৰে ভিন্ন ভিন্ন স্বাদৰ চুটিগল্প সন্নিৱিষ্ট কৰা হৈছে। অৱশ্যে, বহুতো শ্ৰেষ্ঠ গল্পই বাদ পৰি গৈছে। আনকি, বিখ্যাত লিখকৰ বিখ্যাত গল্পও বাদ পৰিছে। কাৰণ কেইবাটাও। প্ৰথম, অনুবাদৰ অক্ষমতা। বহুত গল্প আছে, যিবোৰৰ কেৱল আক্ষৰিক অনুবাদহে সম্ভৱপৰ। গতিকে, সৌন্দৰ্য তাৰ পাহিতে থাকি আহে। দ্বিতীয়তে, একেসুৰীয়া গল্প দুটা পালে, এটাহে ৰখা হৈছে। আৰু, সেই গল্পটো দেশ হিচাপে ভাৰসাম্য ৰাখি নিৰ্বাচন কৰা হৈছে। দৃষ্টান্তস্বৰূপে, গোগলৰ 'অভাৰকোট' বাদ দি, চীনা গল্প 'ভেৰোনীয়া মাক'হে ৰখা হ'ল। তৃতীয়তে, গোটেই সংকলনখনত বিখ্যাত লিখকৰ অখ্যাত গল্প আৰু অনতিখ্যাত লিখকৰ বহুজন-প্ৰশংসিত গল্পৰ এটা সমন্বয় ৰাখিবৰ চেষ্টা কৰা হৈছে। উল্লেখযোগ্য যে, কাৱাবাতাৰ গল্পটো যেতিয়া 'অসম বাণী'ত প্ৰকাশিত হৈছিল তেতিয়ালৈকে তেওঁ নবেল পুৰস্কাৰেৰে পুৰস্কৃত হোৱা নাছিল ; আৰু এই সংকলন প্ৰকাশ হোৱাৰ মাথোন কেইদিনমান আগতহে হাইনৰিখ ব্যোল সেই একেই সন্মানেৰে সন্মানিত হৈছে, অথচ তাৰ বহু আগতেই তেওঁৰ গল্পটো ইয়াত সন্নিৱিষ্ট কৰা হৈছিল।

সদৌশেহত, এই সংকলনৰ কেইটিমান গল্পৰ প্ৰতিলিপি কৰি দিয়াৰ বাবে মোৰ ছাত্ৰ শ্ৰীমান নৰেশ দাসৰ শলাগ ল'লোঁ। আৰু, এই সংকলনৰ প্ৰকাশনৰ দায়িত্ব গ্ৰহণ কৰি প্ৰকাশন পৰিষদে আমাক ঋণী কৰিলে। আমাক এইদৰে ঋণী কৰাৰ মূলতে আছে, এই মহৎ অনুষ্ঠানটোৰ সুযোগ্য সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া। তেখেতলৈ কৃতজ্ঞতা জনোৱাৰ ভাষা আমাৰ নাই।

**মহেন্দ্ৰ বৰা**

# সূচীপত্ৰ

ফ্ৰান্স

## গী দ্য মোপাঁচা

গী দ্য মোপাঁচা ( ১৮৫০-১৮৯৩ ) চুটিগল্প-জগতৰ সম্ৰাটস্বৰূপ। তেওঁৱেই চুটিগল্পক তাৰ পৰিপূৰ্ণ ৰূপ দান কৰিলে। তেওঁৰ আগলৈকে চুটিগল্প উপন্যাসৰ সংক্ষিপ্ত ৰূপ হৈয়েই আছিল। তেওঁৱেই ইয়াক এটা স্বতন্ত্ৰ শিল্পৰূপ কৰি তুলিলে। গুস্তভ ফ্লবেয়াৰৰ পাদপীঠত বহি তেওঁ সংযত প্ৰকাশভংগীৰ সাধনা কৰে, যি প্ৰকাশভংগীৰ অবিহনে চুটিগল্পৰ নিজস্ব ৰূপায়ণ অসম্ভৱ। মোপাঁচাই কেৱল গল্পই নহয়, কেইখনমান বিখ্যাত উপন্যাসো ৰচনা কৰে। তাৰ ভিতৰত 'প্ৰিয় বন্ধু', 'এগৰাকী মহিলা' আৰু 'পীয়েৰ আৰু জিন' উল্লেখযোগ্য। কিন্তু, তেওঁৰ অমৰ খ্যাতিৰ কীৰ্তিস্তম্ভ হ'ল অসংখ্য চুটিগল্প। তেওঁৰ শেষ জীৱন অতি বেদনাময়। উন্মাদ ৰোগত আক্ৰান্ত হৈ তেওঁ এখন বেচৰকাৰী চিকিৎসালয়ত ইহলীলা সংবৰণ কৰে।

## কণ্ঠহাৰ / গী দ্য মোপাঁচা

তেওঁ আছিল তেনেকুৱা ধুনীয়া আৰু মৰম লগা ছোৱালীবিলাকৰে এজনী, যিবোৰ ছোৱালী কপালৰ ফেৰতেই ওপজেহি একোঘৰ কম বেতন পোৱা চাকৰিয়ালৰ পৰিয়ালত। কোনো যৌতুক অথবা উত্তৰাধিকাৰিত্বৰ সম্ভাৱনা নথকা হেতুকে, তেওঁ এনে কোনো ধনী আৰু পদমৰ্যাদাবিশিষ্ট মানুহক লগ পোৱাৰ সম্ভাৱনা নাছিল, যি তেওঁক বুজি পাব, তেওঁৰ প্ৰেমত পৰিব আৰু তেওঁক বিয়া কৰাব। গাতকে, তেওঁ শিক্ষা মন্ত্ৰী-দপ্তৰৰ এজন সামান্য কেৰাণীৰ লগতে বিয়া সোমাবলৈ সম্মতি দিছিল।

তেওঁৰ সাজ-পাৰ আছিল অতি সাধাৰণ। কাৰণ, বেছি জাকজমক কাপোৰ-কানি পিন্ধাৰ সামৰ্থ্য তেওঁৰ নাছিল। মনটো সেইবাবে সদায় অসুখী। তেওঁ যেন নিজতকৈ তলৰ খাপৰ কাৰোবাকহে বিয়া কৰিলে! মাইকী মানুহৰ মৰ্যাদা বোলা বস্তুটো জাতি-বৰ্ণ নাইবা বংশ-গৌৰৱৰ ওপৰত নিৰ্ভৰ নকৰে। নিৰ্ভৰ কৰে সৌন্দৰ্য, মাধুৰ্য আৰু কমনীয়তাৰ ওপৰত। তেওঁলোকৰ ক্ষেত্ৰত স্বাভাৱিক ৰুচিবোধ, সহজাত প্ৰবৃত্তিসুলভ সৌজন্য আৰু পৰিস্থিতিৰ লগত খাপ খুৱাই ল'ব পৰা গুণেই আভিজাত্যৰ মৰ্যাদা প্ৰদান কৰে, যি কোনো তলৰ শ্ৰেণীৰ তিৰোতাকো সম্ভ্ৰান্তৰো সম্ভ্ৰান্ত মহিলাৰ লগত এক আসনত বহাৰ অধিকাৰ দান কৰে। তেওঁৰ দৃঢ়বিশ্বাস আছিল, প্ৰতিটো নতুন ৰূপৰ উপকৰণ আৰু ভোগবিলাসৰ পৰিপূৰ্ণ আস্বাদ ল'বৰ বাবেই তেওঁৰ জন্ম! কিন্তু, তাৰ অভাৱ ঘটাৰ বাবেই তেওঁ সদায় এক অস্থিৰ জীৱন যাপন কৰিছিল। চাৰিওপিনৰ দৰিদ্ৰ পৰিবেশে তেওঁক হতাশ কৰি তুলিছিল। ঘৰটোৰ উকা দেৱাল, চকী-মেজবোৰৰ ভগা-ছিগা অৱস্থা আৰু পৰ্দাবিলাকৰ সস্তীয়া কাপোৰে তেওঁৰ মনটো বেদনাৰে ভৰাই তুলিছিল। যিবোৰ খুটি-নাটি কথা তেওঁৰ শ্ৰেণীৰ আন যিকোনো মাইকী মানুহে আওকাণ কৰি যোৱাটোৱেই নিয়ম, ঠিক সেইবোৰ কথাকে লক্ষ্য কৰি তেওঁৰ



মনত ক্ষোভ আৰু বেদনাৰ সঞ্চাৰ হৈছিল। তেওঁ তেওঁৰ হাতধৰী-লিগিৰী ব্ৰিটানি অঞ্চলৰ ছোৱালীজনীক দেখা পাবহে লাগে, লগে লগে তেওঁৰ মনত একো নোপোৱাৰ পৰম অতৃপ্তি আৰু সকলো পোৱাৰ মত্ত ব্যাকুলতাই হাঁহাকাৰ কৰি উঠে। তেওঁৰ কল্পনা-চকুত ভাঁহি উঠে—এটা নিৰ্জন কাষৰীয়া কোঠা, তাৰ চকী-মেজবোৰ প্ৰাচ্যদেশীয় আচ্ছাদন-বস্ত্ৰৰে সুশোভিত, ওচৰতে এটা বিৰাট ব্ৰোঞ্জৰ প্ৰদীপ জ্বলি আছে। আৰু হয়তো তাৰ দুৱাৰমুখত দুটা অতি ওখ চন্তৰী, সিহঁতে হয়তো ভৰিৰ সৰু-গাঁঠিৰপৰা আঁঠুলৈকে চেপামৰা পটলুং পিন্ধি অসহ্য গৰমত অস্থিৰ হৈ দুখন আৰামী চকীত টোপনিয়াই আছে। তেওঁ সপোন দেখে—এটা অতি আহল-বহল চ'ৰাঘৰ, তাৰ পৰ্দাবোৰ দুৰ্লভ প্ৰাচীন ৰেচমী কাপোৰৰ, আৰু তাৰ চকী-মেজবোৰ অমূল্য মণি-মুক্তা খচিত। তেওঁ সপোন দেখে—এটা বিচিত্ৰ আঁতৰ-সুবাসিত আৰু প্ৰণয়-গল্প মুখৰিত গোপন কোঠা, য'ত এদল অন্তৰঙ্গ বন্ধুৰ লগত সদায় আবেলি অলস মেল মাৰিব পাৰি, য'ত কোনো নহয় কোনো সম্ভ্ৰান্ত বন্ধুৰ তেওঁৰ প্ৰতি উচ্ছলিত অনুৰাগে বান্ধৱীদলৰ হৃদয়ত ঈৰ্ষাৰ সঞ্চাৰ কৰে।

ঘূৰণীয়া মেজখনৰ একাষে তেওঁ স্বামীৰ মুখামুখিকৈ বহি ৰাতিৰ আহাৰ খাবলৈ লয়। তেওঁৰ চকুত পৰি যায়, মেজৰ ওপৰত পাৰি থোৱা কাপোৰখন তিনি দিন ধৰি সলোৱা নাই। তেওঁৰ স্বামীয়ে চুৰুহাৰ চৰিয়াটোৰ ঢাকোনখন তুলিয়েই আনন্দত চিঞৰি উঠে, "বাঃ! কি মজাৰ বস্তু! বঢ়িয়া গোন্ধ ওলাইছে। বুজিছা, চুৰুহা খাবলৈ পালে মোক আৰু একো নেলাগে।" কিন্তু, তেওঁৰ মনত খেলাই যায় একেবাৰে বেলেগ ধৰণৰ কথা। চকচকীয়া ৰূপৰ বাচন আৰু এটা অনন্যসুন্দৰ কোঠা। দেৱালবিলাকত অত্যন্ত দামী কাপোৰৰ পৰ্দা, চাৰিওকাষে বিচিত্ৰ প্ৰাচীন ভাস্কৰ্যবস্তু আৰু নানা অদ্ভুত জীৱ-জন্তুৰ মূৰ্তি। কাঁহীৰ ওপৰত সজাই দিয়া অপূৰ্ব ৰুচিকৰ খাদ্য-সামগ্ৰী। চাৰিওপিনে অনুচ্চ কণ্ঠৰ আলাপ আৰু ৰহস্যময় হাঁহিৰ প্ৰবাহ। কোনোবাই হয়তো টিকটিকীয়া ৰঙা ৰৌ মাছৰ টুকুৰা এটা মুখলৈ তুলি লৈছে আৰু কোনোবাই হয়তো চুহিবলৈ ধৰিছে এটা কুকুৰা চৰাইৰ শকত ঠেং।

তেওঁৰ ভাল গাউন, ভাল অলংকাৰ—একোৱেই নাই। অথচ, তেওঁৰ আন একোলৈকে সিমান হেপাহ নাই। তেওঁ অনুভৱ কৰিছিল, এইবোৰ বস্তু পিন্ধিবলৈকে তেওঁৰ জন্ম। মানুহক আকৰ্ষণ কৰি, মুগ্ধ কৰি, অন্য তিৰোতাৰ ঈৰ্ষাৰ পাত্ৰী হৈ, পুৰুষৰ হৃদয়ত প্ৰেম জগাই কি যে মজাই নেলাগিলহেঁতেন! তেওঁৰ এগৰাকী চহকী বান্ধৱী আছিল, সৰুৰেপৰা একেলগে পঢ়িছিল। আগতে মাজে মাজে তেওঁৰ ঘৰলৈ গৈছিল। আজিকালি যাবলৈ এৰি দিলে। কাৰণ, তালৈ গ'লেই হিয়াখন

ভাগি আছে। এইদৰে এইবোৰ কথা ভাবি-গুণিয়েই তেওঁৰ দিনবোৰ দুখ, অনুশোচনা, হতাশা আৰু ক্ষোভৰ মাজেদি পাৰ হৈ গৈছিল।

এদিন সন্ধ্যা সময়ত তেওঁৰ স্বামীয়ে হাতত এটা বিৰাট খাম লৈ উৰুলীকৃত হৈ ঘৰ সোমালহি।

"এয়া চোৱা, তোমালৈ মই কি আনিছোঁ।"—তেওঁৰ স্বামীয়ে প্ৰায় চিঞৰি উঠিল।

তেওঁ খামটো হাতত লৈ লৰালৰিকৈ খুলিলে। ভিতৰত এখন ছপা কাৰ্ড। তাত লিখা আছিল:

"শিক্ষা মন্ত্ৰী আৰু তেওঁৰ সহধৰ্মিনী মাডাম জৰ্জ ৰাঁপোন্নোই মঁচিয়ে আৰু মাডাম লোৱাজেল উভয়কে শিক্ষা দপ্তৰত অহা ১৮ জানুৱাৰী সোমবাৰৰ দিনা অনুষ্ঠিত ভোজ-সভালৈ সাদৰ নিমন্ত্ৰণ জনাইছে।"

তেওঁৰ স্বামীয়ে আশা কৰাৰ দৰে তেওঁ আনন্দিত হোৱাৰ পৰিবৰ্তে, তেওঁ অতি বিৰক্তিৰে সৈতে সেই চিঠিখন মেজৰ ওপৰত দলি মাৰি থৈ দিলে। তাৰ পিচত তেওঁ কলে, "এইখন লৈ মই কি কৰিম?"

"কিয়? মই ভাবিছিলোঁ, তুমি এই নিমন্ত্ৰণ পাই বেচ ভাল পাবা। তুমি কেনিও ক'লৈকো নোযোৱা। গতিকে, ক'ৰবালৈ যোৱাৰ সুযোগটো পাই সঁচা-সঁচিকৈয়ে ভাল পাবা। বহুত কষ্ট কৰিহে এইখন সংগ্ৰহ কৰিছোঁ। প্ৰত্যেকেই নিমন্ত্ৰণী-পত্ৰ এখন পাবলৈ যথেষ্ট চেষ্টা কৰিছে। বছা বছা মানুহ চাইহে মাতিছে। আমাৰ কেৰাণীসকলৰ মাজত মাত্ৰ কেইজনমানকহে মাতিছে। তালৈ গ'লে, আটাইবোৰ ডাঙৰ ডাঙৰ বিষয়াকে দেখিবলৈ পাবা।"

তেওঁ তেওঁৰ স্বামীৰ মুখলৈ ক্লান্ত দৃষ্টিৰে চালে। তাৰ পিচত, খং-মিহলি কণ্ঠেৰে ক'লে, "কিন্তু কথা হ'ল—তেনেকুৱা এখন ভোজ-সভালৈ মই কি পিন্ধি যাব লাগে বুলি ভাবিছা?"

কথাষাৰ তেওঁৰ স্বামীয়ে ভাবিয়েই চোৱা নাছিল। গতিকে, মূৰটো খজুৱাই উত্তৰ দিলে,—"কিয়, তুমি যে নাটঘৰলৈ মাজে মাজে পিন্ধি যোৱা, সেই কাপোৰ-সাজ। দেখিবলৈ দেখোন ধুনীয়াই......।"

তেওঁ ৰৈ গ'ল। তেওঁ অবাক হৈ গ'ল, ঘৈণীয়েকে দেখোন চকুপানী টুকিছে। দুয়োগালেদি দুধাৰ চকুলো বাগৰি আহিছে।

"কথাটো ভালকৈ বুজাই নোকোৱা কেলৈ?"—ঘৈণীয়েকৰ হাতখন খামুচি ধৰি তেওঁ কৈ উঠিল।

যথেষ্ট কষ্ট কৰি মনৰ আবেগ দমাই, তেওঁ চকুহাল মোহাৰি উঠি গম্ভীৰ কণ্ঠেৰে উত্তৰ দিলে, "আন একো নহয়। মোৰ ফ্ৰক বুলিবলৈ এটাও নাই। গতিকে মই সেই ভোজ-সভালৈ যাব নোৱাৰোঁ। তুমি তোমাৰ নিমন্ত্ৰণী চিঠিখন তোমাৰ অফিচৰে কোনোবা বন্ধুক দিয়া। এনে এজন বন্ধুক দিবা যাৰ ঘৈণীয়েকে মোতকৈ ভাল কাপোৰ-কানি পিন্ধে।"



গিৰীয়েক অপ্ৰস্তুত হৈ পৰিল।

"ৰ'বাচোন, মেটিল্ডা! কথাটো ভাবি-চিন্তি লওঁ। তোমাৰ হিচাপ মতে বাৰু ভাল ফ্ৰক এটাত কিমানমান পৰিব পাৰে? ভাল মানে, যথেষ্ট সাধাৰণ বুলিয়েই ধৰা, ভৱিষ্যতেও কিবাকিবি উৎসৱত পিন্ধিব পৰা ধৰণৰ।"

ঘৈণীয়েকে অলপ সময় ভাবিলে। মনে মনে হিচাপ কৰি চালে, কিমান বুলি ক'লে ভাল হ'ব? কিমান বুলি ক'লে এই সাধাৰণ কেৰাণীগৰাকীৰ কোঢ়া-মুঠিয়া স্বভাৱৰ পক্ষে হজম কৰি লোৱাটো সহজ হ'ব আৰু কোৱাৰ লগে লগে বিমুখ হোৱাৰ সম্ভাৱনা নাথাকিব!

অৱশেষত তেওঁ কওঁ-নকওঁকৈ ক'লে, "কিমান বুলি যে কওঁ, ভাবিয়েই নেপাওঁ দেখোন! মোৰ ধাৰণা, চাৰিশ ফ্ৰাঁমান হ'লেই যোগাৰ কৰিব পাৰিম।"

বেচেৰা কেৰাণীজন শেঁতা পৰি গ'ল। ঘৈণীয়েকে ঠিক সিমানখিনিয়েই খুজিলে, যিমানখিনি তেওঁ এটা বন্দুক কিনিবলৈ সাঁচিছিল। তেওঁ ভাবি থৈছিল, বন্দুকটো কিনা হ'লেই বন্ধুবিলাকৰ লগত তেওঁলোকৰ দৰেই প্ৰত্যেক দেওবাৰে চিকাৰলৈ যোৱাৰ অভ্যাস কৰিব। বন্ধুবিলাকে প্ৰায়েই নাঁতেৰ উপত্যকাত হাঁইঠা চিকাৰ কৰিবলৈ যায়, তেৰোঁ যাব।

তেওঁ উত্তৰ দিলে, "ঠিক আছে। মই বাৰু চাৰিশ ফ্ৰাঁ দিম। তুমি কিন্তু গাউনটো কিনিবৰ সময়ত যেন সঁচাসঁচিকৈয়ে ধুনীয়া চাই কিনিবলৈ নেপাহৰা।"

ভোজ-সভাৰ দিনটো চমু চাপি আহিল। গাউনটো যদিও কিনা হ'ল, তথাপি মাডাম লোৱাজেলৰ মনটো মুঠেই ফৰকাল হোৱা যেন নেলাগিল।

"কি হ'ল? পৰহিৰেপৰা দেখোন তোমাৰ মনটো গোমা হৈ থকা দেখিছোঁ!" —তেওঁৰ স্বামীয়ে এদিন গধূলি কথাষাৰ সুধি পেলালে।

তেওঁ উত্তৰ দিলে, "ভাবিছোঁ, মোৰ দেখোন অলংকাৰ বুলিবলৈ একোৱেই নাই। আনকি, সোণৰ পিন এটাও নাই। নিজকে অতি ভিকহু ভিকহু যেন লাগিব। ভাবিছোঁ, ভোজ-সভালৈ নেযাওঁৱেই নেকি।"

"তুমি নহ'লে কেইটামান ফুলকে পিন্ধি ল'বা। এই বছৰ দেখিছোঁ

সেইটোও এটা বেচ নতুন 'ফেশ্যন' হৈছে। দহ ফ্ৰাঁ দিলেই দুই তিনিটা ধুনীয়া গোলাপ ফুল কিনিব পাৰিবা।"

কথাবাৰত তেওঁ পতিয়ন নগ'ল।

"ওঁ-হো। ইমানবোৰ চহকী মাইকী মানুহৰ সমাগমত নিজৰ দাৰিদ্ৰ্যটো ওলাই পৰাতকৈ অপমানৰ কথা একোৱেই হ'ব নোৱাৰে।"

"তোমাতকৈ ডাঙৰ মূৰ্খনো আৰু কোন আছে? তুমি দেখোন তোমাৰ বান্ধৱী মাডাম ফৰেষ্টিয়াৰৰপৰাই দুপদমান অলংকাৰ ধাৰলৈ আনিব পাৰা! তোমাৰ লগত তো যথেষ্ট বন্ধুত্ব আছে।" —তেওঁৰ স্বামীয়ে ক'লে।

লগে লগে তেওঁ আনন্দত চিঞৰি উঠিল "এৰা! কথাষাৰ মোৰ মনত খেলোৱাই নাছিল।"

পিচদিনাখন তেওঁ তেওঁৰ বান্ধৱীৰ ঘৰলৈ গ'ল আৰু বান্ধৱীৰ আগত নিজৰ বিপদৰ কথা ক'লে।

মাডাম ফৰেষ্টিয়াৰে আলমাৰীৰ দেৰাজ খুলি, এটা বিৰাট অলংকাৰৰ বাকচ উলিয়াই আনি বাকচটো বান্ধৱীৰ সমুখত মেলি ধৰিলে।

"তই নিজেই বাছি লচোন।"

মাডাম লোৱাজেলে কেইপাতমান খাৰু, এধাৰ মুকুতাৰ হাৰ আৰু এডাল মণি-মুক্তাখচিত 'ক্ৰুচ' বাছি উলিয়ালে। আয়নাৰ সমুখত থিয় হৈ এপদ এপদকৈ বস্তুবোৰ পিন্ধি চালে। পিন্ধি উঠি সোলোকাবৰ মনেই নগ'ল।

"আৰু একো নাই নেকি তোৰ?" —তেওঁ সুধিলে।

"আছে। তই নিজেই চাচোন। তোৰ বা কোনটো বস্তু পচন্দ হয়! অৱশেষত, তেওঁ এটা ক'লা ৰেচমী কাপোৰেৰে মেৰিওৱা সৰু বাকচৰ ভিতৰত এধাৰ অতি ধুনীয়া হীৰাৰ কণ্ঠহাৰ আৱিষ্কাৰ কৰিলে। তেওঁৰ আকলুৱা মনে বিচৰা বস্তুটোকে বিচাৰি পোৱাৰ লগে লগে তেওঁৰ বুকুখন ঘন ঘনকৈ ধপধপাবলৈ ধৰিলে। কঁপা কঁপা হাতেৰে তেওঁ হাৰডাল তুলি লৈ, থিয়-কলাৰ থকা গাউনটোৰ ওপৰত পিন্ধি ল'লে। তাৰ পিচত, আয়নাত জিলিকি উঠা প্ৰতিচ্ছবিটোলৈ হেপাহ নপলোৱা চকুৰে চাই ৰ'ল।

অলপ পৰৰ পিচত, ভয় ভয়কৈ সুধিলে, "এইধাৰ বাৰু দুদিনমানলৈ দিব পাৰিবিনে? মোক আৰু আন একো নিদিলেও হ'ব।"

"নিদিম কিয়? নে।"

তেওঁ আনন্দত তেওঁৰ বান্ধৱীক সাৱটি ধৰিলে। তাৰ পিচত, সেই অমূল্য সম্পদ লৈ তেওঁ এক ভীৰু চোৰৰ দৰে বান্ধৱীৰ ঘৰৰপৰা ওলাই আহিল।



ভোজ-সভাৰ ৰাতি। মাডাম লোৱাজেলৰ বিজয়-গৌৰৱে তাৰ পৰিপূৰ্ণতাৰ তৃপ্তি লভিলে। মুখত মধুৰ হাঁহি আৰু সৌজন্যৰ দীপ্তিৰে, দেহত এটা দামী গাউনৰ উচ্ছলতাৰে, গোটেই কোঠাটোৰ ভিতৰত তেৱেঁই আছিল সেই ৰাতিৰ ৰূপৰ কুঁৱৰী। তেওঁৰ মগজুত আনন্দৰ বা-মাৰলি উঠিছিল। পুৰুষ অতিথিসকলে তেওঁৰ পিনে ঘূৰি ঘূৰি চাইছিল আৰু তেওঁৰ নামটো জানিবৰ বাবে চেষ্টা কৰিছিল। বহুতে উপযাচি তেওঁৰ লগত পৰিচিত হৈছিলহি আৰু ডেকা বিষয়াসকলে তেওঁক 'ৱাল্ট্‌জ' নাচৰ সময়ত সংগিনী হ'বৰ বাবে প্ৰস্তাৱ দিছিলহি।

আনন্দত আপোন পাহৰা হৈ, সৌন্দৰ্য আৰু সফলতাৰ গৌৰৱত মতলীয়া হৈ তেওঁ গা-মন ঢালি দি নাচিছিল। তেওঁ যেন সপোন নদীতহে সাঁতুৰিবলৈ ধৰিছিল, যি নদীত তেওঁৰ ৰূপৰ প্ৰশংসা, সেই ৰূপে জগাই তোলা কামনাৰ উন্মাদনা, আৰু নাৰী-হৃদয়ৰ গোপন আকুতিৰ প্ৰকাশস্বৰূপ পৰিপূৰ্ণ বিজয়ৰ গৌৰৱ, সকলোবোৰ বিচিত্ৰ অনুভূতিৰে অনন্ত উৰ্মিমালাৰ খৰ-প্ৰবাহ ঘটিছিল।

নিশা শেষ নোহোৱালৈকে, দোকমোকালি চাৰি নবজালৈকে তেওঁ নাচৰ সংগিনী হোৱাৰ পৰা ৰেহাই পোৱা নাছিল। আনপিনে মাজনিশাৰ পিচৰেপৰা তেওঁৰ স্বামীক টোপনিয়ে লাহে লাহে হেঁচি ধৰিছিল। আন তিনিজন বন্ধুৰ লগত তেওঁ চ'ৰা-ঘৰলৈ ওলাই গ'ল। তেওঁলোকৰো পত্নীকেইগৰাকীয়ে নাচৰ আনন্দ সম্পূৰ্ণৰূপেই উপভোগ কৰিছিল।

তেওঁ তেওঁৰ ঘৈণীয়েকৰ গাত গৰম কোটটো পিন্ধাই দিলে। অতি সাধাৰণ আৰু সদায় ব্যৱহাৰ কৰা গৰম কোট। নাচৰ দামী সাজটোৰ ওপৰত পিন্ধাই দিলত, বস্তুটো আৰু বেছি আপচু যেন লাগি গ'ল। দুয়োটাৰে বৈসাদৃশ্য অনুভৱ কৰিয়েই মাডাম লোৱাজেল লৰালৰিকৈ ওলাই আহিবৰ কাৰণে ব্যাকুল হৈ পৰিল, যাতে দামী নোমৰ কোট পিন্ধা আন আন মহিলাসকলে তেওঁৰ সেই সস্তীয়া কোটটোলৈ মন কৰিবৰ সময় নেপায়। লোৱাজেলে বাধা দিবৰ চেষ্টা কৰিলে।

"তুমি ইয়াতে খন্তেক ৰোৱাচোন। মই ঘোঁৰা-বাগী এখন বিচাৰি আনোগৈ। নহ'লে বাহিৰত বৰ জাৰ পাবা।"

কিন্তু তেওঁ গিৰীয়েকৰ কথালৈ কাণ নিদিলে। খৰধৰকৈ খটখটিৰ ওপৰত ভৰি দিলেই। দুয়ো বাটলৈ ওলাই আহিল। কিন্তু কেনিও ক'তো ঘোঁৰা-বাগী এখনৰ সঁচেই নেদেখিলে। দুয়ো চাৰিওপিনে চকু ফুৰাবলৈ ধৰিলে। মাজে মাজে দূৰৈত দুই এখন বাগী দেখা পায়; কিন্তু হাতবাউল দি মাতি সঁহাৰি নেপায়। গতিকে জাৰত কঁপি কঁপিয়েই দুয়ো ছিন নদীৰ অভিমুখে খোজ দিবলৈ ধৰিলে।

অৱশেষত, নদীৰ পাৰত তেওঁলোকে এখন পুৰণি ধৰণৰ এক্কা গাড়ী বিচাৰি পালে। তেনেকুৱা ধৰণৰ গাড়ী মাথোন ৰাতিৰ পেৰীতহে পোৱা যায়, দিনৰ পোহৰত পেৰীৰ বাটত সেইবোৰ গাড়ী লাজতে নোলায়।

গাড়ীখন তেওঁলোকৰ ৰু ড্য মার্টাৰত থকা তেওঁলোকৰ ঘৰৰ পদূলিমুখলৈকে আহিল। দুয়ো আমনজিমনকৈ গাড়ীৰপৰা নামিল আৰু ঘৰৰ খটখটিত ভৰি থ'লেহি। ঘৈণীয়েকৰ বাবে এটা সপোন-সপোন নিশাৰ যৱনিকা পৰিল। থাকিল মাথোন তাৰ সোঁৱৰণী। আৰু গিৰিয়েকৰ বাবে, দহ বজাৰ লগে লগে এটা উজাগৰী নিশাৰ পিচত অফিচলৈ যোৱাৰ দুশ্চিন্তা।

আয়নাখনৰ সমুখত থিয় হৈ তেওঁ কোটটো খুলিলে। শেষবাৰৰ কাৰণে তেওঁ তেওঁৰ নিজৰ সেই অনিন্দ্যসুন্দৰ বেশেৰে ভূষিত ৰূপটোৰ ওপৰত চকু বুলাই লব খুজিলে। হঠাৎ তেওঁ হাহাকাৰ কৰি চিঞৰি উঠিল। তেওঁৰ ডিঙিত থকা হীৰাৰ কণ্ঠহাৰডাল নাই!

'কি হ'ল?'—গিৰীয়েকে কাপোৰ সলাবলৈ এৰি সুধিলে।

তেওঁ গিৰিয়েকৰ পিনে ভূতে পোৱা মানুহৰ দৰে চাই ক'লে, "মই···মই··· মাডাম ফৰেষ্টিয়াৰৰ হাৰডাল হেৰুৱাইছোঁ।"

"কি ক'লা? হাৰডাল হেৰাল? অসম্ভৱ!"—গিৰীয়েকে ভয় খাই উত্তৰ দিলে।

দুয়ো গাউনটোৰ ভাঁজবিলাকৰ মাজত বিচাৰি চালে। কোটটোৰ জেপ-বোৰো জাৰি-জোকাৰি চালে। কিন্তু ক'তোৱেই বিচাৰি নেপালে।

"তুমি বাৰু নিশ্চিত নে, নাচ-ঘৰৰপৰা পলাই আহিবৰ সময়তো হাৰডাল তোমাৰ ডিঙিতে আছিল?"

"ওঁ। অফিচৰ চ'ৰা-ঘৰটোত ৰ'বৰ সময়ত হাৰডাল এবাৰ চুই চোৱা মোৰ বঢ়িয়াকৈ মনত আছে।"

"কিন্তু, বাটত ক'ৰবাত হেৰোৱা হলে আমি পৰি যোৱাৰ শব্দ শুনিলো-হেঁতেন। নিশ্চয় সেই গাড়ীখনতে হেৰাইছে।"

"এৰা! মোৰো তেনেকুৱা যেনেই লাগিছে। গাড়ীখনৰ নম্বৰটো বাৰু তুমি চাইছিলানে?"

"ওঁ-হো। তুমি চাইছিলানেকি?"

"ওঁ-হো। চাবলৈ নহ'ল।"

দুয়ো-দুয়োৰো মুখলৈ চালে। দুয়ো ভয়ত শিয়ঁৰি উঠিল। অৱশেষত, লোৱাজেলে আধা সলোৱা কাপোৰযোৰ আকৌ পিন্ধি ল'লে।



"মই বাৰু আমি খোজকাঢ়ি অহা বাটডোখৰ চাই আহোঁগৈ। কিজানিবা বিচাৰি পাওঁৱেই।"

তেওঁ ঘৰৰপৰা ওলাই গ'ল। ঘৈণীয়েকে শুবলৈ যোৱাৰ শক্তি হেৰুৱাই পেলালে। চিন্তা কৰিবলৈয়ো অক্ষম হৈ পৰিল। অৱশেষত, চকী এখনত বহি পৰিল। গধূলি পিন্ধি যোৱা গাউনটো পিন্ধিয়েই কোনো জুই ছাই নোহোৱাকৈ সেইদৰেই বহি ৰ'ল।

সাতমান বজাৰ লগে লগে গিৰীয়েক উভতি আহিল। তেওঁ হীৰাৰ হাৰ-ডাল বিচাৰি নেপালে।

কথাষাৰ তেওঁ পুলিচক জনালে। বাতৰি কাকততো পুৰস্কাৰ ঘোষণা কৰি বিজ্ঞাপন দিলে। এক্কা গাড়ীৰ অফিচবিলাকতো খবৰ ল'লে। মুঠতে, য'তে অকণমান আশাৰ ৰেঙণি দেখিলে, তালৈকে দৌৰিবলৈ নেপাহৰিলে।

ঘৈণীয়েকে গোটেই দিনটো ছাটিফুটি কৰি কটালে। নানা চিন্তাই তেওঁক জুমুৰি দি ধৰিলে।

গধূলি লোৱাজেল ঘৰলৈ উভতি আহিল। দিনটোৰ ভিতৰতে মুখখন শুকাই নোহোৱা হ'ল, গাল দুখন সোমাই খাল হৈ পৰিল। তেওঁৰ সকলো অনুসন্ধান বিফল হৈছে।

"তুমি তোমাৰ বান্ধৱীলৈ চিঠি এখন দিয়া। তেওঁক এইবুলি জনোৱা যে, হাৰডালৰ শলখাডাল কেনেবাকৈ ভাগিল। গতিকে, তুমি মেৰামতি কৰাইহে ঘূৰাই দিবা। তেতিয়া হ'লে, আমি ভাবিবলৈ অন্ততঃ কেইদিনমান সময় পাম।"—গিৰীয়েকে পৰামৰ্শ দিলে।

ঘৈণীয়েকে তেওঁ কোৱামতেই চিঠি এখন লেখিলে।

এসপ্তাহ পাৰ হৈ যোৱাৰ পিচত, তেওঁলোকে হাৰডাল ঘূৰাই পোৱাৰ সকলো আশা এৰি দিলে। ইয়াৰ ভিতৰতে লোৱাজেল আচল বয়সতকৈ অন্ততঃ পাঁচ বছৰৰ বেছি বুঢ়া যেন লগা হৈ পৰিল।

"আমি এতিয়া নতুন হাৰ এডাল কিনি দিয়াৰ কথা চিন্তা কৰাই ভাল।"—লোৱাজেলে প্ৰস্তাৱ দিলে।

পিচদিনাখন তেওঁলোকে শুদা বাকচটো লৈ তাৰ ভিতৰপিনে যিখন দোকানৰ নাম লিখা আছিল, সেই দোকানখনলৈ গ'ল। দোকানীয়ে বহী-পত্ৰবোৰ তন্ন-তন্নকৈ চাই লৈ ক'লে, "মোৰ ধাৰণা, হাৰডাল আমাৰ ইয়াৰ-পৰা কিনা নাই। খুব সম্ভৱ, এই বাকচটো এনেয়ে খুজি নিছিল।"

তাৰ পিচত, তেওঁলোকে হেৰোৱা হাৰডালৰ লগত মিল থকা হাৰ এডাল

বিচাৰি দোকানে দোকানে সোমাই যাবলৈ ধৰিলে। দুয়ো তাৰ লগৰ হাৰ এডাল ক'তোৱেই বিচাৰি নেপাই হতাশ হৈ পৰিল।

অৱশেষত, তেওঁলোকে পেলে' ৰয়েলত থকা অলংকাৰৰ দোকান এখনত এডাল হীৰাৰ কণ্ঠহাৰ পালে। যিমানদূৰ মনত পৰিল, সেই হাৰডাল হেৰোৱা হাৰডালৰ সৈতে একেবাৰে একে যেনেই লাগিল। হাৰডালৰ দাম চল্লিশ হেজাৰ ফ্ৰাঁ। দাম-দৰ কৰাৰ পিচত, দোকানীজনে ছয়ত্ৰিশ হেজাৰ ফ্ৰাঁ পালে দিবলৈ মান্তি হ'ল। তেওঁলোকে দোকানীজনক তিনি দিনৰ ভিতৰত সেইডাল কাকো বিক্ৰী নকৰিবলৈ মান্তি কৰালে। তদুপৰি, যদি ফেব্ৰুৱাৰী মাহ শেষ হোৱাৰ আগতে আগৰ হাৰডাল কেনেবাকৈ ঘূৰাই পায়, তেনেহ'লে চৌত্ৰিশ ফ্ৰাঁ লৈ ওলোটাই দিয়াৰ চৰ্ততো মান্তি কৰালে।

লোৱাজেলৰ হাতত দেউতাকৰপৰা উত্তৰাধিকাৰী সূত্ৰে পোৱা ওঠৰ হেজাৰ ফ্ৰাঁ সাঁচতীয়াকৈ আছিল। বাকীখিনি তেওঁ ধাৰলৈ লোৱাৰ কথা চিন্তা কৰিলে। য'তে যেনেকৈ পালে ধাৰ বুটলিবলৈ ধৰিলে। কাৰোবাৰপৰা এহেজাৰ ফ্ৰাঁ আনিলে, কাৰোবাৰ পৰা হয়তো পাঁচ শ। আকৌ, ইয়াৰ হয়তো পাঁচ লুই; তাত তিনি লুই—এইদৰে খুচুৰা ধাৰো চপালে। কিছুমানক খৎ লেখি দিলে। কিছুমানক চৰা হাৰত সুদ দিবলৈ মান্তি হ'ল। সুদখোৰ, জুৱাচোৰ—কাৰো ওচৰত হাত পাতিবলৈ বাকী নেৰাখিলে। মুঠতে, নিজৰ সমস্ত ভৱিষ্যত বিক্ৰী কৰি, যিকোনো কাগজতে চকু মুদি চহী কৰি, জীৱন লৈ জুৱা খেলি, তেওঁ ধনখিনি গোটালে। দৈহিক কষ্ট আৰু নৈতিক দ্বন্দ্বেৰে পৰিপূৰ্ণ এক অন্ধকাৰ ভৱিষ্যতৰ সম্ভাৱনা মূৰত লৈ তেওঁ নতুন হাৰডাল কিনিবৰ কাৰণে দোকানলৈ গ'ল। দোকানীৰ মেজত তেওঁ ছয়ত্ৰিশ হেজাৰ ফ্ৰাঁ গণি দিলে।

মাডাম লোৱাজেলে হাৰডাল ঘূৰাই দিবলৈ যাওঁতে, মাডাম ফৰেষ্টিয়াৰে ধেমালি কৰি ক'লে, "তইনো বাৰু ইমান পলম কৰিব পাৰনে? মোৰ যদি পিন্ধিবৰ চখ গ'লহেঁতেন, তেতিয়া হ'লে কি সাংঘাতিক হ'লহেঁতেন—তয়েই ক।"

মাডাম লোৱাজেলে স্বস্তিৰ নিশ্বাস পেলালে—তেওঁৰ বান্ধৱীয়ে বাকচটো খুলি নেচালে! কেনেবাকৈ সলাই দিয়া কথাষাৰ গম পাই যোৱা হ'লে, তাই বাৰু কি ভাবিলেহেঁতেন? তাই বাৰু কি বুলি ক'লেহেঁতেন। তাই নিশ্চয় মাডাম লোৱাজেলক চোৰ বুলি ধৰি ল'লেহেঁতেন!

মাডাম লোৱাজেল এইবাৰ চৰম দাৰিদ্ৰ্যৰ বিভীষিকাময় ৰূপটোৰ লগত পৰিচিত হৈ পৰিল। তেওঁ সেই অৱস্থাৰ মুখামুখি হ'বলৈ মন বান্ধি লৈছিল



আৰু সাহসেৰে সৈতে নিজৰ ভূমিকা পালন কৰি যাবলৈ ধৰিলে। বিৰাট এক ধাৰ পৰিশোধ কৰিব লাগিব। তেওঁ যিকোনো প্ৰকাৰে সেই ধাৰ পৰিশোধ কৰিব। লিগিৰীজনীক কামৰপৰা বিদায় দিলে। তাৰ পিচত, ঘৰটো সলনি কৰি এটা মাথোন কোঠালি থকা জুপুৰী এটালৈ উঠি গ'ল। ঘৰৰ সকলোবোৰ যাৱতীয় কাম আৰু ৰান্ধনিঘৰৰ আমনি লগা ৰন্ধা-বঢ়াৰ দায়িত্ব গোটেইবোৰ তেওঁ নিজেই কৰিবলৈ ল'লে। খাই-বৈ উঠি, কাপোৰ-কানি ধোৱে আৰু কাঁহী-বাটি পখালে। লোহোৱাৰ তলিৰ চৰু-ছাই আৰু বট্‌লহীৰ ভিতৰৰ তেলচিকটি গুচাওঁতে নখৰ ওচৰৰ ৰঙচুৱা বোলৰ সঁচ নোহোৱা হৈ আহিল। কাপোৰকানি ধুই উঠি ৰ'দাব লাগে, চপাব লাগে—কামৰ অন্ত নোহোৱা হ'ল। পুৱা শুই উঠি চোতাল সাৰে আৰু জাবৰখিনি বাটৰ কাষৰ ঘেৰটোত পেলাই থৈ আহেগৈ। তাৰ পিচত, কলৰপৰা পানী কঢ়িয়াই আনে। পানীখিনি থৈয়েই বনুৱা-তিৰোতাৰ সাজ পিন্ধি বজাৰলৈ ওলাই যায়। পাচলিৰ দোকান, গেলামালৰ দোকান আৰু কচাইখানা—সকলোতে কড়া-ক্ৰান্তিলৈকে হাত ধৰি জোখৰ বস্তুখিনি কিনি আনে।

প্ৰত্যেক মাহতে দুখন-এখনকৈ খৎ উদ্ধাৰ কৰি আনে। কিছুমানৰ ধাৰৰ লেঠা আধাডুখৰীয়াকৈ মাৰি সুদৰ বোজা কমায় আৰু সময়ৰ ম্যাদ দীঘলীয়া কৰি লয়।

গিৰীয়েকে গধূলি দোকানে দোকানে খাতা লেখি দিয়াৰ কাম কৰে আৰু ৰাতি বহি বহি দলিল-পত্ৰ নকল কৰাৰ কাম কৰে। নকল-নবিচৰ কামত প্ৰতি পৃষ্ঠাত পাঁচ চু'কৈ পায়।

দহ বছৰ এইদৰেই কাটিল।

ইয়াৰ ভিতৰতে তেওঁলোকে ধাৰৰ সকলো লেঠা মাৰিলে। অকল মূলখিনিয়েই নহয়, সুদৰ লেঠাও মাৰিলে। কাকো একো দিবলৈ বাকী নেথাকিল।

মাডাম লোৱাজেল এতিয়া দেখাত একেবাৰে বুঢ়ী হৈ পৰিছে। সাইলাখ দুখীয়া মানুহৰ তিৰোতাৰ দৰে হৈ পৰিছে। স্থূল, কৰ্কশ আৰু কঠিন। চুলিৰ কোনো যত্ন নাই, গাউনটো সোলোক-ঢোলোক আৰু হাত দুখন ৰঙচুৱা। মাতটো আগৰ দৰে কোমল হৈ থকা নাই। ঘৰৰ মজিয়াখন ধুবৰ সময়ত, মতা মানুহৰ দৰে দুপ-দাপকৈ এফালৰপৰা ধুই নিয়ে। তথাপি, কেতিয়াবা গিৰীয়েক যেতিয়া অফিচত থাকে তেতিয়া তেওঁ খিৰিকীৰ কাষত বহি অতীতৰ কথা মনত পেলায়। মনটো সুদূৰ অতীতৰ কোনোবা এটা গধূলিৰ বুকুলৈ উৰি যায়। এটা পাহৰিব নোৱাৰা গধূলি! ৰূপে ভৰা গধূলি! বিজয়-আনন্দেৰে উপচি উঠা গধূলি!

তেওঁ যদি সেইদিনা হাৰডাল নেহেৰুৱালেহেঁতেন, সেই গধূলিটোৰ পৰিণতি বাৰু কি হলহেঁতেন—কোনে ক'ব পাৰে ? কোনোবাই বাৰু ক'ব পাৰিবনে ? নিয়তিৰ লিখন অতি অদ্ভুত ! জীৱনৰ জয়-পৰাজয়ৰ ৰূপটো এনেকুৱাই । সামান্য ঘটনা একোটায়েই জীৱনৰ গতি ঘূৰাই দিবৰ বাবে যথেষ্ট ।

কোনোবা এটা দেওবাৰে তেওঁ চেম্পছ ইলিচীৰ বাটেদি গৈ আছিল । গোটেই সপ্তাহটোৰ হাড়ভঙা খাটনিৰ পিচত অলপ স্বস্তিৰ নিশ্বাস পেলাবলৈকে ওলাই গৈছিল । হঠাৎ চকুত পৰিল, লগত এটা সৰু ল'ৰাৰে সৈতে এগৰাকী মহিলা । দেখিয়েই চিনি পালে, মাডাম ফৰেষ্টিয়াৰ । এতিয়াও তাহানিখনৰ দৰেই গাভৰু হৈয়েই আছে, ধুনীয়া আৰু ৰচকীজনী হৈয়েই আছে । মাডাম লোৱাজেলৰ মূৰেদি এচাটি বিজুলী খেলি গ'ল । তাইৰ লগত কথা পাতিব নেকি ? কিয় নেপাতিব ? ধাৰ-ঋণ মাৰি শেষ হ'ল যেতিয়া, গোটেই কাহিনীটো তাইক কোৱাত আপত্তি কি ? তেওঁ তাইৰ ওচৰ চাপি গ'ল ।

"সুপ্ৰভাত, জিন ।"

তেওঁৰ বান্ধৱীয়ে তেওঁক চিনিবই নোৱাৰিলে । অবাক হৈ চিন্তা কৰিলে, ইমান চিনাকি মানুহৰ দৰে নামকাঢ়ি মতা ধুন-পেঁচ নোহোৱা মানুহজনী কোন ?

"ক্ষমা কৰিবা, মই তোমাক চিনি পোৱা নাই । তুমি আন কোনোবা বুলি ভুল কৰিছা নেকি ?"—মাডাম ফৰেষ্টিয়াৰে কওঁ-নকওঁকৈ ক'লে ।

"ওঁহো, মোৰ ভুল হোৱা নাই । মই মেটিল্ডা লোৱাজেল ।"

লগে লগে তেওঁৰ বান্ধৱীয়ে চিঞৰি উঠিল ।

"মেটিল্ডা ! তই দেখোন একেবাৰে সলনি হৈ গ'লি !"

"এৰা, সিবাৰ তোক লগ পাই অহাৰ পিচৰেপৰা বহুত কষ্টৰ মাজেদি কটাবলগীয়া হৈছে । কষ্টৰ অন্ত নাই । ক'বলৈ গ'লে, তোৰ লেঠাতেই পৰি এইদৰে কষ্ট খালোঁ ।"

"মোৰ লেঠাত পৰি ? তাৰ মানে ?"

তোৰ মনত আছে নহয়, তোৰপৰা যে হীৰাৰ হাৰডাল আনিছিলোঁ শিক্ষা-মন্ত্ৰী দপ্তৰত নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ যোৱাৰ কাৰণে !"

"ওঁ । তাৰ পিচত ?"

"তাৰ পিচত, সেইডাল মই হেৰুৱালোঁ ।"

"মই একো বুজিয়েই পোৱা নাই । তই দেখোন সেই হাৰডাল মোক কোন-কাহানিবাই ওলোটাই দিলি !"

তোক মই নতুনকৈ এডাল কিনি আনি দিছিলোঁ । দেখাত প্ৰায় একেই ।



যোৱা দহ বছৰ ধৰি আমি তাৰ দাম আদায় দিওঁতেই গৈছে । বুজিছই নহয়, আমাৰ লেখীয়া মানুহ কাৰণে কথাষাৰ মুঠেই উজু নহয় । যি কি নহওক, এতিয়া আৰু এটা পইচাও বাকী দিবলৈ নাই । তোকনো কি ক'ম, এতিয়াহে অকণমান উশাহ লব পাৰিছোঁ ।"

মাডাম ফৰেষ্টিয়াৰ থৰ লাগি ৰ'ল ।

"তাৰ মানে তই মোৰ হাৰডালৰ সলনি নতুনকৈ এডাল হীৰাৰ কিনি আনি দিছিলি ?"

"ওঁ । তই তেনেহলে এতিয়াও উমান পোৱা নাই ? পাবি কেনেকৈ, দেখিবলৈ তোৰ হাৰডালৰ দৰেই অবিকল একে !"

কথাষাৰ কৈ তেওঁ এটি নিৰ্ভেজাল গৰ্ব আৰু প্ৰসন্ন চিত্তৰ হাঁহি মাৰিলে ।

মাডাম ফৰেষ্টিয়াৰে তেওঁৰ দুয়োখন হাত ভীষণ অস্বস্তিৰে খামুচি ধৰিলে ।

উস্, মেটিল্ডা ! তই ধৰিবই পৰা নাছিলিনে, মোৰ হাৰডাল যে নকল হীৰাৰহে আছিল ! খুব বেছি যদি হয়, সেইডালৰ দাম আছিল মাথোন পাঁচ শ ফ্ৰাঁ !"

# ৰাছিয়া

## এন্টন চেকভ

এন্টন চেখভ ( ১৮৬০-১৯০৪ ) পৃথিৱীৰ অন্য এগৰাকী চুটিগল্পৰ সম্রাট। ডাক্তৰী শিক্ষা গ্ৰহণ কৰি তেওঁ চুটিগল্প লিখিবলৈ লয়। ১৮৮৭ চনত প্ৰথম চুটিগল্পৰ পুথিখন প্ৰকাশিত হয়। লগে লগে তেওঁৰ খ্যাতি চাৰিওপিনে বিয়পি পৰে। ঋষি টলষ্টয়ৰ সংস্পৰ্শলৈ আহি তেওঁৰ ৰচনা আৰু বেছি সমৃদ্ধিশালী হৈ উঠে। চুটিগল্পৰ উপৰিও তেওঁ নাটক লিখিছিল। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল, "চেৰীফলৰ বাগিচা' আৰু 'আইভানভ'।

## কেঁচাসোণ/ এন্টন চেকভ

ওলেংকা প্লেময়ান্নিকভা এগৰাকী অৱসৰপ্ৰাপ্ত কৰ-নিৰ্ধাৰক বিষয়াৰ কন্যা। চোতালৰ লগতে লাগি থকা বাৰাণ্ডাখনত বহি তেওঁ গভীৰ চিন্তাত নিমগ্ন হৈ আছিল।

দিনটো বেচ গৰম। মাখিৰ উৎপাত অতি আমনি লগা হৈ পৰিছিল। গতিকে, অলপ পিচতে যে গধূলি হ'ব—কথাষাৰ ভাবিয়েই ভাল লাগিছিল। পূবৰ পিনৰ পৰা এজাক ক'লা মেঘ থুপ খাই আহিছিল। মাজে মাজে এচাটি সেমেকা বতাহ বলি আছিল।

চোতালৰ মাজত থিয় হৈ কুকিনে আকাশখনৰ পিনে চাই আছিল। কুকিন আছিল নাটঘৰৰ মেনেজাৰ। 'তিভলি' নামৰ এখন প্ৰমোদ-উদ্যানত নাচ-গানৰ মেলা পাতিবলৈ লৈছিল। ওলেংকাহঁতৰ ঘৰৰে এদাঁতিত কেইটামান কোঠা ভাৰালৈ লৈ আছিল।

কুকিনে হুমুনিয়াহ এটা কাঢ়ি ক'লে—"আকৌ! আকৌ বৰষুণ আহিব! নিতৌ কেৱল বৰষুণ আৰু বৰষুণ! বৰষুণে মোক হাৰাশাস্তি কৰি দিলে। মোক মাৰি পেলাব! মোৰ সৰ্বস্ব শেষ কৰি দিব! নিতৌ কেৱল লোকচান আৰু লোকচান!"

তেওঁ হাত দুখন চপাই আনি ওলেংকাৰ পিনে চাই ক'বলৈ ধৰিলে,—"বুজিছে ওল্গা চেময়নোভ্না, এয়েই আমাৰ জীৱন! চকুপানী মচোঁতেই যায়। দিনে-নিশাই খাটি মৰোঁ, প্ৰাণ উবুৰিয়াই কাম কৰোঁ, ওৰে ৰাতি উজাগৰে কটাওঁ, মগজু ঘোলা কৰি দিওঁ—যাতে কিবা ভাল বস্তু দেখুৱাব পাৰোঁ! কিন্তু, কি লাভ? মানুহবোৰ হ'ল বুৰ্বক আৰু বৰ্বৰ। মই দেখুৱাওঁ বাছকবনীয়া গীতি-নাট্য, অপূৰ্ব সুন্দৰ নৃত্য-নাটিকা আৰু বাৰেমিহলি সাংস্কৃতিক অনুষ্ঠান। কিন্তু, সিহঁতে জানো সেইবোৰৰ মোল বুজে? সিহঁতক লাগে সস্তীয়া গান, ফাল্টু

নাচ! আৰু, ইপিনে বতৰটোলৈ চাওক। সদায় গধূলি হ'লেই বৰষুণ। ১০ মে'ৰ পৰাই আৰম্ভ হৈছে; গোটেই মে' মাহটো, গোটেই জুন মাহটো কলহে কলহে ঢালিয়েই আছে। মানুহ বুলিবলৈ নায়েই। কিন্তু, মই জানো বাগানৰ ভাৰা নিদিলে চলিব? শিল্পীবোৰৰ দৰমহা নিদিলে চলিব?"

পিচদিনাখনো সন্ধিয়াৰ লগে লগে আকাশখন গোমা হৈ আছিল। কুকিনে অট্টহাস্য কৰি ক'লে, "ঢালি থাক, যিমান পাৰ ঢালি থাক। বাগানখন উটাই নে। মোকো ডুবাই থৈ যা। মোৰ ইহকাল-পৰকাল দুয়োটা শেষ কৰি থৈ যা। তাৰ পিচত, শিল্পীবোৰে মোক কাছাৰীত তোলক। সিহঁতে মোক জেললৈ পঠিয়াওক—কলীয়াপানীত মেলক—ফাঁচীকাঠত ওলোমাওক। হাঃ হাঃ হাঃ!"

তাৰ পিচদিনাখনো সেই একেই ঘটনা।

ওলেংকাই নীৰৱে গম্ভীৰ বদনে কুকিনৰ কথাবিলাক শুনি থাকে। মাজে মাজে তেওঁৰ চকুলো বৈ আহে। কুকিনৰ দুৰ্ভাগ্য দেখি তেওঁ ইমান বেছি অধীৰ হৈ উঠে যে, অৱশেষত তেওঁ কুকিনৰ প্ৰেমতেই পৰিল।

কুকিন মানুহটো আছিল চুটি-চাপৰ আৰু লিচপিচীয়া। গাল দুখন ভিতৰলৈ সোমোৱা। আৰু চুলিকোছা কপালৰ কুমৰ তললৈকে বৈ পৰা। মাতটো অলপ টিঁ-টীয়া; আৰু কথা কওঁতে ওঁঠটো অলপ বেঁকা হৈ পৰে। মুখত সদায় এটা হতাশাৰ ভাব। তথাপি এই মানুহজনেই ওলেংকাৰ মনত এক সুগভীৰ নিৰ্ভেজাল প্ৰেমৰ ভাব জগাই তুলিলে।

ওলেংকাই চিৰকাল ধৰি কোনোবা নহয় কোনোবা এজনক ভাল নোপোৱাকৈ থাকিব নোৱাৰে। প্ৰথমতে ভাল পাইছিল পিতাকক। এতিয়া তেওঁ নৰিয়া-পাটীত, দিনটো এটা আন্ধাৰ কোঠাত এখন আৰামী চকীত বহি বহিয়েই কটাই দিয়ে। অতি কষ্টেৰেহে উশাহ-নিশাহ লয়। তাৰ পিচত ভাল পালে মাহীয়েকক। দুবছৰৰ মূৰে মূৰে একোবাৰকৈ ব্ৰিয়ান্‌স্কৰপৰা আহি দেখা দি যায়হি। তাতকৈ আগতে, স্কুলত পঢ়ি থাকোঁতে ভাল পাইছিল ফৰাচী পঢ়োৱা শিক্ষয়িত্ৰী গৰাকীক।

ওলেংকা আছিল নিৰ্জু, মৰমিয়াল আৰু আলফুলীয়া অন্তৰৰ ছোৱালী। চকুহালত আছিল এক কোমল আৰু ভীৰু চাৱনি। স্বাস্থ্যটো আছিল ধুনীয়া আৰু নিটোল। টুপটুপীয়া গাল দুখন টিকটিকৈ ৰঙা, ধবধবীয়া বগা কোমল ডিঙিটোৰ গলধনৰ পিনে এটা ক'লা ৰঙৰ তিল, আৰু কাৰোবাৰ মুখত মন ভাল লগা কথা শুনিয়েই মুখত ফুটি উঠিছিল এটা সৰল স্নিগ্ধ হাঁহি। তেওঁক দেখি ল'ৰাবোৰে ভাবিছিল—"ছোৱালীজনী দেখিবলৈ বিশেষ বেয়া নহয়।" মনে মনে সেইদৰে ভাবি সিহঁতে মিচিকিকৈ হাঁহিছিল। আৰু লগৰ ছোৱালীবোৰে



কথা কৈ থাকোঁতে হঠাৎ আনন্দতে ঢলি পৰি খপ্‌কৈ তেওঁৰ হাতত খামুচি ধৰি কৈ উঠিছিল, "আই ঐ মোৰ কেঁচাসোণজনী!"

ওপজা দিনৰেপৰা ওলেংকা যিটো ঘৰত আছিল, দেউতাকৰ উইলমতে সেই ঘৰটো তেওঁৰেই পাব। ঘৰটো আছিল চহৰৰ উপকণ্ঠত—জিপ্‌চী ৰোড নামৰ চুবুৰী এটাত। 'তিভলি'-ৰপৰা বেছি দূৰৈত নহয়। সন্ধিয়া নাইবা ৰাতি যেতিয়া তাত বেণ্ডবিলাক বাজি উঠা শুনে আৰু আতচবাজীৰ ফানুচবোৰ উৰি যোৱা দেখে, তেতিয়া ওলেংকাৰ মনটোত এনেহে লাগে—যেন সেয়া কুকিনৰ লগত তেওঁৰ ভাগ্যৰহে যুঁজ চলিবলৈ ধৰিছে। কুকিনে যেন তেওঁৰ প্ৰধান শত্ৰু উদাসীন দৰ্শকবৃন্দকহে আক্ৰমণ কৰিবলৈ লৈছে! লগে লগে ওলেংকাৰ মনটো কোঁচ খাই আহে। শুবলৈ মন নোযোৱা হৈ আহে। দোকমোকালিৰ পিনলৈ কুকিন যেতিয়া ঘৰলৈ উভতি আহে, তেতিয়া ওলেংকাই তেওঁৰ শোৱনি-কোঠাটোৰ খিৰিকীখনত লাহে লাহে টুকুৰিয়াই দিয়েগৈ, আৰু পৰ্দাৰ ফাঁকেদি মাথোন মুখখন আৰু কান্ধৰ এটা ফাল দেখুৱাই, তেওঁৰ ফালে চাই কোমলকৈ আপোন মানুহৰ হাঁহি এটা মাৰে।

কুকিনে বিয়াৰ প্ৰস্তাৱ দিলে আৰু তেওঁলোকৰ বিয়া হৈ গ'ল। তাৰ পিচত, তেওঁ খুব ভালকৈ ওলেংকাৰ গলধনটো আৰু শকত কান্ধখন চাই ল'লে। কুকিনে অবাক কণ্ঠেৰে কৈ উঠিল, "কেঁচাসোণ—মোৰ কেঁচাসোণ!"

কুকিন অতি সুখী হ'ল। কিন্তু, বিয়াৰ দিনা আৰু তাৰ পিচদিনাও ৰাতি বৰষুণ হোৱা কাৰণে মুখৰ ওপৰত বিয়পি থকা ছাঁটো মচ নেখালে।

তেওঁলোকৰ দাম্পত্য-জীৱন খুব ধুনীয়াকৈ চলিবলৈ ধৰিলে। ওলেংকাই টিকট-ঘৰৰ তত্ত্বাৱধান লয়, নাটঘৰৰ খুটি-নাটি বিষয়ৰ ওপৰত চকু ৰাখে, হিচাব-পত্ৰ ৰাখে আৰু দৰমহা-পাতি দিয়ে। তেওঁৰ কোমল মিঠা হাঁহিটোৰে কেতিয়াবা টিকট-ঘৰ, কেতিয়াবা নাটঘৰৰ কোনোবা এটা কোণ, আৰু কেতিয়াবা ভোজনশালা উজ্জ্বল হৈ থাকে। বন্ধুমহলত তেওঁ ক'বলৈ আৰম্ভ কৰি দিলে, পৃথিৱীৰ ভিতৰত আটাইতকৈ প্ৰয়োজনীয় আৰু উল্লেখযোগ্য বস্তুটো হ'ল নাটঘৰ। একমাত্ৰ নাটঘৰেই প্ৰকৃত আমোদৰ যোগান ধৰিব পাৰে। একমাত্ৰ ইয়েই মানুহক ৰুচিশীল আৰু মানৱতাবোধসম্পন্ন কৰি তুলিব পাৰে।

"কিন্তু মানুহে জানো সেইবোৰ বুজে? মানুহক লাগে তৰাং নাচ-গান! কালি আমি দেখুৱাইছিলোঁ, 'ফাউষ্টৰ উন্মুক্ত আত্মা'। বক্সবিলাক খালী হৈয়েই থাকিল। কিন্তু ভানিচ্‌কা আৰু মই যদি ফাল্টু কিবা এটা দেখুৱালো-হেঁতেন, মানুহে ঠাঁহ খাই থাকিলহেঁতেন। কাইলৈ ভানিচ্‌কা আৰু মই

'নৰকত অফিউজ'খন দেখুৱাম। জৰুল চাবলৈ আহিবা।"—ওলেংকাই কৈ যায়।

কুকিনে নাটক নাইবা শিল্পীৰ সম্বন্ধে যিহকে কয়, ওলেংকাই তাৰেই পুনৰাবৃত্তি কৰে। কুকিনৰ দৰেই তেৰোঁ দৰ্শকৰ অজ্ঞতা আৰু ৰসবোধৰ অভাৱ দেখি পুতৌ কৰে। ওলেংকা আখৰালৈয়ো আহে, অভিনেতাবোৰৰ ভুল-ভ্ৰান্তি শুধৰাই দিয়ে, আৰু সংগীত-শিল্পীবিলাকৰ কামৰ ওপৰতো চকু দিবলৈ নেপাহৰে। স্থানীয় বাতৰি-কাকতবোৰৰ ক'ৰবাত কিবা প্ৰতিকূল সমালোচনা পঢ়িবলৈ পালে তেওঁ কেৱল কান্দিয়েই ক্ষান্ত নহয়, আনকি সম্পাদককো দেখা কৰি আহেগৈ।

অভিনেতাবোৰে তেওঁক ভাল পাইছিল। সকলোৱে তেওঁৰ নাম থৈছিল 'কেঁচাসোণ' আৰু 'ভানিচ্‌কা আৰু মই'। ওলেংকাই তেওঁলোকৰ দুখ দেখি কষ্ট অনুভৱ কৰিছিল। মাজে মাজে অলপ-অচৰপ ধাৰলৈ দিছিল, আৰু তেওঁলোকৰ কোনোবাই যদি তেওঁক ঠগিছিল, তেওঁ অকলে অকলে কান্দিছিল। কিন্তু তেওঁৰ স্বামীক কোনোদিনেই কথাষাৰ নজনাইছিল।

জাৰকালিটোও ভালে ভালেই কাটি গ'ল। তেওঁলোকে পৌৰ-সভাৰ নাটঘৰটো চুক্তি কৰি ভাৰালৈ ল'লে। তাৰ পিচত, ওপৰা-উপৰিকৈ ইউক্ৰেণৰ দল এটাক, এজন যাদুকৰক আৰু স্থানীয় নাট্য-সংঘ এটাক বেছি দৰত ভাৰালৈ দিলে।

ওলেংকাৰ গাৰ ওজন অলপ বাঢ়িল। মুখখন আনন্দত আৰু বেছি ৰঙীন হৈ উঠিল। কিন্তু কুকিন শুকাই-খীনাই আহিবলৈ ধৰিলে। যদিও জাৰকালি তেওঁলোকৰ লাভ যথেষ্ট হৈছিল, তথাপি তেওঁ সদায় লোকচান হোৱা বুলি বুকু চপৰিয়াই থাকিবলৈ ধৰিলে।

ৰাতি কুকিনে কাহিবলৈ লোৱা হ'ল। ওলেংকাই ৰেস্পবেৰী ফলৰ লগত লিণ্ডেন ফুল পিহি তাৰ ৰস উলিয়াই খুৱায়। বুকুত ওডিকোলন মালিচ কৰি দিয়ে আৰু নিজৰ কোমল শ্বাল কাপোৰবোৰেৰে তেওঁ গা ঢাকি দিয়ে। তাৰ পিচত, খুব মৰমকৈ চুলিৰ মাজত হাত বুলাই দি আপোনমনে কয়, "মোৰ সোণটো, মোৰ বুকুৰ জীউটো!"

জাৰকালি শেষ হোৱাৰ পিচত কুকিন গ'ল মস্কোলৈ। এটা নতুন দল যোগাৰ কৰিবলৈ। কুকিন নেথাকিলে ওলেংকাৰ টোপনিয়েই নাহে। গোটেই নিশাটো খিৰিকীৰ কাষত বহি তৰা চাই থাকোঁতেই যায়। ওলেংকাৰ ধাৰণা হয়, ক'ৰবাত যেন কোনোবাখিনিত তেওঁৰ লগত কুকুৰাবিলাকৰ কিবা



এটা মিল আছে। মতাটো গৰাঁলৰ ভিতৰত নেথাকিলে, সিহঁতৰো টোপনি নাহে—ছটফটাই থাকোঁতেই যায়।

কুকিন মস্কোতে আটক হৈ পৰিল। ওলেংকালৈ চিঠি লেখিলে, ইষ্টাৰৰ আগে আগে উলটি আহিব। তিভলিৰ বিষয়েও দুই-এটা নিৰ্দেশ দি পঠালে।

ঠিক ইষ্টাৰৰ আগে আগে এটা সোমবাৰে গধূলি সময়ত হঠাৎ দুৱাৰত এটা অমংগলীয়া শব্দ শুনা গ'ল। কোনোবাই উধাই-মুধাই খুন্দিয়াইছেহি। ৰান্ধনীজনীয়ে টোপনি-চকুৰে, শুদা ভৰিৰে দুৱাৰখন খুলি দিবলৈ গ'ল।

বাহিৰৰপৰা কোনোবাই গলগলীয়া মাতেৰে ক'বলৈ ধৰিলে, "দুৱাৰখন খুলি দিয়কচোন। এখন টেলিগ্ৰাম আছে।"

ওলেংকাই ইয়াৰ আগতেও কেইবাবাৰো তেওঁৰ স্বামীৰপৰা টেলিগ্ৰাম পাইছে। কিন্তু, আজি জানো কিয় বুকুখন চিৰিংকৈ গ'ল। কঁপা-কঁপা হাতেৰে লেফাফাটো খুলি টেলিগ্ৰামখন পঢ়ি গ'ল ঃ

"আইভান পেত্ৰোভিচৰ হঠাৎ মৃত্যু ঘটিছে, আপোনাৰ নিশ্লেষ প্ৰাৰ্থনীয়, মংগলবাৰে ফৎকাৰ।"

টেলিগ্ৰামখনত হুবহু এনেকৈয়ে লিখা আছিল ঃ 'ফৎকাৰ' আৰু সেই বুজি নোপোৱা শব্দটো 'নিশ্লেষ'। টেলিগ্ৰামখন দিছিল নাট্য-গোষ্ঠীৰ পৰিচালকে।

ওলেংকাই ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে, "মোৰ বুকুৰ জীউটো! মোৰ ভানিচ্‌কা! মোৰ সোণটো! তোমাকনো কিয় লগ পাইছিলোঁ? ভাল পাবলৈ মোক কিহে পাইছিল? তুমিতো মোক এৰি থৈ মজাকৈ গুচি গ'লাগৈ। এতিয়া তোমাৰ ওলেংকাই বাৰু জীৱনটো কটায় কেনেকৈ?"

মংগলবাৰে কুকিনক মস্কোৰ ভাগানকোভো সমাধিস্থানত সমাধিস্থ কৰা হ'ল। বুধবাৰে ওলেংকা ঘৰলৈ উলটি আহিল। আহিয়েই বিচনাত পৰি বাগৰি বাগৰি কান্দিবলৈ ধৰিলে। বাটেদি যোৱা মানুহে আৰু ওচৰৰ ঘৰবোৰৰ চোতালৰপৰা ওচৰ-চুবুৰীয়া আটাইবোৰে কান্দোন শুনিবলৈ পালে।

ওচৰ-চুবুৰীয়া মানুহবোৰে দুখ কৰি ক'লে, "আয়ৈ দেহি, কেঁচাসোণজনী! তাইনো বাৰু এই জীয়া জুইকুৰা বুকুত লৈ জীয়াই থাকিব কেনেকৈ?"

তিনি মাহৰ পিচৰ কথা। ওলেংকা এদিন গীৰ্জাৰপৰা উভতি আহিছে। বুকুত তেওঁৰ এডোখৰ দুখৰ ঘা আৰু মুখত এচমকা বিষাদৰ ছাঁ। ঘটনাক্ৰমে তেওঁৰ কাষে কাষে আহি আছিল ভাচিলি আন্দ্ৰেয়িখ্ পুস্তভালভ নামৰ বাবাকায়েভৰ কাঠৰ গুদামটোৰ মেনেজাৰজন। তেওঁৰ মূৰত আছিল জহকালি

ৰ'দত পিন্ধা এটা টুপী আৰু গাত এটা বগা বুকু-চোলা। বুকু-চোলাটোৰ ঘড়ি-জেপৰপৰা ওলমি আছিল এডাল সোণৰ শিকলি। মানুহজন দেখিলে কোনেও তেওঁক ব্যৱসায়ী বুলি নকয়—ভাবিব, কোনোবা জমিদাৰ!

কণ্ঠস্বৰত সহানুভূতিৰ সুৰ এটা সানি তেওঁ গম্ভীৰ মাতেৰে ক'লে, "বুজিছে, ওল্গা চেময়ানোভ্না! সকলো তেওঁৰেই লীলা। যেতিয়া কোনোবা আপোনজনে আমাক নিঠৰুৱা কৰি এৰি থৈ গুচি যায়, তেতিয়া তেওঁৰ নির্দেশ মানিয়েই তেনেকৈ যায়গৈ। গতিকে, নীৰৱে সহি যোৱাৰ বাহিৰে কি কৰিব পাৰি।

ওলেংকাক তেওঁ পদূলিমুখলৈকে আগবঢ়াই থৈ বিদায় ল'লে। গোটেই দিনটো পুস্তভালভৰ গম্ভীৰ মাতটো ওলেংকাৰ কাণত বাজি থাকিবলৈ ধৰিলে। ৰাতি চকুহাল জপোৱাৰ লগে লগে সপোনত ভাঁহি উঠিল পুস্তভালভৰ মুখৰ ক'লা ডাঢ়িকোছা। মুঠতে, পুস্তভালভক তেওঁৰ খুবেই ভাল লাগিল।

খুব সম্ভৱ ওলেংকায়ো পুস্তভালভৰ মনত গভীৰকৈ সাঁচ বহুৱালে। কাৰণ, অলপ সময়ৰ পিচতে ওলেংকাৰ লগত একেবাৰে অচিনাকি এগৰাকী বুঢ়ী-চানেকীয়া মহিলাই আবেলিৰ কফিপিয়লা খাই যাবলৈ আহিল। মহিলাগৰাকীয়ে আহিয়েই পুস্তভালভৰ কথা উলিয়ালে; মানুহজন অতি ভাল, অৱস্থাও বেচ টনকিয়াল। যিকোনো বিয়া হ'বলগীয়া ছোৱালীয়ে তেওঁক পোৱাটো কপাল বুলি ক'ব লাগিব ইত্যাদি। তিনি দিনৰ পিচত পুস্তভালভ নিজেই আহিল। তেওঁ মাথোন দহ মিনিটমানহে বহিল আৰু কথা-বতৰাও বেছি একো নেপাতিলে। কিন্তু, তাৰ ভিতৰতে ওলেংকা তেওঁৰ প্ৰতি ইমান গভীৰভাৱে আকৃষ্ট হ'ল যে, ওলেংকা ওৰে ৰাতি উজাগৰে থাকিল। পুৱাৰ লগে লগে তেওঁ সেই মহিলাগৰাকীক পাচি পঠালে। তাৰ পিচত, বিয়াৰ কথা-বতৰা চলিল। আৰু অৱশেষত এদিন বিয়াখন হৈ গ'ল।

দুয়োৰো দাম্পত্য-জীৱন অতি মধুময় হ'ল। পুস্তভালভ সদায় আগবেলা দুপৰীয়া ভাত খোৱাৰ পৰলৈকে কাঠৰ গুদামৰ অফিচত বহে। পিচবেলা বেলেগ কামত ওলাই যায়। সেইখিনি সময় ওলেংকায়েই অফিচৰ কাম চলায়। তাগাদা দিয়া বিলবোৰ লিখে আৰু চাহিদামতে কাঠবোৰ বেলেগ বেলেগ ঠাইলৈ জাহাজত চালান দিয়ে।

কাঠ কিনিবলৈ অহা গ্ৰাহক আৰু চিনাকি কাৰোবাক পালেই ওলেংকাই কথাৰ টোপোলা মেলে, "নক'ব আৰু, বছৰে বছৰে শতকৰা কুৰি টকাকৈ খৰচ বাঢ়ি গৈছে। আগতে আমি ওচৰে-পাজৰেই কাঠ কিনিবলৈ পাইছিলোঁ। কিন্তু,



আজিকালি কাঠ বিচাৰি প্ৰত্যেক বছৰেই অন্ততঃ এবাৰকৈ ভাচিচ্কা যাব লাগে, মগিলেভ অঞ্চললৈ। তাৰ উপৰি, গাড়ীৰ ভাৰা আছেই। কি যে উৎপাত ভাৰা!" ওলেংকাই কপাল চপৰিয়াই কৈ উঠে, "উঃ কি যে উৎপাত ভাৰা!"

ওলেংকাৰ নিজৰে এনেকুৱা লাগে, যেন তেওঁ কোনোবা কালৰেপৰা কাঠৰ ব্যৱসায়ত জড়িত হৈ আছে। কাঠেই যেন জীৱনৰ আটাইতকৈ প্ৰয়োজনীয় বস্তু, আটাইতকৈ আপোন বস্তু! চ'টি, বাতাম, কুন্দা, তক্তা, 'লেথ্' 'স্লেব্', 'স্কেণ্টলিং'—এই শব্দবোৰ বৰ আপোন-আপোন লাগে। ৰাতি সপোন দেখে, একো-একোটা তক্তাৰ পাহাৰ! গাড়ীয়ে গাড়ীয়ে কুন্দা যাবলৈ ধৰিছে দূৰৰ কোনোবা দেশলৈ - যেন গাড়ীৰ সীমা-সংখ্যা নাই! ২ ফুট ওখ ৮ইঞ্চি বহল খুটা কিছুমান যেন এদল চিপাহীৰ দৰে থিয়ৈ-থিয়ৈ 'মাৰ্চ' কৰি যাবলৈ ধৰিছে। তাৰ পিচত, চ'টি আৰু বাতামবিলাক খুন্দা খুন্দলি খাই বিৰাট এটা শব্দ হৈছে! হুৰ হুৰকৈ কিছুমান কাঠ মাটিত উজ্জাৰ খাই পৰিছে! আকৌ যেন ইটোৱে সিটোৰ কান্ধত ভেজা দি কাঠবোৰ থিয় হবলৈ ধৰিছে!·· টোপনিতে ওলেংকাই চিঞৰি উঠে। পুস্তভালভে মৰমকৈ মাতিবলৈ ধৰে, "ওলেংকা, মোৰ কেঁচাসোণ! কি হ'ল? ভয় খালা নেকি কিবা? ভয় নাই, ভগবান আছে।"

কথাবোৰ গিৰীয়েকে যিদৰে ভাবে, ওলেংকায়ো ঠিক তেনেকৈয়ে ভাবে। পুস্তভালভে যদি ভাবে—ঘৰটো বৰ গৰম, নাইবা ব্যৱসায়ত লোকচান হ'বলৈ ধৰিছে, ওলেংকায়ো অবিকল তেনেকৈয়ে ভাবিব। আমোদ-প্ৰমোদৰ প্ৰতি পুস্তভালভৰ সমূলি মন নাই। ছুটীৰ দিনবোৰ তেওঁ ঘৰতে কটাই দিয়ে। ওলেংকায়ো তাকে কৰে।

বন্ধু-বান্ধৱে কেতিয়াবা হয়তো কয়, "তুমি দেখোন সদায় অফিচ আৰু ঘৰতে থাকা। দুদিন এদিন নাটক চাবলৈ নোযোৱা কিয়? নহ'লে চাৰ্কাচ চাবলৈ?"

ওলেংকাই অতি গম্ভীৰ সুৰত উত্তৰ দিয়ে, "ভাচিচ্কা আৰু মই নাটক চাবলৈ ভালেই নেপাওঁ। আমি হ'লোঁ কামৰ মানুহ। সেইবোৰ ৰং-ধেমালিত যোগ দিবলৈ সময়েই বা ক'ত? নাটক-ফাটক চাই লাভেই বা কি?"

প্ৰত্যেকটো শনিবাৰে গধূলি তেওঁলোক গীৰ্জালৈ যায়। ছুটীৰ দিন হ'লে, পুৱাৰ উপাসনাতো যোগ দিয়ে। উভতি আহোঁতে, দুয়ো কান্ধত কান্ধ মিলাই মুখত এটা ফৰকাল ভাব লৈ উভতি আহে। দুয়োৰে গাৰ-পৰা এটা ধুনীয়া ফুৰফুৰীয়া গোন্ধ ওলাই বতাহত বিয়পি পৰে। ওলেংকাৰ

খোজে খোজে তেওঁৰ বেচমী কাপোৰবোৰ বতাহত গছ-পাত কঁপাদি কঁপি উঠে। ঘৰলৈ উভতি আহি একো পিয়লাকৈ ধুনীয়াকৈ চাহ খাবলৈ বহে। লগত সৰু সৰু ৰুটি আৰু বিধে বিধে জেলি; তাৰ পিচত অলপ পুডিং। নিতৌ ছুপৰীয়া তেওঁলোকৰ ঘৰৰ সমুখত পদূলিমুখৰেপৰা চুৰুহাৰ গোন্ধ পোৱা যায়। বাটলৈকে পোৱা যায় ভেৰা নাইবা হাঁহৰ মাংস বিৰিয়াণী কৰি ৰন্ধা মলমলীয়া গোন্ধ। উপবাসৰ দিন হ'লে, মাংসৰ সলনি মাছৰ আঞ্জাৰ গোন্ধে মলমলাই থাকে। বাটেদি যোৱা মানুহৰ জিভাৰ পানী নপৰি উপায় নাই!

অফিচত এক 'চামোভাৰ' পানী সদায় উতলিয়েই থাকে। গ্ৰাহক আহিলেই এক পিয়লা চাহ কৰকৰীয়াকৈ ভজা পিঠাৰে সৈতে খাবলৈ দিয়ে। সপ্তাহত এদিনকৈ ছয়ো স্নানাগাৰলৈ যায় আৰু একেলগে উভতি আহে—মুখ ছুখন তেজগোৱা ৰঙা কৰি লৈ।

ওলেংকাই তেওঁৰ বান্ধৱীসকলক কয়, "ভগবানৰ কৃপাত আমি দুয়ো অতি সুখৰ জীৱন যাপন কৰিছোঁ। ভাচিচ্‌কা আৰু মই যি সুখত আছোঁ, সকলোৰে জীৱনত যেন সেই একেই সুখ হয়।"

পুস্তভালভ যেতিয়া কাঠ বিচাৰি মগিলেভলৈ যায়, তেতিয়া ওলেংকাৰ মনটো অতি উৰুঙা-উৰুঙা লাগে। নিশাবোৰ উজাগৰেই কাটে। চকুহাল এনেয়ে সেমেকি উঠে। মাজে মাজে গধূলি স্মাৰনিনে দেখা কৰি যায়হি। স্মাৰনিন হ'ল সৈন্য-বিভাগৰ এজন ডেকা পশু-চিকিৎসক। ওলেংকাহঁতৰ ঘৰটোৰে এটা অংশ ভাৰা লৈ থাকে। তেওঁ আহি ওলেংকাৰ লগত গল্প-গুজৱ কৰে আৰু তাচ খেলে। ওলেংকাৰ মনটো তেতিয়া অলপ ভাল লাগে।

স্মাৰনিনৰ গল্প-গুজৱৰ ভিতৰত আটাইতকৈ ভাল লাগে তেওঁৰ সংসাৰৰ কাহিনীবোৰ শুনি। স্মাৰনিনে বিয়া কৰাইছে আৰু তেওঁৰ এটা ল'ৰাও আছে। কিন্তু বৰ্তমানে ঘৈণীয়েকক এৰি দিছে। কাৰণ, ঘৈণীয়েকে আন কাৰোবাক ভাল পোৱা বুলি সন্দেহ কৰে। আজিকালি তাইক ঘৃণা কৰে। তথাপি ল'ৰাটোৰ ভৰণ-পোষণৰ বাবে মাহে চল্লিশ ৰুবলকৈ পঠায়। কথাবোৰ শুনি, ওলেংকাই দীঘলকৈ হুমুনিয়াহ কাঢ়ে। মানুহটোৰ বাবে দুখ লাগি যায়।

যাবৰ সময়ত, হাতত মমদানীটো লৈ ওলেংকাই স্মাৰনিনক খটখটিৰ ওচৰত থৈ যায়হি। বিদায় জনাবৰ সময়ত কয়, "ভগবানক খাটিছোঁ, তোমাৰ যেন মংগল হয়। তুমি যে ইমান সময় ধৰি সংগ দিলাহি, তাৰ



বাবে তোমাক বহুত ধন্যবাদ। স্বৰ্গৰ অধিষ্ঠাত্ৰী আই মৰিয়মে যেন তোমাক অটুট স্বাস্থ্য দান কৰে!"

পুস্তভালভে যেনেকৈ ভাবি-চিন্তি গম্ভীৰ মাতেৰে কথা কয়, ওলেংকায়ো হুবহু একেটা ঢঙেৰেই কথা কয়। পশু-চিকিৎসকজন খটখটিৰ তলৰ খাপটো পাওঁতেই, ওলেংকাই তেওঁক আকৌ মাতি আনি কয়, "বুজিছা ব্লাদিমিৰ প্লেটোনিচ্, তুমি তোমাৰ পৰিবাৰৰ লগত মিটমাট কৰি পেলোৱাই উচিত। অন্ততঃ তোমাৰ ল'ৰাটিৰ মুখলৈ চাই তেওঁক ক্ষমা কৰি দিয়া। ল'ৰাটিয়ে হয়তো মনত কষ্ট পায়!"

পুস্তভালভ যিদিনাখন উভতি আহিল, ওলেংকাই তেওঁক পশু-চিকিৎসক স্মাৰনিনৰ দুখময় জীৱনৰ গোটেই কাহিনীটো ক'লে কাহিনী শেষ হোৱাৰ লগে লগে দুয়ো দুটা হুমুনিয়াহ কাঢ়িলে। দুয়ো ল'ৰাটোৰ বিষয়ে আলোচনা কৰিলে। বাপেকৰ কাৰণে তাৰ কিজানি মনটো কেনেবা-কেনেবি কৰে। তাৰ পিচত, তেওঁলোক দুয়োৰে মন দুটা কেনেবা-কেনেবি লাগি আহিল। দুয়ো গৈ দেৱালৰ খুপৰিত থকা যীচুখৃষ্টৰ মূৰ্তিটোৰ সমুখত থিয় হ'ল। তাৰ পিচত, মাটিত মূৰ থৈ ভগবানৰ ওচৰত প্ৰাৰ্থনা জনালে, ভগবানে যেন তেওঁলোকক এটি সন্তান দান কৰে!

এইদৰেই পুস্তভালভ পৰিয়ালৰ পৰম শান্তি আৰু নীৰৱ ভালপোৱাৰ মাজেদি ছ'টা বছৰ পাৰ হৈ গ'ল। তাৰ পিচত, জাৰৰ দিনৰ কোনোবা এটা ৰাতিপুৱা চাহ পিয়লা খায়েই, ভাচিলি আন্দ্ৰেয়িখ্ উদং মূৰেৰেই কাঠ চালান দিয়াৰ কামত ওলাই গ'ল। মূৰে-গায়ে ঠাণ্ডা লাগি, তেওঁ নৰিয়া-পাটীত পৰিল। বহুত ভাল ভাল ডাক্তৰে চিকিৎসা কৰিলে; কিন্তু অসুখটো মুঠেই ভাল নহ'ল। চাৰি মাহৰ পিচত পুস্তভালভৰ মৃত্যু ঘটিল। ওলেংকা আকৌ বিধৱা হ'ল।

গিৰীয়েকক কবৰ দি আহি ওলেংকাই হিয়া ধাকুৰি কান্দিবলৈ ধৰিলে, "এতিয়া মই কাৰ মুখলৈ চাই জীয়াই থাকোঁ? তোমাক এৰি মই কি লৈ জীয়াই থাকোঁ, তুমিয়েই কোৱা! মই কি পাপ কৰিছোঁ যে, মই এনেকুৱাকৈ অকলশৰে জীয়াই থাকিব লাগে?"

ওলেংকাই ক'লা শোকৰ সাজ পিন্ধি, মূৰৰ টুপী আৰু হাতৰ মোজা পিন্ধিবলৈ এৰি দিলে। তেওঁ ঘৰৰপৰা বাহিৰলৈ নোলোৱাই হ'ল। মাথোন মাজে মাজে গীৰ্জালৈ যায় আৰু স্বামীৰ কবৰটো চাবলৈ যায়। ঘৰতো একেবাৰে সন্ন্যাসিনীৰ জীৱন যাপন কৰিবলৈ ল'লে।

ছমাহৰ পিচতহে তেওঁ বিধৱাৰ সাজ এৰিলে আৰু খিৰিকীৰ কাঠৰ জাপবোৰ খুলিলে। মাজে মাজে ৰান্ধনীজনীক লগত লৈ বজাৰলৈ যোৱাও মানুহৰ চকুত পৰিল। কিন্তু সংসাৰ কেনেকৈ চলে! ঘৰৰ ভিতৰত দিনবোৰ কেনেকৈ কাটে—কোনেও তাৰ একো উমান নেপালে। মাথোন বিণিকি-বিণিকি কিবা এটা অনুমান কৰি ল'লে। মাজে মাজে মানুহৰ চকুত পৰিবলৈ ধৰিলে, ফুলনিখনত বহি ওলেংকাই পশু-চিকিৎসকজনৰ লগত একেলগে চাহ খাই আছে নাইবা চিকিৎসকজনে ওলেংকাক বাতৰি কাকত পঢ়ি শুনাইছে। নাইবা, ডাকঘৰত কোনোবা চিনাকি মানুহক লগ পাই ওলেংকাই কৈ উঠিল, "আমাৰ এই নগৰখনত পশুবিলাকৰ স্বাস্থ্যৰ প্ৰতি চকু দিবলৈ কোনো ভাল ব্যৱস্থা নাই। সেই কাৰণেই, গাখীৰ খাই মানুহৰ বেমাৰ-আজাৰ হয়। গৰু-ঘোঁৰাৰ লগত অলপ লেটিপেটি কৰিলেই কিবা নহয় কিবা এটা হয়। মানুহৰ স্বাস্থ্যৰ প্ৰতি চকু ৰখা যিমান দৰকাৰী, পশুৰ স্বাস্থ্যৰ প্ৰতিও চকু ৰখা সিমানেই দৰকাৰী।"

মুঠতে, আজিকালি ওলেংকাই পশু-চিকিৎসকজনৰ কথাবোৰকে প্ৰতিধ্বনিৰ দৰে কৈ ফুৰে। কাৰণ, তেওঁৰ ধ্যান-ধাৰণাই ওলেংকাৰ নিজৰো ধ্যান-ধাৰণা হৈ পৰিছে। কথাষাৰ এইদৰে স্পষ্ট হৈ পৰিল। মৰমৰ আকৰ্ষণ নোহোৱাকৈ ওলেংকাৰ এটা বছৰো জীয়াই থকা অসম্ভৱ। আৰু এইবাৰ তেওঁ আনন্দৰ নতুন নিজৰা বিচাৰি পাইছে, নিজৰ ঘৰটোৰ অংশ এটাত। ওলেংকা নহৈ আন কোনোবা তিৰোতা হোৱা হ'লে মুখ লুকুৱাবৰ ঠাই নহ'লহেঁতেন। কিন্তু ওলেংকাৰ বিষয়ে কোনেও একো বেয়াকৈ ভাবিব নোৱাৰে। তেওঁৰ ক্ষেত্ৰত যেন এয়েই স্বাভাৱিক। তেওঁ আৰু স্মাৰনিন—কোনেও কাকো নক'লে, তেওঁলোকৰ সম্পৰ্কটো যে সলনি হৈছে। বৰং তেওঁলোকে কথাষাৰ গোপন কৰি ৰাখিবলৈকে চেষ্টা কৰিছিল, যদিও সেই চেষ্টা সম্পূৰ্ণ বিফল হৈছিল। কাৰণ, ওলেংকাই কোনো কথাই গোপনে ৰাখিব নেজানিছিল।

পশু-চিকিৎসকজনৰ কোনোবা সহকৰ্মীয়ে তেওঁক লগ পাবলৈ আহিলে ওলেংকাই চাহৰ পিয়লাত চাহ ঢালি লৈ নাইবা ভাতৰ কাঁহীত ভাত সজাই দি কথা-বতৰা উলিয়ায়। ওলেংকাই ক'বলৈ লয়, গৰু-ছাগলীৰ মাৰি-মৰকৰ কথা, চৰকা বেমাৰৰ কথা আৰু নগৰৰ কচাইখানাৰ কথা। বেচেৰা পশু-চিকিৎসকজন অপ্ৰস্তুত হৈ পৰে। আলহী যোৱাৰ পিচত, তেওঁ ওলেংকাৰ বাহু দুটা খামুচি ধৰি খংকৈ ফোচফোচাই উঠে, "কিমানবাৰ ক'ম তোমাক, যিবোৰ কথা নেজানা, সেইবোৰ কথা নক'বা বুলি? যেতিয়া আমি পশু-



ডাক্তৰবোৰে নিজৰ ভিতৰত কথা পাতো, তুমি তাৰ ভিতৰত নোসোমাবা। এইবোৰ কাম মই মুঠেই ভাল নেপাওঁ।"

ওলেংকা অবাক হৈ যায়। তেওঁ ভয়-ভয়কৈ সোধে, "তেনেহ'লেনো কিহৰ বিষয়ে কথা পাতিম ভলদচ্কা?"

তাৰ পিচত চলচলীয়া চকুৰে ওলেংকাই স্মাৰনিনক সাৱটি ধৰে। মিছাকৈয়ে খং নকৰিবলৈ অনুৰোধ জনায়। ক্ষমা খোজে। আকৌ দুয়োৰো মন আনন্দেৰে উপচি উঠে।

কিন্তু, সেই আনন্দ বেছি দিন নেথাকিল। পশু-চিকিৎসকজন তেওঁৰ সৈন্য বাহিনীটোৰ লগতে বদলি হৈ গুচি গ'ল, বহুত দূৰৰ কোনোবা ঠাইলৈ। হয়তো চিৰদিনৰ কাৰণে, হয়তো সুদূৰ চাইবেৰিয়ালৈ—কোনোকালেই আৰু দেখাদেখি নহ'বলৈ। ওলেংকা অকলশৰীয়া হৈ পৰিল।

এইবাৰ তেওঁ ভাবিব নোৱাৰা ধৰণে অকলশৰীয়া হৈ পৰিল। দেউতাক কোন কাহানিবাই ঢুকাইছে। স্মৃতি বুলিবলৈ আছে বুলনি-চ'ৰাত থকা আৰামী-চকীখন। ধূলিৰে পোত খাই পৰিছে আৰু ঠেং এটা ভাগিছে। ওলেংকা শুকাই-খীণাই চিনিব নোৱাৰা হৈ পৰিল। বাটৰ বাটৰুৱায়ো আগৰ দৰে দেখা হ'লেই তেওঁৰ পিনে মূৰ তুলি চাবলৈ পাহৰিলে। এটা হাঁহিৰে সম্ভাষণ জনাবলৈ পাহৰি পেলালে। বুজিবলৈ বাকী নেথাকিল, তেওঁৰ জীৱনৰ আটাইতকৈ ভাল দিনবোৰ পাৰ হৈ গ'ল। সেই দিনবোৰ গচকি অহাৰ বাটতে হেৰাই গ'ল। এতিয়া যি জীৱন আৰম্ভ হ'ল, সি একেবাৰে অচিনাকি আৰু অনিশ্চিত। সেই জীৱনৰ কথা ভাবিলেই বুকুখন কঁপি উঠে।

গধূলি বাৰাণ্ডাত বহি ওলেংকাই শুনিবলৈ পায়, 'তিভলি'ত বেণ্ড বাজিছে; আৰু দেখা পায়, আকাশত আতচবাজীৰ ফানুচ উৰিছে। কিন্তু, তেওঁ সেইবোৰৰ কোনো মানে বিচাৰি নেপায়। শূন্য চোতালখনৰ পিনে চাই থাকে, শূন্য দৃষ্টিৰে মগজুটো লৈ। দিনৰ শেষত ৰাতি হ'লে শুই পৰে। তেতিয়া সপোন দেখে, এখন শূন্য চোতাল! ভাত-পানী খায়, মাথোন যন্ত্ৰৰ দৰে—ইচ্ছা বা ৰুচি একো নাই।

আটাইতকৈ ডাঙৰ আৰু আটাইতকৈ বেয়া কথাটো হ'ল, ওলেংকাৰ জীৱনত আৰু মতামত বোলা বস্তুটোৱেই নাইকিয়া হৈ গ'ল। তেওঁৰ চাৰিওপিনে বহু বস্তুৱেই দেখা পায়, সিহঁতৰ ধৰণ-ধাৰণবোৰো ভালকৈয়ে বুজি পায়, কিন্তু সিহঁতৰ সম্পৰ্কে কোনো মতামতেই গঢ়ি তুলিব নোৱাৰে। আৰু, কিহৰ বিষয়ে কি ক'ব—সেইটোও তেওঁ ভাবি নেপায়। কোনো মতামত নথকাটো কি যে সাংঘাতিক কথা! ধৰা যাওক, এটা বটল, নাইবা এজাক বৰষুণ, নাইবা

এজন খেতিয়ক—গাড়ী এখনত উঠি গৈছে! ইয়াৰ যিকোনো এটাৰ আচল তাৎপৰ্যটো কি—সেই কথাষাৰ এহেজাৰ কুবল দিলেও তেওঁ একো ক'ব নোৱাৰে। মতামত নোহোৱা মানে এয়েই।

যেতিয়া কুকিন আছিল, নাইবা পুস্তভালভ আৰু তাৰ পিচত স্মাৰনিন, তেতিয়া ওলেংকাই এই আটাইবোৰ কথাৰে সলসলীয়া ব্যাখ্যা দিব পাৰিছিল। যিকোনো বিষয়ে এটা মতামত দাঙি ধৰিব পাৰিছিল। এতিয়া তেওঁৰ মগজু আৰু হৃদয় দুয়োটাই, সমুখৰ চোতালখনৰ দৰেই উদং আৰু খৰাং। জীৱন তেনেই বৰ্ণহীন আৰু স্বাদহীন হৈ পৰিছে। লাহে লাহে নগৰখন ডাঙৰ হৈ আহিল। তাহানিখনৰ ঠেক জিপচী ৰোড এতিয়া চহৰখনৰ প্ৰধান পথত পৰিণত হৈছে। য'ত এদিন 'তিভলি'ৰ প্ৰমোদ-উদ্যানখন আৰু কাঠৰ গুদামটো আছিল, এতিয়া সেই ঠাইডোখৰ ঘৰ আৰু দালানেৰে উপচি পৰিছে, তাৰ মাজত কিমান যে চুবুৰী, কিমান যে গলি! সময়ৰ পাখিলগা কাঁড় এইদৰেই উৰি যায়।

ওলেংকাৰ ঘৰটো দেখিবলৈ আপচু হৈ পৰিছে। টিনপাতবোৰত মামৰে ধৰিছে, চ'ৰা-ঘৰটো হালি পৰিছে আৰু চোতালখন ঘাঁহ আৰু বনে হাবি হৈ গিলি আনিছে। ওলেংকাৰ নিজৰ গাতো বয়সৰ আঁচোৰ পৰিছে—আগৰ সেই ৰূপ-লাৱণ্যৰ অৱশেষখিনিহে আছে। জহৰ দিনত বাৰাণ্ডাখনত আগৰ দৰেই বহে। মন কিন্তু শূন্য, নিৰানন্দ আৰু নিৰ্লিপ্ত। জাৰৰ দিনতে বহে খিৰিকীৰ কাষত। বাহিৰৰ বৰফবোৰৰ পিনে চাই থাকে। কেতিয়াবা প্ৰথম-বসন্তৰ সুৰভি-নিশ্বাস লৈ, কেতিয়াবা এজাক বতাহে উকৰাই অনা গীৰ্জাৰ ঘণ্টাধ্বনি শুনি, তেওঁৰ মনটো অতীতৰ স্মৃতিৰে উপচি উঠে। বুকুখন মধুৰ কঁপনিৰে কঁপি উঠে। লগে লগে চকুহাল আপোনাআপুনি সজল হৈ আহে। কিন্তু, সেই অনুভূতি একেবাৰে খন্তেকীয়া। তাৰ পিচতে, আকৌ সেই শূন্যতা আৰু জীৱনৰ অসাৰতা!

হঠাৎ, ক'লা মেকুৰী-পোৱালিটোৱে তেওঁৰ চমক ভাঙি দিয়েহি। সি আহি তাৰ নোমাল গাটো তেওঁৰ গাত ঘঁহাবলৈ ধৰে, মিঁউ মিঁউকৈ মাতে। কিন্তু, ওলেংকাই তাৰ মৰমৰ কোনো সঁহাৰি নিদিয়ে। সেইকণ মৰমেৰে তেওঁ কি কৰিব? তেওঁক লাগে এনেকুৱা মৰম, যি মৰমে তেওঁৰ সমস্ত আত্মা আৰু মন অধিকাৰ কৰি ল'ব পাৰে; যি মৰমে মনৰ ভিতৰত জন্ম দিব পাৰে ধাৰণাৰ, জীৱনক দিব পাৰে উদ্দেশ্যৰ চঞ্চলতা আৰু বাৰ্ধক্য-জৰ্জৰিত দেহৰ ৰক্তত দিব পাৰে প্ৰাণৰ উষ্ণতা। মেকুৰী-পোৱালিটোক কোলাৰপৰা দলি মাৰি দি ওলেংকাই কৈ উঠে, "গুচ, গুচ। মিছাকৈ আমনি কৰি নেথাকিবি।"



এনেকৈয়ে দিনৰ পিচত দিন, বছৰৰ পিচত বছৰ পাৰ হৈ গৈ থাকে। কোনো আনন্দ নাই, কোনো মতামত নাই; মাভ্ৰা নামৰ ৰান্ধনীজনীয়ে যি কয়, সেয়েই সকলো।

জুলাই মাহৰ এটা গৰম দিন। গধূলিৰ পিনলৈ যেতিয়া গৰু-গাইবোৰে বাটেদি ধূলি উকৰাই গোহালিলৈ উলটিছে, ঠিক সেই সময়তে কোনোবাই দুৱাৰত খুন্দিয়ালেহি। ওলেংকা নিজেই উঠি গ'ল, দুৱাৰখন খুলি দিবলৈ। দুৱাৰখন খুলিয়েই তেওঁ অবাক হৈ গ'ল। দুৱাৰ মুখত থিয় হৈ আছে, পশু-চিকিৎসক স্মাৰনিন! ইয়াৰ ভিতৰতে তেওঁৰ চুলিবোৰ ৰূপালী হৈ পৰিছে। সদায় পিন্ধি থকা সামৰিক সাজটোৰ সলনি এযোৰ বেসামৰিক সাজ পিন্ধি আহিছে।

মুহূৰ্তৰ ভিতৰতে ওলেংকাৰ সকলোবোৰ কথা মনত পৰি গ'ল। তেওঁ নিজকে সংযত কৰি ৰাখিব নোৱাৰিলে, কান্দি পেলালে। মুখেৰে একো নকৈ, স্মাৰনিনৰ বুকুত মূৰ গুজি মাথোন কান্দিবলৈ ধৰিলে। ওলেংকা ইমান বেছি উত্তেজিত হৈ পৰিছিল যে তেওঁ ক'বই নোৱাৰিলে, কোন মুহূৰ্তত তেওঁলোক দুয়ো ভিতৰলৈ সোমাই আহি চাহ খাবলৈ ধৰিলে।

আনন্দতে কঁপি কঁপি ওলেংকাই গুণগুণাই সুধিলে, "আঃ! ভ্লাদিমিৰ প্লেটোনিচ, তুমি তেনেহ'লে আহিলা? কিমান দিন থাকিবা?"

স্মাৰনিনে উত্তৰ দিলে, "একেবাৰেই থাকিম বুলিয়েই আহিছোঁ। সৈন্য-বিভাগৰ চাকৰিত পেন্সন পাইছোঁ। ভাবিছোঁ, ইয়াতে নিগাজীকৈ বহি স্বাধীনচিতীয়াকৈ ব্যৱসায় কৰিম। তাৰ উপৰি, মোৰ ল'ৰাটোও হাইস্কুলত ভৰ্তি কৰিবলগীয়া হৈছে। ক'বলৈ পাহৰিছোঁ, মোৰ পৰিবাৰৰ লগত মোৰ মিটমাট হৈ গৈছে।"

"তেওঁ ক'ত আছে?"

"হোটেলত থৈ আহিছোঁ, ল'ৰাটোৰ লগতে। মই ওলাইছোঁ ঘৰ এটা বিচাৰি।"

"কিহে পাইছে তোমাক? মোৰ ঘৰটোকে লোৱা। মোক একো দিব নেলাগে।···তোমালোকক মই বৰ ঘৰটো দিলোঁ। মোৰ কাৰণে দাঁতিৰ কোঠা দুটামান হ'লেই হ'ব। আঃ! মোৰ যে কি আনন্দ লাগিছে।" —এইবুলি কৈ ওলেংকাই আনন্দতে আকৌ এবাৰ কান্দি পেলালে।

পিচদিনাখন তেওঁলোকে ঘৰটোৰ টিনপাতকেইখনত ৰং দিয়ালে আৰু দেৱালবোৰত চূণকাম কৰোৱালে। ওলেংকাই কঁকালত হাত দি চোতালৰ

চাৰিওপিনে ঘূৰি ঘূৰি কাম চাই ফুৰিবলৈ ধৰিলে। তেওঁৰ মুখত আকৌ সেই পুৰণি দিনৰ হাঁহিটো বিৰিঙি উঠিল। তেওঁৰ মনটো অতি ফৰকাল হৈ পৰিল—যেন এক দীঘলীয়া টোপনিৰপৰা সাৰ পাইহে উঠিছে।

অলপ পিচতে, পশু-চিকিৎসকজনৰ ঘৈণীয়েকগৰাকী আহি ওলালহি। মানুহজনী দেখাত তেনেই ক্ষীণ। সহজ আৰু ঘৰুৱা ধৰণৰ ছোৱালী; চুলিকোছা পাহকটা। মুখত যেন এটা খেয়ালী মনৰ আভাস আছে। লগত আছিল অকণমানি মৰম-লগা ল'ৰাটো। তাৰ নাম চাছা। বয়স যদিও দহ বছৰ মানেই হ'ব, সেই অনুপাতে অলপ চাপৰ হৈ আছে। মুখখন ভৰপূৰ, চকুহাল নীলচীয়া আৰু হাঁহিলে গাল দুখনত দুটা পোটোকা পৰি উঠে।

চোতালত ভৰি দিয়েই সি মেকুৰীটোৰ পিচে পিচে দৌৰিবলৈ ধৰিলে। লগে লগে সি আনন্দতে খিলখিলাই হাঁহি উঠিল।

"মাহীদেউ, এইটো হ'বলা তোমাৰ মেকুৰী? পোৱালি দিলে, আমাক দুটামান দিবা দেই। আয়ে আকৌ নিগনি দেখিলেই ভয় খায়।"—ল'ৰাটোৱে ওলেংকাৰ পিনে চাই ক'লে।

ল'ৰাটোৰ লগত ওলেংকাই কথা পাতিলে। ওলেংকাই তাক চাহ-জলপান খুৱালে। হঠাৎ তেওঁৰ বুকুখন এক মধুৰ আৰু উমাল অনুভূতিৰে উপচি উঠিল। এই ল'ৰাটো যেন তেওঁৰ নিজৰ ল'ৰা! গধূলি যেতিয়া সি ভাত খোৱা কোঠাটোত বহি পঢ়িবলৈ ল'লে, তেতিয়া তেওঁ তাৰ মুখৰ পিনে চাই ৰ'ল। মনটো মৰমেৰে উপচি উঠিল। তাৰ প্ৰতি কিবা এক মায়া অনুভৱ কৰিলে। গুন-গুনগুন মাতেৰে ওলেংকাই কৈ উঠিল,—"মোৰ কেঁচাসোণটো, মোৰ চকুৰ মণিটো! কি যে ধুনীয়া তুমি! আৰু তোমাৰ বুদ্ধিটো যে কিমান চোকা!"

ল'ৰাটোৱে কিতাপৰপৰা আওৰাবলৈ ধৰিলে, "দ্বীপ মানে এক ভূখণ্ড যাৰ চাৰিওপিনে পানী।"

ওলেংকায়ো কথাষাৰ দোহাৰিলে, "দ্বীপ মানে এক ভূখণ্ড......।"

বহু বছৰৰ নীৰৱতা আৰু মানসিক শূন্যতাৰ পিচত, ওলেংকাই প্ৰথম বাৰৰ কাৰণে এনে এটা মত প্ৰকাশ কৰিলে। আৰু, সেই মতৰ প্ৰতি তেওঁৰ গভীৰ বিশ্বাস কথাৰ সুৰত বাজি উঠিল।

আকৌ তেওঁৰ কিছুমান নিজস্ব মতামত গঢ়ি উঠিল। ৰাতি খাবৰ সময়ত চাছাৰ বাপেক-মাকৰ আগত কথা-প্ৰসংগত ক'লে, হাইস্কুলত ল'ৰাবোৰে বহুত বেছি পঢ়িব লাগে। তথাপি, তেওঁৰ মতে, কাৰিকৰী শিক্ষাতকৈ হাই-



স্কুলীয়া বাৰেমিহলি শিক্ষাই ভাল। কাৰণ, হাইস্কুলীয়া শিক্ষা ল'লে, আটাইবোৰ দুৱাৰ খোলা থাকে—ডাক্তৰো হ'ব পাৰি, ইঞ্জিনীয়াৰো হ'ব পাৰি।

চাছাই হাইস্কুলত পঢ়িবলৈ আৰম্ভ কৰিলে। তাৰ মাক খাৰকোভত থকা ভনীয়েকৰ ঘৰলৈ গ'ল; গ'ল যে গ'লেই—উলটি নাহিল। বাপেকে সদায় বেমাৰী গৰু-ঘোঁৰা চাবলৈ পুৱাই গাঁও-ভূঁই অঞ্চললৈ ওলাই যায়। কেতিয়াবা মাজ-নিশা উভতি আহে; কেতিয়াবা তিনি-চাৰি দিনৰ পিচতহে উভতি আহিব পাৰে। ওলেংকাৰ মাজে মাজে ধাৰণা হয়, চাছাক তেওঁলোকে ঘাট-মাউৰাৰ দৰে এৰি দিছে। তাক যেন কোনেও নিবিচাৰে, কোনেও তাৰ খোৱা-লোৱাৰ খা-খবৰ নলয়! গতিকে, সকলো কথা ভাবি-চিন্তি, ওলেংকাই তাক নিজৰ অংশটোৰে সৰু কোঠা এটালৈ আনি ল'লে।

ছ'মাহ ধৰি চাছা সেই সৰু কোঠাটোতে আছে। সদায় ৰাতিপুৱা ওলেংকাই সি থকা কোঠাটোত এবাৰ ভূমুকি মাৰেগৈ। ওলেংকাই দেখে, ল'ৰাটো টোপনিত লালকাল দি পৰি আছে। এখন হাত গালৰ তলত থৈ, সি কোমলকৈ উশাহ টানি টানি শুই আছে। ওলেংকাই তাৰ চিকুণ টোপনিটো ভাঙি দিবলৈ টান পায়। তথাপি, তাক লাহে লাহে মাত দিয়ে, "চাছেংকা! মোৰ সোণটো! উঠা—তোমাৰ স্কুললৈ যাবৰ সময় হ'ল।"

চাছাই সাৰ পাই উঠি, কাপোৰ-কানি পিন্ধি লয়। তাৰ পিচত, প্ৰাৰ্থনাটো কৰি লৈ চাহ-জলপান খাবলৈ বহে। তিনি গিলাচ চাহ, দুখন কৰকৰীয়াকৈ ভজা পিঠা আৰু আধাডোখৰ মাখন সনা পাওৰুটি—এয়েই তাৰ পুৱাৰ চাহ-জলপান। টোপনিটো মাজতে ভাঙি দিয়াৰ কাৰণে সি অলপ গোমোৰা মাৰি থাকে।

ওলেংকাই তাৰ পিনে চাই কয়, "চাছেংকা! তোমাৰ গল্পটো দেখোন মুখস্থ নহ'ল।"

ওলেংকাই তাৰ মুখলৈ এনেদৰে তধা লাগি চাই ৰয়, যেন সি স্কুললৈ যাবলৈ ওলোৱা নাই—কোনোবা দূৰ দেশলৈহে যাবলৈ ওলাইছে! তাৰ পিচত, আকৌ ক'বলৈ ধৰে, "তোমাক লৈ মোৰ মহা চিন্তা হৈছে। কেঁচাসোণটো, তুমি খুব বঢ়িয়াকৈ পঢ়া-শুনা কৰিবা দেই। মাষ্টৰে যিহকে পঢ়ায়, খুব মন দি শুনিবা, বুজিছা!"

"আঃ! মোক অলপ শান্তিত থাকিবলৈ দিয়াচোন।"—চাছাই কৈ উঠে।

তাৰ পিচত সি স্কুললৈ খোজ লয়। এটা অকণমানি ল'ৰা আৰু

এটা বিয়াগোম টুপী ! কান্ধত এটা কিতাপৰ মোনা। তাৰ পিচে পিচে নিঃশব্দ ভৰিৰে ওলেংকা !

"চাছেংকা !" —ওলেংকাই পিচপিনৰপৰা মাত দিয়ে।

সি পিচপিনলৈ ঘূৰি চায়। ওলেংকাই আগবাঢ়ি গৈ তাৰ হাতত এটা খেজুৰ নাইবা এটা পকামিঠৈ গুজি দিয়ে।

স্কুলৰ কাষৰ আলি-কেঁকুৰিটো পায়েই, চাছাৰ খুব লাজ লাগি যায়। তাৰ দৰে ল'ৰা এটাক এইদৰে এগৰাকী ওখ আৰু শকত-আৱত মাইকী মানুহে আগবঢ়াই থৈ যোৱা কথাবাৰ লাজ লাগিবৰে কথা। সি উভতি চাই কয়, "মাহীদেউ! তুমি আৰু আহিব নেলাগে। বাকীডোখৰ মই অকলেই পাৰিম।"

ওলেংকা ৰৈ যায়। কিন্তু সি স্কুলৰ পদূলিটোৰেদি সোমাই চকুৰ আঁৰ হৈ নোযোৱালৈকে, তেওঁ তাতে থমকি তাৰ পিনে চাই ৰয়। ল'ৰাটোক তেওঁ কিমান ভাল পায় তেওঁ নিজেই নেজানে। মৰমৰ অভিজ্ঞতা তেওঁৰ আছে। কিন্তু, এই মৰমৰ লগত পুৰণি দিনৰ সেই মৰমবোৰৰ তুলনা নহয়। জননী-হৃদয়ৰ আনন্দ আৰু মৰম তেওঁ কণাই কণাই উপলব্ধি কৰিছে। আজি যিদৰে আত্মাটো উবুৰিয়াই দি, কোনো স্বাৰ্থৰ চাঁট নপৰাকৈ এই ল'ৰাটোক ভাল পাইছে, সেইদৰে কাকোৰেই কোনোদিনে তেওঁ ভাল পাব পৰা নাছিল। এই অকণমানি ল'ৰাটো তেওঁৰ কোনোৰেই নহ'ব পাৰে, তথাপি তাৰ গালৰ পোটোকাটোৰ কাৰণে, আনকি মূৰৰ টুপীটোৰ কাৰণে, তেওঁ তেওঁৰ জীৱনটো হাঁহি হাঁহি আহুতি দিব পাৰে। কিয় বাৰু ? কোনে ক'ব পাৰে, কিয় ?

চাছাক স্কুলত থৈ তেওঁ মনে মনে ঘৰমুৱা হৈ উভতি আহি থাকে। মনটো তৃপ্তি, শান্তি আৰু মৰমেৰে উপচি উঠিছে। এই ছমাহৰ ভিতৰতে ওলেংকাৰ বয়স যেন বহুত কমি গৈছে! মুখখন আনন্দত উদ্ভাসিত হৈ উঠিছে। বাটৰ মানুহে আজিকালি তেওঁৰ মুখলৈ চাই, প্ৰসন্ন হৃদয়েৰে সোধে, "সুপ্ৰভাত, ওল্‌গা চেময়ানোভ্‌না ! কেনে আছা, কেঁচাসোণ ?"

বজাৰ কৰিবলৈ গৈ, কাৰোবাক লগ পালে তেওঁ কয়, "আজিকালি হাইস্কুলবোৰত বৰ বেছিকৈ পঢ়াৰ হেঁচা দিছে। ভাবি চাওকচোন বাৰু, কালি প্ৰথম শ্ৰেণীত ইমানবোৰ কাম দিছে; এটা গল্প মুখস্থ, লেটিনৰ-পৰা এডোখৰ ৰচনা অনুবাদ আৰু এটা বিৰাট অংক। কণ কণ ল'ৰা-ছোৱালীবোৰে জানো ইমানটো হেঁচা সহিব পাৰে ?"

তাৰ পিচত, তেওঁ ক'বলৈ আৰম্ভ কৰে—মাষ্টৰবিলাকৰ কথা, পঢ়াৰ



কথা আৰু পাঠ্য-পুথিৰ কথা। মুঠতে, চাছাই ঘৰত যিবোৰ কথা যেনেকৈ কয়হি, সেই আটাইবোৰ কথা হুবহু দোঁহাৰি যায়।

তিনি বজাত তেওঁলোক দুয়ো একেলগে খাবলৈ বহে। গধূলি মাষ্টৰে ঘৰত কৰি আনিবলৈ দিয়া কামবোৰ একেলগে কৰে। কেতিয়াবা একেলগে কান্দে। ৰাতি চাছাক বিচনাত থৈ, তাৰ মংগলৰ কাৰণে প্ৰাৰ্থনা কৰোঁতেই ওলেংকাৰ ভালেখিনি সময় লাগে। তাৰ পিচত তেওঁ নিজে শুবলৈ যায়। পাটীত পৰি চিন্তা কৰে, সেই সুদূৰ আৰু অস্পষ্ট ভৱিষ্যতৰ কথা, চাছাৰ পঢ়া যেতিয়া শেষ হ'ব, সি যেতিয়া ডাক্তৰ নাইবা ইঞ্জিনীয়াৰ হৈ উঠিব, সি হয়তো এটা বিৰাট ঘৰ সজাব, এখন ধুনীয়া ঘোৰা-বাগী কিনিব ! বিয়া কৰাব আৰু বাপেক হ'ব। লাহে লাহে ওলেংকাক টোপনিয়ে হেঁচি ধৰে। সপোনতো সেই একেবোৰ বস্তুকেই দেখে ওলেংকাই। জাপ খাই থকা চকুহালৰপৰা দুয়ো গালে দুধাৰি চকু-লো বৈ আহে। কাষতে শুই থকা মেকুৰী-পোৱালিটোৱে মাত দি উঠে ঃ মিঁ-উ! মিঁ-উ!

হঠাৎ, কোনোবাই যেন দুৱাৰখন খুন্দিয়াবলৈ ধৰে। ওলেংকাৰ টোপনি ভাগি যায়। ভয়ত উশাহ-নিশাহ বন্ধ হৈ যাব খোজে। আধা মিনিটমানৰ পিচতে, আকৌ সেই দুৱাৰ খুন্দিওৱাৰ শব্দ !

ওলেংকাৰ গাটো কঁপিবলৈ ধৰে, "সেয়া নিশ্চয় টেলিগ্ৰাম ! খাৰকোভৰ-পৰা আহিছে। চাছাৰ মাকে চাছাক খাৰকোভলৈ মাতি পঠাইছে। —হে ভগবান !"

ওলেংকা হতাশ হৈ পৰে। তেওঁৰ মূৰটো আৰু হাত-ভৰিবোৰ হিম-চেঁচা হৈ আহে। তেওঁৰ ধাৰণা হয়, পৃথিৱীত তেওঁৰ দৰে হতভাগিনী আৰু কোনো নাই ! কিন্তু, এক মিনিটমানৰ পিচতে, তেওঁ এটা চিনাকি মাত শুনিবলৈ পায়। পশু-চিকিৎসকজন ক্লাবৰপৰা উভতি আহি ঘৰ সোমাইছে !

ওলেংকাই আপোন মনে কৈ উঠে, "হে ভগবান, তোমাক ধন্যবাদ !"

লাহে লাহে তেওঁৰ বুকুৰ বোজাটো পাতল হৈ আহে। আকৌ, মনটো ফৰকাল হৈ পৰে। লগে লগে আকৌ তেওঁ বিচনাত পৰেগৈ। শুই শুই চিন্তা কৰে, কাষৰ কোঠাটোতে গভীৰ টোপনিত নিমগ্ন চাছাৰ কথা। মাজে মাজে চাছাই টোপনিতে চিঞৰি উঠা শুনিবলৈ পায় ঃ

"মজা উলিয়াম দেই। বেছি বাহাদুৰী নেদেখুৱাবি ! চিধা কৰি দিম !"

---

# ইটালি

## লুইজি পিৰানডেল্লো

আধুনিক ইটালিয়ান সাহিত্যৰ শ্ৰেষ্ঠতম লিখক লুইজি পিৰানডেল্লো (১৮৬৭-১৯৩৬) একাধাৰে কাহিনীকাৰ আৰু নাট্যকাৰ। তেওঁৰ 'নাট্যকাৰৰ সন্ধানত ছ'টি চৰিত্ৰ' এই যুগৰ এখন শ্ৰেষ্ঠ নাটক। তেওঁৰ গল্পসমূহতো এক আচহুৱা পৰিবেশ অনুভৱ কৰা যায়। তেওঁৰ গল্প পঢ়ি উঠি, যিকোনো পাঠকে নিজকে নিজে সুধিবলৈ বাধ্য হয়—লিখকে কি ক'বলৈ বিচাৰিছে? পিৰানডেল্লো নবেল-বঁটা বিজয়ী লিখক।

## মৌ চস্মী / লুইজি পিৰানডেল্লো

"টেৰেচিনাৰ ঘৰ এইটোৱেই নহয় জানো?"

বেহেৰাটোৱে তেতিয়া কেৱল কামিজটোহে পিন্ধি আছিল। অৱশ্যে, ইতিমধ্যে সি খম্‌খমীয়া কলাৰটো ডিঙিত খুৱাই লৈছিল। সি ভৰিৰপৰা মূৰলৈকে ডেকাজনক এবাৰ ভালকৈ নিৰীক্ষণ কৰি ল'লে। ডেকাজনৰ গাত এটা দগধা কাপোৰৰ কোট; কোটৰ কলাৰটোৱে তেওঁ কাণ দুখন ঢাকি ৰাখিছে। কিন্তু হাত দুখন জাৰত ঠেৰেঙা লাগি একেবাৰে নীলা হৈ পৰিছে। ডেকাজনৰ এখন হাতত এটা লেতেৰা কাপোৰৰ জোলোঙা; আৰু আনখন হাতত আওপুৰণি চামৰাৰ বাকচ-জাতীয় হাত-মোনা। খটখটিৰ আটাইতকৈ ওপৰৰ খলপাটোত ভৰি থৈ এই আচহুৱা ডেকাজনে বেহেৰাটোৰ পিনে থৰ লাগি চাই আছিল।

বেহেৰাটোৰ চকুৰ চেলাউৰিযোৰ ভাবিব নোৱাৰা ধৰণে ঘন, যেন কোনোবাই তাৰ দুয়োগালৰপৰা দুকোছা ডাঢ়ি উঘালি আনি তাৰ চকুহালৰ ওপৰত নিকপ্‌কপীয়াকৈ বহুৱাই দিছে। সেই চেলাউৰিযোৰ কোঁচ খুৱাই সি প্ৰশ্ন কৰিলে: "টেৰেচিনা মানে? টেৰেচিনা কাৰ নাম?"

ডেকাজনে প্ৰবলভাৱে মূৰটো জোকাৰি তেওঁৰ নাকৰ আগত জমিবলৈ ধৰা বৰফৰ পানীয় টোপালটো সৰুৱাই উঠি উত্তৰ দিলে: "টেৰেচিনা—মানে সংগীতজ্ঞা টেৰেচিনা।"

বেহেৰাটোৰ মুখত বিস্ময়-মিহলি বিদ্ৰূপৰ হাঁহি খেলি গ'ল: "অ', তাকে নোকোৱা কিয়? তেখেতৰ নাম হবলা টেৰেচিনা—আগ নাই গুৰি নাই, কেৱল শুদাশুদি টেৰেচিনা? পিচে, তুমিনো কোন কোৱাচোন।"

ডেকাজন অলপ অপ্ৰতিভ হ'ল। তেওঁৰ নাকৰপৰা এটা বিৰক্তিব্যঞ্জক শব্দ আপোনাআপুনি ওলাই আহিল। তেওঁ আকৌ সুধিলে: "তেওঁ এতিয়া

ঘৰত আছে নে নাই ? আছে যদি খবৰ দিয়াগৈ, মিচুচ্চো আহিছে। সেইবুলি ক'লেই তেওঁ চিনি পাব।"-

বেহেৰাটোৰ মুখৰ হাঁহিটো যেন হঠাতে গোট মাৰি বৰফ হৈ গ'ল। সি অসহায়ৰ দৰে উত্তৰ দিলে : "কিন্তু, ঘৰত যে এতিয়া কোনোৱেই নাই। মেডাম চিনা মাৰ্নিছ এতিয়াও নাটঘৰৰপৰা উভতি অহা নাই। । আৰু ··"

"আৰু মাৰ্থা মাহী ?" মিচুচ্চোৱে তাৰ মুখৰ কথাষাৰ কাঢ়ি আনি সুধিলে।

"এতিয়া বুজিছোঁ, তাৰ মানে আপুনি তেখেতৰ ভাগিনীয়েক ?" বেহেৰাটো লগে লগে আগতকৈয়ো বিনয়ী হৈ পৰিল : 'ডাঙৰীয়া, তেখেতসকল কোনোৱেই এতিয়া ঘৰত নাই। বোধকৰোঁ নিশা এক বজাৰ আগতে কোনোৱেই উলটি নাহিব। কাৰণ, আজি আপোনাৰ···আপোনাৰ কি হ'ব জানো, তেখেতৰ জন্মদিন। ৰ'ব, মেডাম তেনেহ'লে ডাঙৰীয়াৰ মাহীৰ জীয়েক ভনী—নহয় জানো ?"

মিচুচ্চোৱে মূৰটো অলপ খজুৱাই ক'লে : "নহয়, মানে , মানে তেওঁলোক মোৰ আপোন মানুহৰ নিচিনা ; আত্মীয় অৱশ্যে নহয়। মোৰ নাম মিচুচ্চো বোনাভিনো। মোৰ নামটো ক'লেই তেওঁ চিনি পাব। তেওঁক দেখা কৰিবৰ বাবেই ইমান দূৰৰপৰা—একেবাৰে তেওঁলোকৰ দেশৰপৰা আহি এইখিনি পাইছোঁহি।"

বেহেৰাটোৱে মনে মনে চিন্তা কৰিলে, ইয়াৰ পিচত 'ডাঙৰীয়া' বুলি সম্বোধন নকৰাটোৱেই উচিত হ'ব। তাৰ পিচত, সি মিচুচ্চোক ভিতৰলৈ মাতি নি ৰান্ধনি-ঘৰৰ কাষতে থকা এটা সৰু এন্ধাৰ কোঠাত বহিবলৈ দিলে। কোঠাটোত সোমায়েই তেওঁ কাৰোবাৰ নাকৰ ঘোৰ্ঘোৰণি শুনিবলৈ পালে। শব্দটো যিপিনৰপৰা আহিছিল, মিচুচ্চোৱে সেইপিনে ডিঙি ঘূৰাই চালে ; কিন্তু সেই নাকৰ গৰাকীজনক দেখা নেপালে। তাৰ পিচত, তেওঁ ৰান্ধনি-ঘৰৰ পিনে চকু দিলে। এটা খানচামাই লগত এটা কম বয়সীয়া চাকৰ-ল'ৰা লৈ ৰাতিৰ আহাৰ প্ৰস্তুত কৰি আছে। বিভিন্ন ব্যঞ্জনৰ বিচিত্ৰ মচলাৰ গোন্ধে তেওঁৰ গা-মন জুৰ পেলাই আনিলে। আচলতে তেওঁৰ ভয়ানক ভোক লাগিছিল। ৰাতিপুৱাৰেপৰা ক'বলৈ গ'লে তেওঁ একোৱেই খোৱা নাই। তদুপৰি, মেচিনাত ৰেলগাড়ীত উঠাৰ পিচত এদিন-এৰাতিজোৰা ভ্ৰমণ। গতিকে, তেওঁৰ গাটো এনেয়ে ৰাইজাই কৰিছিল, অলপ বমিৰ ভাৱো আহিছিল।

অলপ পিচতে, বেহেৰাটোৱে কোঠাৰ ভিতৰত পোহৰৰ ব্যৱস্থা কৰি দি



গ'লহি। কোঠাটোৰ এখন দেৱালৰপৰা আনখন দেৱাললৈকে এডাল ৰচীত এখন পৰ্দা ওলোমাই থোৱা আছে। পৰ্দাখনৰ সিপাৰে ইমানপৰে নাক ঘোৰ্ঘোৰাই শুই থকা মানুহজনীয়ে টোপনিৰ ব্যাঘাত ঘটাত বিৰক্তিৰ সুৰত প্ৰশ্ন কৰিলে : "কোন ?'

"ডোৰিনা, উঠ্ ইয়াৰপৰা। চিনৰ বোনা ভিচিনো আহিছে।"

মিচুচ্চোৱে তেওঁৰ হাত দুখন গৰম কৰিবৰ বাবে আঙুলিবোৰ মুখৰ ওচৰলৈ নি ফুৱাবলৈ ধৰিছিল। কথাষাৰ শুনি তেওঁ শুধৰাই দিলে : "বোনা ভিচিনো নহয়—বোনাভিনো।"

"চিনৰ বোনাভিনো আহিছে। মেডামৰ বন্ধু। আৰু, তোৰ ইফালে মৰ-টোপনি। কলিং বে'ল বাজি থাকিলেও গম নেপাৱ। এখন হাতেৰে মই বাৰু গোটেইবোৰ কাম কৰোঁ কেনেকৈ ? খোৱাৰ টেবুলকে সজাম নে এলাইবাছ খানচামাটোকে চাম। তাৰ উপৰি যদি কোন আহিল কোন নাহিল, তাৰো খবৰ ৰাখিবলগীয়া হ'ল, মই মৰিলেহে হ'ব !"

বেহেৰাটোৰ এই দীঘলীয়া কেট্‌কেটনিৰ উত্তৰত শুনা গ'ল, এডামূৰি দি উঠা দীঘলীয়া কোঁকোঁৱনি ; আৰু তাৰ তালে তালে কেইটামান হামিৰ শব্দ। তাৰ পিচত এটা তীব্ৰ কৰ্কশ অনুনাসিক ধ্বনি। বেহেৰাটোৱে খঙৰ ভমকত মুখৰ ভিতৰতে কিবাকিবি কিছুমান ভোৰভোৰাই তাৰপৰা ওলাই গ'ল।

মিচুচ্চোৰ হাঁহি উঠি গ'ল। তেওঁৰ চকুৰ দৃষ্টিয়ে বেহেৰাটোক অনুসৰণ কৰিলে। ওচৰৰ আধাআধি পোহৰ হৈ থকা কোঠাটো পাৰ হৈ সিপাৰে সেইটো বিশাল ডাইনিং হল। মিচুচ্চোৰ চকু থিৰ হৈ গ'ল—কি সুন্দৰ, কি প্ৰকাণ্ড সেইখন টেবুল! মিচুচ্চোৱে নিজকে পাহৰি গ'ল। অলপ পিচতে আকৌ সেই নাকৰ ঘোৰ্ঘোৰণিটো শুনি তেওঁৰ চকুৰ দৃষ্টি উভতি আহি ওচৰৰ সেই পৰ্দাখনৰ ওপৰত নিবদ্ধ হ'ল।

কান্ধত গামোচা এখন লৈ বেহেৰাটো টাকুৰী ঘূৰাদি ঘূৰিবলৈ ধৰিলে। লগে লগে এবাৰ ডোৰিনাক লক্ষ্য কৰি, এবাৰ খানচামাটোক লক্ষ্য কৰি মুখৰ ভিতৰতে ভোৰভোৰাবলৈ লাগিল। খানচামাটো খুব সম্ভৱ নতুন, হয়তো আজিৰ এই উৎসৱ উপলক্ষে বিশেষভাৱে নিযুক্ত। সি বেহেৰাটোক সৰু-সুৰা কথাবোৰো সুধি সুধি তাক ব্যতিব্যস্ত কৰি তুলিছিল। মিচুচ্চোৰো বহুত কথা সুধিবলগীয়া আছিল। কিন্তু সি যেনেকুৱা টিঙিৰি-তুলা হৈ আছিল, উভঁহা উত্তৰ শুনাৰ ভয়তে তেওঁ একো নুসুধিলে। তথাপি তাক জনাই দিব পাৰিলে বেয়া নাছিল ; তেওঁৱেই যে টেৰেচিনাৰ ভৱিষ্যত স্বামী। কিন্তু, কথাষাৰ কবলৈ কিয় জানো

তেওঁ কোনো উৎসাহেই অনুভৱ নকৰিলে। কথাযাৰ শুনা হ'লে বেহেৰাটোৱে কিজানি চকুৰে ধোৱাঁকোৱাঁ দেখিলেহেঁতেন—হয়তো কথাটো নোকোৱাৰ কাৰণ সেইটোৱেই! যদিও সি তেতিয়ালৈকে তাৰ কোটটো পিন্ধি লোৱা নাছিল, তথাপি তাৰ ভাৱ-ভঙ্গীবোৰ ভাবিব নোৱাৰা ধৰণে গম্ভীৰ আৰু মাৰ্জিত। তাৰ পিনে চাই মিচুচ্চোৱে কথাযাৰ মনৰ ভিতৰতে এবেলি জুকিয়াই চালে। ওঁ, তেওঁৱেই টেৰেচিনাৰ ভৱিষ্যত স্বামী! কথাযাৰ ভাবি নিজৰে লাজ লাগিল। তথাপি তেওঁৰ পক্ষে আত্ম-সংবৰণ কৰাটো কঠিন হৈ পৰিছিল। অৱশেষত এবাৰ এনেয়ে সুধি পেলালে: "বেয়া নেপাবা দেই। এই ঘৰটো, এই ঘৰটো বাৰু কাৰ?"

বেহেৰাটোৱে টপৰাই উত্তৰ দিলে: "আমাৰ। যেতিয়ালৈকে আমি ইয়াত আছোঁ, তেতিয়ালৈকে এইটো আমাৰেই ঘৰ।"

মিচুচ্চোৱে লগে লগে মূৰ দুপিয়ালে। তেনেহ'লে তেওঁ যিবোৰ কথা শুনিছিল, আটাইবোৰ সঁচা! টেৰেচিনাৰ ভাগ্য মুকলি হৈছে। তেওঁ এতিয়া সঁচাসঁচিকৈয়ে ডাঙৰ মানুহ। এই যে ভদ্ৰলোকৰ দৰে সাজ-পাৰ পিন্ধা বেহেৰাটো, সৌ খানচামাটো আৰু তাৰ লগৰ ল'ৰাটো, আৰু এই নাক ঘোৰ্ঘোৰাই শুই থকা পৰ্দাৰ সিপাৰৰ মানুহজনী—ইহঁত আটাইবোৰ তেনেহ'লে টেৰেচিনাৰ বেতনভোগী চাকৰ! ইহঁত আটাইবোৰে কেৱল টেৰেচিনাৰ হুকুম তামিল কৰে। মিচুচ্চোৱে নিজৰ চকুকে বিশ্বাস কৰিবলৈ টান পালে।

মেচিনাৰ দিনবোৰলৈ মনত পৰিল। এটা জুপুৰি ঘৰৰ ভিতৰতে দিনবোৰ কটাই দিছিল, টেৰেচিনা আৰু তেওঁৰ মাকে। মাত্ৰ পাঁচ বছৰৰ আগৰ কথা। সেই সৰু জুপুৰিটোৰ ভিতৰত মাক-জীয়েক দুয়োৰে খাবলৈ নেপাই শুকাই মৰাৰ অৱস্থা তেতিয়া। তথাপি, তেওঁলোক নমৰিল। কেৱল মিচুচ্চোৰ কাৰণেই নমৰাকৈ বাচি থাকিল। তেওঁৱেই এদিন আৱিষ্কাৰ কৰিছিল টেৰেচিনাৰ অপূৰ্ব কণ্ঠস্বৰ। তেতিয়া টেৰেচিনাৰ কণ্ঠত নিজে নিজে বাজি উঠা গানবোৰ আছিল আপোনপাহৰা চৰাইৰ কল-কাকলিৰ দৰে। টেৰেচিনাই নিজেই নেজানিছিল, নিজৰ ভিতৰত কিবা প্ৰতিভা লুকাই আছিল বুলি। তেওঁৰ কণ্ঠত আছিল এক ৰহস্যময় দুৰন্ত উদ্যম। সেই ঈশ্বৰ-প্ৰদত্ত কণ্ঠৰ গানেৰে নিজকে সান্ত্বনা দিছিল; পাহৰি গৈছিল নিজৰ দুখৰ কথা, নিজৰ দুঃসহ দাৰিদ্ৰ্যৰ কথা। যদিও টেৰেচিনাৰ বাপেকে, বিশেষকৈ টেৰেচিনাৰ মাকে, সদায়েই হাক দি আহিছিল, তথাপি মিচুচ্চোৱে



প্ৰাণপণে চেষ্টা কৰিছিল তেওঁলোকৰ সেই দাৰিদ্ৰ্য-যন্ত্ৰণা লাঘৱ কৰিবৰ বাবে। অৱশেষত, এদিন যেতিয়া টেৰেচিনাৰ বাপেকে হঠাতে এই পৃথিৱীৰ পৰা বিদায় গ্ৰহণ কৰিলে, তেতিয়া মিচুচ্চোৰ পক্ষে এই সৰু ঘৰখনৰ জীৱন-সংগ্ৰামৰ নীৰৱ দৰ্শক হৈ থকাটো আৰু বেছি কঠিন হৈ পৰিল। যিহেতু তেওঁলোক নিঃস্ব, সেইবুলিয়েই জানো মিচুচ্চোৱে তেওঁলোকৰপৰা বিদায় লৈ আঁতৰি পৰিব পাৰে? হ'ব পাৰে তেওঁ পৌৰ-সভাৰ বেণ্ড-পাৰ্টিৰ সামান্য এজন পেঁপা বজোৱা যন্ত্ৰী, হ'ব পাৰে তেওঁৰ চাকৰিটো অত্যন্ত নগণ্য, তথাপি তেওঁ হৃদয়ৰ কাঙাল নিশ্চয়েই নহয়!

টেৰেচিনাৰ এই মহিমাময় কণ্ঠস্বৰ এনেয়ে অপচয়িত হ'বলৈ দিব নোৱাৰি। মিচুচ্চোৰ সংকল্প লাহে লাহে দৃঢ়তৰ হৈ আহিল। আজি মনত পৰিছে, এপ্ৰিল মাহৰ সেই এটা মাধুৰীসনা দিনৰ স্মৃতি। টেৰেচিনাহঁতৰ জুপুৰিটোৰ খিৰিকীখনৰ ফ্ৰেমত যেন বন্দী হৈ আছিল, আকাশৰ উজ্জ্বল নীল টুকুৰা এটা। সেই খিৰিকীখনৰ কাষতে বহি টেৰেচিনাই গুণ্ গুণ্ কৈ গাই আছিল এটা চিচিলিদেশীয় সুৰ। সিদিনা তেওঁলোকৰ কথাত ফুটি উঠিছিল দুৰন্ত আবেগ। তাৰ আঁৰে আঁৰে টেৰেচিনাৰ কথাত বাজি উঠিছিল কিবা এক বেদনাৰ সুৰ—কাৰণ, মিচুচ্চোৰ মাক্ আৰু বাপেক দুয়ো আপত্তি কৰিছিল। তাৰ পিচত, বেছি দিনৰ কথা নহয়—এদিন মিচুচ্চোৰ বাপেকেও শেষ নিশ্বাস ত্যাগ কৰিলে।

সেই গানটোৱে মিচুচ্চোৰ মনটোক ইমান প্ৰবলভাৱে দোলা দি গৈছিল যে, গান শুনি থাকোঁতে ক'ব নোৱাৰাকৈয়ে মিচুচ্চোৰ চকুহাল সেমেকি উঠিছিল। যদিও তেওঁ টেৰেচিনাৰ মুখত সেই গানটো বহুবাৰ শুনিছে, তথাপি সিদিনা কিয় জানো তাৰ সুৰটো গভীৰ যেন লাগিছিল। পিচদিনা মিচুচ্চোৱে টেৰেচিনা অথবা তেওঁৰ মাক—কাকো নোসোধাকৈয়ে তেওঁলোকৰ সেই জুপুৰিটোলৈ নিমন্ত্ৰণ কৰি আনিছিল, তেওঁৰ বন্ধু বেণ্ড-পাৰ্টিৰ পৰিচালকজনক। ঠিক এনেকৈয়ে এদিন আৰম্ভ হৈছিল টেৰিচিনাৰ সংগীত-শিক্ষা। ইয়াৰ পিচত সম্পূৰ্ণ দুটা বছৰ ধৰি মিচুচ্চোৱে তেওঁৰ দৰমহাৰ প্ৰায় গোটেইখিনি উজাৰ কৰি দিছিল টেৰেচিনাৰ সংগীত-চৰ্চা পৰিপূৰ্ণ কৰি তোলাৰ বাবে। পিয়ানো ভাৰা কৰি অনা, স্বৰলিপিৰ দামী কিতাপ কিনি অনা, আৰু মাজে মাজে সংগীত-শিক্ষকজনক সামান্য বানচ দিয়া প্ৰভৃতি সকলো খৰচ বহন কৰিছিল মিচুচ্চোৱে। সেই দিনবোৰ কিমান যে মধুময় নাছিল! সংগীত-শিক্ষকজনে মাজে মাজে যেতিয়া টেৰেচিনাক

উৎসাহ দিবৰ বাবে তেওঁৰ ভৱিষ্যত সম্ভাৱনাৰ কথা উলিয়ায়, তেতিয়া টেৰেচিনাৰ মনটো উপচি উঠে সেই সোণালী দিনৰ মধুৰ স্বপ্নেৰে। লগে লগে মনটো ভৰি উঠে, মিচুচ্চোৰ প্ৰতি অসীম কৃতজ্ঞতাৰে। এইদৰে মিচুচ্চো আৰু টেৰেচিনা দুয়ো ভাহি গৈছিল, ভৱিষ্যতৰ স্বপ্ন প্ৰবাহত।

কিন্তু টেৰেচিনাৰ মাকৰ মুখখন আগৰ দৰেই মলিন হৈ ৰৈছিল। জীৱনত তেওঁ বহুবাৰ আশাৰ জিলিঙনি দেখা পাইছে, কিন্তু কোনোবাৰেই সেই আশাৰ মূৰ্তিমান ৰূপ দেখা পোৱা নাই। সেইবাবে, ভৱিষ্যতৰ ওপৰত তেওঁৰ সকলো আস্থা হেৰাই গৈছে। টেৰেচিনাৰ কথা ভাবি তেওঁ উচপ্ খাই উঠিছিল: তাইৰ চকুত ভাঁহি উঠিছে ভৱিষ্যতৰ ৰঙীণ স্বপ্ন; কিন্তু সেই স্বপ্ন চূৰমাৰ হৈ যাবলৈ কিমান পৰ! আৰু এই নিৰ্বোধ স্বপ্নৰ বাবে মিচুচ্চোৰে যে কি মহঙা দাম দিবলগীয়া হৈছে, সেই খবৰটোও মাৰ্থা মাহীয়ে নজনাকৈ নাছিল।

কিন্তু তেওঁলোক দুজনৰ এজনেও তেওঁৰ কথালৈ কাণ নিদিলে। এবাৰ এক গানৰ মজলিছত টেৰেচিনাৰ গান শুনি এগৰাকী তৰুণ অথচ বিখ্যাত সংগীতজ্ঞই মন্তব্য কৰিছিল: সংগীত-শিক্ষা সম্পূৰ্ণ কৰিবৰ বাবে এই ছোৱালীজনীক নেপল্‌ছ নগৰীলৈ নপঠিওৱাটো ৰীতিমতে এক অমাৰ্জনীয় অপৰাধ। যিকোনো প্ৰকাৰে টেৰেচিনাক নেপল্‌ছৰ সংগীত বিদ্যালয়লৈ পঠোৱা উচিত।

মাৰ্থা মাহীৰ ভীষণ আপত্তি সত্ত্বেও, মিচুচ্চোৰে তেওঁৰ সিদ্ধান্ত সলনি নকৰিলে। মিচুচ্চোৰে তেওঁৰ এগৰাকী দূৰ-সম্পৰ্কীয় যাজক কাম কৰা খুৰাকৰপৰা কিছু মাটি-বাৰী উত্তৰাধিকাৰীসূত্ৰে পাইছিল। আত্মীয়-কুটুম্বৰ হকা-বাধা নেওচি, মিচুচ্চোৰে সেই সম্পত্তিখিনি বিক্ৰি কৰি দিলে; আৰু সেই ধনেৰে টেৰেচিনাহঁতক নেপল্‌ছলৈ পঠাই দিলে।

তাৰ পিচত, বহুদিন ধৰি তেওঁলোকৰ দেখাদেখি হোৱা নাই। চিঠি-পত্ৰৰ আদান-প্ৰদান অৱশ্যে চলিয়েই আছিল। সংগীত বিদ্যালয়ত শিক্ষা গ্ৰহণ কৰি থকা সময়ছোৱাত চিঠিবোৰ টেৰেচিনাই নিজেই লিখিছিল। তাৰ পিচত টেৰেচিনা নতুন জীৱনৰ প্লাৱনত উটি গ'ল। গোটেই দেশ জুৰি তেওঁৰ নাম ফুটি-ফাটি গ'ল। লগে লগে তেওঁ বিভিন্ন ৰংগমঞ্চৰ অসংখ্য মালিকৰ কামনাৰ ধন হৈ উঠিল। তেতিয়াৰেপৰা চিঠি লেখাৰ দায়িত্বটো আহি পৰিল মাকৰ ওপৰত। বয়স বাঢ়ি অহাৰ লগে লগে মাৰ্থা মাহীৰ হাতৰ আঙুলিবোৰো থৰকবৰক হৈ আহিছিল। তথাপি সেই



কঁপা-কঁপা হাতেৰে লিখা চিঠিবোৰৰ যোগেদিয়েই মাজে মাজে মিচুচ্চোৰে সকলো-বোৰ খা-খবৰ পাই আছিল। কেতিয়াবা অৱশ্যে সময়ৰ নাটনি সত্ত্বেও মাকৰ চিঠিতে টেৰেচিনায়ো দুলাইনমান যোগ দি দিয়ে; 'মিচুচ্চো, মা'ৰ চিঠিতে সকলো খবৰ পাবা। আশা কৰোঁ ভালে আছা। অফুৰন্ত মৰম ৰ'ল।' ইত্যাদি।

তেওঁলোকে নিজৰ ভিতৰতে বন্দোবস্ত কৰি লৈছিল, অন্ততঃ পাঁচ-ছয় বছৰলৈ মিচুচ্চোৰে কথাটো উত্থাপন নকৰে। আৰু এই সময়ছোৱাতে টেৰেচিনাই নিজক মোটামুটিভাৱে প্ৰতিষ্ঠা কৰি ল'ব। দুয়োৰে বয়স যেতিয়া বেছি নহয়, এইখিনি সময় প্ৰতীক্ষা কৰাটো মুঠেই কঠিন নহ'ব। চাওঁতে চাওঁতে পাঁচোটা বছৰ পাৰ হৈ গ'ল। এই পাঁচ বছৰৰ ভিতৰতে মিচুচ্চোৰ আত্মীয়বিলাকে টেৰেচিনাৰ সম্পৰ্কে নানা ধৰণৰ বদনাম উলিয়াই ফুৰিছে; আনকি, টেৰেচিনাৰ মাকো এই ধৰণৰ সমালোচনাৰপৰা বাদ যোৱা নাছিল। মিচুচ্চোৰে তেওঁলৈ অহা চিঠি-পত্ৰবোৰ দেখুৱাই সেই পৰচৰ্চাকাৰী দলটোৰ মুখ বন্ধ কৰি দিছিল। তাৰ পিচত তেওঁৰ অসুখ হ'ল। কঠিন অসুখ। কোনোমতে মৃত্যুৰ দুৱাৰডলিৰপৰা উভতি আহিল। ঠিক সেই সময়তে মাৰ্থা মাহী আৰু টেৰেচিনাই তেওঁৰ নামত কিছু টকা পঠাইছিল—যথেষ্ট শকত অংকৰ টকা। মিচুচ্চোৰে কথাটো গমেই পোৱা নাছিল। তাৰে এটা অংশ তেওঁৰ চিকিৎসাৰ নামতে নাইকিয়া হৈ গ'ল; বাকীখিনিও মিচুচ্চোৰে বহু সাধ্য-সাধনাৰ অন্ততহে তেওঁৰ লোভী আত্মীয়বোৰৰ হাতৰ-পৰা উদ্ধাৰ কৰিবলৈ সক্ষম হৈছিল।

সেই টকাখিনি তেওঁ টেৰেচিনাক ঘূৰাই দিবলৈ আহিছে। তেওঁতো টকা বিচৰা নাই! টকা তেওঁক নেলাগে। অৱশ্যে, দয়াৰ দান বুলি যে অপমান বোধ কৰিছিল—সিও নহয়। টেৰেচিনাৰ কাৰণে তেওঁ কত টকা খৰচ কৰিছে! নিঃস্বাৰ্থভাৱে খৰচ কৰিছে। তেওঁ জানো কোনোবাদিনা সেই টকা ঘূৰাই বিচাৰিছে? ইয়ালৈ আহি অৱশ্যে বুজিছে: যদিও টকাখিনি যথেষ্ট বেছি, তথাপি সি মাথোন হাতৰ মলি—তাতকৈ বেছি নহয়। এতিয়া নিশ্চয় কথাটো উলিয়াব পাৰি। ইমান বছৰ ধৰি তেওঁ অপেক্ষা কৰিছে, প্ৰয়োজন হ'লে এতিয়াও আৰু কিছুদিন অপেক্ষা কৰিবলৈ প্ৰস্তুত। কিন্তু সেইদৰে অপেক্ষা কৰাৰ কিবা মানে জানো আছে? টেৰেচিনাৰ এই যে আৰ্থিক স্বচ্ছলতা, তাৰপৰাই বুজিব পাৰি—টেৰেচিনাৰ কপাল মুকলি হৈছে। এতিয়া সময় আহিছে তাহানিখনৰ সেই অঙ্গীকাৰ পালন কৰাৰ; এতিয়া সময় আহিছে সন্দেহবাদী মানুহৰ কুটিল আনন্দ উপভোগৰপৰা সিহঁতক বঞ্চিত কৰি দিয়াৰ।

মিচুচ্চো উত্তেজিত হৈ বহাৰপৰা উঠি থিয় হ'ল। মনে মনে তেওঁ যি সিদ্ধান্তত উপনীত হৈছিল, যেন তাৰ সমৰ্থনতে তেওঁৰ কপালৰ বলি-ৰেখাবোৰ স্পষ্ট হৈ পৰিল। আকৌ এবাৰ তেওঁ বৰফৰ দৰে চেঁচা হৈ অহা হাতৰ আঙু লিবোৰ ফুৰাবলৈ ধৰিলে। তেওঁৰ অস্থিৰ ভৰি ছুখনৰ প্ৰহাৰত মজিয়াখন গমগমাই উঠিল। এনেতে বেহেৰাটো সোমাই আহিল, কোঠাৰ ভিতৰলৈ। আৰু কাষেদি পাৰ হৈ যাওঁতে সি তেওঁক ক'লে: "কিহে, জাৰ লাগিছে নেকি? ৰান্ধনি ঘৰলৈকে নোযোৱা কিয়? জুহালৰ কাষত বহিলে অলপ গৰম পালাহেঁতেন।"

বেহেৰাটোৰ বাহাছুৰী দেখি মিচুচ্চো সঁচাসঁচিকৈয়ে অলপ অপ্ৰস্তুত হ'ল। তাৰ কথাৰ সুৰটোও মুঠেই ভাল নেলাগিল। তেওঁ আপোন-মনে আকৌ ভাবিবলৈ ধৰিলে। মনৰ ভিতৰেদি বহুত কথাই অহা-যোৱা কৰিলে। এনেতে কলিং বে'লটো হঠাৎ বাজি উঠিল। মিচুচ্চোও লগে লগে উচপ্ খাই উঠিল।

"ডোৰিনা, মেডাম আহিছে যেন পাইছোঁ।" বেহেৰাটোৱে প্ৰায় চিঞৰি উঠিল। লৰালৰিকৈ সি কোটটো পিন্ধি বুটামকেইটা লগাই-লগাই ছুৱাৰখন খুলি দিবলৈ গ'ল। মিচুচ্চোও তাৰ পিচে পিচে যোৱা দেখি, সি কৰ্কশ সুৰত ক'লে: "তুমি আকৌ লগে লগে আহিছা কিয়? তুমি সিটো কোঠাতে বহি থাকাঁগৈ। মেডামক খবৰটো মই নিজেই দিম নহয়।"

পৰ্দাখনৰ সিপিনৰপৰা প্ৰথমতে এটা টোপনি-গধুৰ কাতৰ কণ্ঠস্বৰ শুনা গ'ল। তাৰ পিচত, এজনী আদহীয়া তিৰোতা ওলাই আহিল। মস্ত ধঁাদহী তিৰোতা। চুলিকোছা পকিবলৈ ধৰিছে যদিও কলপ দি ৰাখিছে আৰু খোজকেইটা লথপ্-থপ্‌কৈ দিছে। মানুহজনীৰ টোপনিটো চকুত তেতিয়াও লাগিয়েই আছে। কম্বলখনেৰে তাই নিজকে ডিঙিলৈকে ঢাকি লৈছে। মিচুচ্চোৱে তাইৰ পিনে এবাৰ কেৰাহিকৈ চালে; তায়ো ঠিক তেনেকৈয়ে মঙহাল পতা ছুটা মেলি তেওঁৰ পিনে টল্-টলকৈ চাই ৰ'ল।

"মেডাম আহিছে দেই।" মানুহজনীক মিচুচ্চোৱেও এবাৰ খবৰটো জনাই দিলে।

ডোৰিনাৰ টোপনিটো তেতিয়াহে সম্পূৰ্ণকৈ ভাগিল। কম্বলখন গাৰপৰা গুচাই পৰ্দাখনৰ সিফালে দলি মাৰি দিলে; তাৰ পিচত তাইৰ সেই বিৰাট শৰীৰটো ছুৱাৰডলিৰ পিনে আগুৱাই যাবলৈ ধৰিলে।

বেহেৰাটোৰ কথামতে কোঠাটোত অকলশৰীয়াকৈ বহি থাকিবলগীয়া হোৱাত মিচুচ্চোৱে এনেয়ে অস্বস্তি অনুভৱ কৰিছিল; তাৰ ওপৰতে সমুখত এই কিম্ভূতকিমাকাৰ মূৰ্তিটো! সকলোবোৰ মিলি মিচুচ্চোৰ ইমান পৰৰ অধীৰ



প্ৰতীক্ষা হঠাৎ এক ভয়মিহলি যন্ত্ৰণালৈ ৰূপান্তৰিত হ'ল। এনেতে কাণত পৰিল মাৰ্থা মাহীৰ কণ্ঠস্বৰ: "এইপিনে লৈ আহ, ডোৰিনা। ডাইনিং হললৈকে আন।"

অলপ পিচতে ডোৰিনা আৰু বেহেৰাটোৱে এদ'ম দামী-দামী ফুলৰ থোপা তেওঁৰ ওচৰেদিয়েই লৈ গ'ল।

সিফালৰ সেই ডাঙৰ কোঠাটো উজ্জ্বল আলোকময় হৈ উঠিছে। মিচুচ্চোৱে অতি ভয়ে ভয়ে সেই কোঠাটোৰ পিনে এবাৰ ছুৱাৰৰ ফাঁকেদি জুমি চালে। তাত বহুতো ভদ্ৰলোক গোট খাইছেহি। প্ৰত্যেকৰে দেহত নৈশ-ভোজনৰ বাবে নিৰ্দিষ্ট সাজ। তেওঁলোকৰ আনন্দ-কলৰৱে ঘৰটো মুখৰ কৰি তুলিছে। লাহে লাহে তেওঁৰ দৃষ্টি ছঁয়ামঁয়া হৈ আহিল। তেওঁৰ হৃদয় যিমানে উদ্বেলিত হৈ উঠিল, মনটোও সিমানে বিস্ময়-বিমূঢ় হৈ আহিল। চাওঁতে চাওঁতে ক'ব নোৱাৰাকৈয়ে তেওঁৰ চকুহাল সজল হৈ উঠিল। সিফালৰ সিটো কোঠাৰপৰা ভাঁহি অহা এটা দীঘলীয়া উচ্চ হাঁহিৰ শব্দই তেওঁৰ বুকুত শেলে বিন্ধাদি বিন্ধি ধৰিলে। আন্ধাৰৰ মাজত তেওঁ চকুযোৰ মুদি ধৰি সেই আঘাতটো সহি যাবৰ চেষ্টা কৰিলে। সেইটো কাৰ হাঁহি? নিশ্চয় টেৰেচিনাৰেই হাঁহি। ইমানবোৰ মানুহৰ মাজত বহি টেৰেচিনাই বাৰু ইমান শব্দ কৰি হাঁহিব পাৰিছে কেনেকৈ?

এনেতে কাৰোবাৰ কণ্ঠস্বৰ শুনি তেওঁ চকু মেলি চালে। চকুত পৰিল, সমুখত থিয় হৈ আছে তেওঁৰ মাৰ্থা মাহী। প্ৰথমতে তেওঁ চিনিবই পৰা নাছিল। মূৰৰ টুপীটো তেওঁ তেতিয়াও খোলা নাই; গাত এটা দামী মখমলৰ ক্লোক্। ক্লোক্‌টোৰ বোজা সহিব নোৱাৰিয়েই, তেওঁ যেন অলপ কুঁজা হৈ পৰিছে! চেহেৰাটো দেখি মাৰ্থা মাহীক বুঢ়ী হৈ যোৱা যেন লাগি গ'ল।

"হুঁ, মিচুচ্চো দেখোন? কি আচৰিত!"

মিচুচ্চো আতংকিত হৈ উঠিল; "মাৰ্থা মাহী···"

"হঠাৎ ওলালাহি যে! কেতিয়া পালাহি তুমি? এটা খবৰতো দিব পাৰিলাহেঁতেন।···কোনো বেয়া খবৰ নাইতো?···এইমাত্ৰ আহি পালাহি? গধূলি হোৱাৰ পিচত? ওঁ, তাকে কোৱা···মই আকৌ ভাবিছিলোঁ···"

"মই আহিছিলোঁ···মানে···" মিচুচ্চোৱে কি ক'ব কি নক'ব ভাবি ঠিক কৰিব নোৱাৰিলে। তেওঁৰ অণ্ঠ-কণ্ঠ শুকাই গ'ল।

মাৰ্থা মাহী ব্যস্ত হৈ উঠিল: "এৰা, কথাটো বৰ বেয়া হ'ল। মহা মস্কিলত পৰিলোঁ। তুমি বাৰু অলপ বহাচোন।·দেখিছাই নহয়, কিমানবোৰ

মানুহ গোট খাইছেহি। অ', ক'বলৈ পাহৰিছোঁৱেই, আজি আকৌ টেৰেচিনাৰ জন্মদিন পৰিছে নহয়! জন্মদিনৰ ভোজ আছে। অকণমান সময় তুমি বহাচোন দেই!"

মিচুচ্চোৱে কিছু চেষ্টাৰ মূৰত ক'লে: "মাহীদেউ, তুমি যদি অনুমতি দিয়া···, মই নহ'লে যাওঁগৈয়েই।" কথাখিনি কোৱাৰ লগে লগে তেওঁৰ মাতটো কঁপি উঠিল।

"নহয় নহয়, মই সেইটো কোৱা নাই। তুমি অকণমান সময় বহাচোন।" মাহীয়ে লৰালৰিকৈ কৈ উঠিল। মানুহগৰাকী সঁচাসঁচিকৈয়ে অতি সাদৰী। কেৱল অলপ দোধোৰ-মোধোৰত পৰিছে—কি কৰিব, কি নকৰিব, ভাবি ঠিক কৰিব পৰা নাই। সেইবাবে, কথাবোৰ খেলিমেলি হৈ গৈছে।

মিচুচ্চোৱে উত্তৰ দিলে: "ভাবিছোঁ···, এতিয়া এই মাজ-ৰাতিখন···, ক'ৰবালৈ যাবৰ বাবেও চিনাকি কোনোৱেই নাই।"

হাতমোজা পিন্ধি থকা হাতখন ওপৰলৈ তুলি মিচুচ্চোক বহিবলৈ ইংগিত দি মাৰ্থা মাহী কোঠাৰপৰা ওলাই গ'ল। তেওঁ যেতিয়া ডাইনিং হলৰ ভিতৰত সোমালগৈ, তেতিয়া মিচুচ্চোৰ ধাৰণা হ'ল, মাৰ্থা মাহী যেন এটা প্ৰকাণ্ড জন্তুৰ মুখ-গহ্বৰত হঠাৎ সোমাই পৰিল। ডাইনিং হলটো মুহূৰ্ততে নিস্তব্ধ হৈ গ'ল। তাৰ পিচত, তেওঁৰ কাণত পৰিল টেৰেচিনাৰ কণ্ঠস্বৰ: "মাত্ৰ এক মিনিট দেই। মই এতিয়াই ঘূৰি আহিছোঁ।"

মিচুচ্চোৰ দৃষ্টি আকৌ অস্পষ্ট হৈ আহিল। টেৰেচিনা আহিব ধৰিছে; তেওঁক তেনেহ'লে দেখা পোৱা যাব! কিন্তু হায়, টেৰেচিনা নাহিল। ডাইনিং হলৰ মাৰ যোৱা কোলাহলটো আকৌ নতুনকৈ আৰম্ভ হ'ল। কেইমিনিট-মানৰ পিচতে, মিচুচ্চোৰ অৱশ্যে সেইকণ সময়েই এটা যুগ যেন লাগিছিল, মাৰ্থা মাহী আকৌ আহিল। এইবাৰ তেওঁ টুপী, হাতমোজা, ক্লোক্ —আটাইবোৰ সোলোকাই থৈ আহিছে; লগতে খহাই থৈ আহিছে মুখৰ ওপৰত বিয়পি থকা দোধোৰ-মোধোৰ মনৰ ভাবটো।

মাহীয়ে ক'লে: "ইয়াতেই আমি কথা-বতৰা পাতোঁ, কি কোৱা মিচুচ্চো? মই বাৰু তোমাৰ ওচৰতে বহি লওঁ।··· সিহঁত আকৌ জন্মদিনৰ ভোজ খাবলৈ বহিছে। তুমি আৰু মই ইয়াতেই খাওঁ।··· এৰা, তোমাক দেখাৰ লগে লগে কিমান যে পুৰণি কথা মনত পৰিছে! বিশ্বাসেই হ'ব নোখোজে, সেই তাহানিখনৰ তুমি আৰু মই আকৌ এইদৰে মুখামুখিকৈ কথা পাতিবলৈ বহিছোঁ। ···সিফালে বহুত মানুহ গোট খাইছেহি। তুমি আকৌ অভিমান নকৰিবা, তাই



মাত দিব নোৱাৰা কাৰণে। জানিছাই নহয়, তাই কি ভীষণ ব্যস্ত হৈ আছে!··· জীৱনত তাই উন্নতি কৰিবই লাগিব। আৰু, উন্নতি কৰিবলৈ হ'লে, এইবোৰ লাগিবই। তুমি নিশ্চয় বাতৰি-কাকতত পঢ়িবলৈ পাইছা, আজিকালি কি হুলস্থূল লাগি থাকে। হুলস্থূল, কেৱল হুলস্থূল! হুলস্থূল নোহোৱাকৈ এটা দিনো পাৰ হ'ব নোখোজে। মোৰো বয়সে ভাটী দি আহিছে। গতিকে, মাজে মাজে অসহ্য হৈ উঠে। কিন্তু, উপায়োতো নাই, বাচিয়েই বা থাকিম আৰু কেইটা দিন!··· কি যে অদ্ভুত ভাল লাগিছে, তোমাক লগ পাই! একেবাৰে অবিশ্বাস্য, নহয়নে বাৰু?"

কোনোবাই যেন তেওঁৰ কাণে কাণে কৈ গৈছে: অনৰ্গল কথা কৈ যোৱা: মিচুচ্চোক ভাবিবলৈ সময়েই নিদিবা। বহুপৰ ধৰি সেইদৰে অসংলগ্ন কথা কৈ থকাৰ পিচত, মাহীয়ে মিচুচ্চোৰ হাত এখন টানি নিজৰ হাতৰ তলুৱাত থৈ মৰম-মিহলি দৃষ্টিৰে চাই এবাৰ এনেয়ে হাঁহিলে।

এনেতে ডোৰিনা সোমাই আহিল, দুখন টেবুল সজাই দিবৰ কাৰণে। তাই উশাহ ল'বলৈয়ো সময় পোৱা নাই; কাৰণ, সিটো কোঠাত এজুম মানুহৰ আলপৈচান ধৰিবলগীয়া হৈছে।

অৱশেষত, তেওঁৰ গোমা মুখখন তুলি বেজাৰমুৱাকৈ মিচুচ্চোৱে সুধিলে: "মাহী, তেওঁ বাৰু নাহিবই নেকি? এবাৰ অন্ততঃ দেখা পোৱা হ'লে ··"

কোনোমতে মুখৰ অপ্ৰস্তুত ভাবটো আঁতৰ কৰি মাহীয়ে উত্তৰ দিলে: "ঐ আই, নাহিব কেলৈ? মানুহ-দুনুহবোৰ অলপ সেৰেঙা হৈ আহিলেহে আহিব পাৰিব! মোকতো তাই কৈছেই।"

ইমান পৰৰ মূৰত দুয়ো যেন দুয়োকো আকৌ চিনি পালে। সেই পৰিচয়ৰ পোহৰ জিলিকি উঠিল দুয়োৰো মুখৰ দুমুখ হাঁহিত। আৰু, সেই হাঁহিৰ অৱলম্বনত সকলো জড়তা, সকলো উচ্ছ্বাসৰ উৰ্মিমালা পাৰ হৈ যেন তেওঁলোক উভয়ৰে হৃদয়ে পৰস্পৰৰ প্ৰাণৰ পৰশ লভিলে। মিচুচ্চোৰ চকুহালে যেন গোপন ভাষাৰে সুধিলে: "তুমিয়ে নে মোৰ তাহানিখনৰ মাৰ্থা মাহী?" আৰু, মাহীৰ চকুহালে যেন ক'লে: "তুমিয়ে তেনেহ'লে মোৰ আদৰৰ মিচুচ্চো!" কিন্তু, মাহীয়ে লৰালৰিকৈ তেওঁৰ চকুহাল মাটিৰ পিনলৈ নমাই আনিলে, ভয় হ'ল, জানোচা মিচুচ্চোৱে সেই চকুহালত প্ৰয়োজনৰ অধিক কিহবাৰ সন্ধান পাই যায়! নিজৰ হাতৰ তলুৱাত লৈ থকা মিচুচ্চোৰ হাতখন টানকৈ মুঠি মাৰি ধৰি মাহীয়ে সুধিলে: "তেনেহ'লে এতিয়া এমুঠি নোখোৱা জানো?"

আশ্বস্ত মিচুচ্চোৱে কোনো সংকোচ নোহোৱাকৈ ক'লে: "নেখাম কিয়? ভোকত পেটু-নাড়ী ছিগো-ছিগো যেন হৈছে।"

"আগতে প্ৰাৰ্থনা কৰি লোৱা, মিচুচ্চো। মোৰ সমুখত যীচুৰ নাম ল'বলৈ লাজ লাগিব নেকি?" মাহীয়ে মিচুচ্চোৰ পিনে হুষ্টামিসনা চাৱনিৰে চালে। তাৰ পিচত, তেওঁ নিজৰ বুকুৰ ওপৰত আঙুলিৰে ক্ৰচ-চিনটো আঁকি চকুযোৰ মুদি ধৰিলে।

প্ৰথম দফা খাদ্য-সম্ভাৰ লৈ বেহেৰাটো কোঠাৰ ভিতৰলৈ সোমাই আহিল। মিচুচ্চোৱে তীক্ষ্ণ দৃষ্টিৰে লক্ষ্য কৰিলে, মাহীয়ে কোনটো বস্তু কেনেকৈ তুলি লৈছে। নিজেও সেইদৰে ল'বৰ কাৰণে হাতখন আগবঢ়াই নিলে। হঠাৎ মনত পৰি গ'ল, দীঘলীয়া ৰেল-ভ্ৰমণৰ পিচত হাতখন এতিয়াও অপৰিষ্কাৰ হৈ আছে। লাজত ৰঙাছিঙা পৰি তেওঁ বেহেৰাটোৰ চকুলৈ চালে। তাৰ দৃষ্টিত ফুটি উঠিছিল, অপূৰ্ব সম্ভ্ৰমৰ ভাব। তাৰ চকু হুটাই যেন তেওঁক ক'ব খুজিছিল: "ডাঙৰীয়া, আপুনি যিহকে ভাল পায়, তাকে লওক।" সি মূৰটো দোঁৱাই পাতলকৈ হাঁহি এটা মাৰিলে।

মাহীয়ে তেওঁক বিপদৰপৰা উদ্ধাৰ কৰিলে: "মিচুচ্চো, মই নিজেই দিওঁ ৰ'বা।" মাহীৰ প্ৰতি কৃতজ্ঞতাত তেওঁৰ মন ভৰি উঠিল।

তেওঁৰ টেবুলত কাঁহী-বাতিখিনি সজাই দি উঠি, বেহেৰাটো কোঠাৰপৰা ওলাই গ'ল। লৰালৰিকৈ তেওঁ নিজৰ বুকুৰ ওপৰত আঙুলিৰে ক্ৰচ-চিনৰ আভাস এটা দি ল'লে। মাহীয়ে তেওঁৰ ভক্তি-ভাব দেখি অস্ফুট প্ৰশংসা কৰিলে।

ইয়াৰ পিচত তেওঁ সহজ হৈ পৰিল; মনটোও আগতকৈ ফৰকাল হোৱা যেন লাগিল। বেহেৰাটোৰ কথা আৰু লেতেৰা হাতখনৰ কথা পাহৰি গ'ল। তাৰ পিচত, তেওঁ ইমান একাগ্ৰ মনেৰে খাবলৈ ধৰিলে, যেন তেওঁ জীৱনত ইয়াৰ আগতে কেতিয়াও তেনেকুৱা ভাল খাদ্য খাবলৈকে পোৱা নাই। তথাপি, যেতিয়াই সেই বেহেৰাটোৱে ইটো কোঠাৰপৰা সিটো কোঠালৈ যোৱাৰ বাটত কাঁচ লগাই থোৱা হুৱাৰখন মেলিবলগীয়া হৈছে, তেতিয়াই তেওঁ অস্বস্তি অনুভৱ কৰিছে। আৰু, সিপিনৰ ডাইনিং হলটোৰপৰা যেতিয়াই বাধাহীন হাঁহিৰ আৰু উচ্ছ্বসিত কথাৰ অস্পষ্ট ঢৌবোৰ আহি তেওঁৰ কাণত বাজি উঠিছে, তেতিয়াই তেওঁ প্ৰখৰ দৃষ্টিৰে মাহীৰ মুখলৈ চাইছে। তেওঁ যেন মাহীৰ মৰম মিহলি চকুহালত কিবা এক প্ৰশ্নৰ সমিধান সন্ধান কৰিছে। কিন্তু, তেওঁৰ সেই চেষ্টা সম্পূৰ্ণ নিষ্ফল; মাহীৰ চকুহালে তেওঁক যেন মিনতি জনাইছে: "এতিয়া নহয় দেই। সোণটো বুলি কৈছোঁ, তোমাৰ কথাযাৰ পিচত সুধিবা।"



হুয়ো হুয়োৰে মুখলৈ চাই পাতলকৈ হাঁহি এটা মাৰি, আকৌ খাবলৈ আৰম্ভ কৰি দিলে। লগে লগে কথা-বতৰা চলিল। কত যে বিচিত্ৰ ধৰণৰ কথা! ওৰেই পৰিব নোখোজে। নিজৰ দেশৰ কথা, বহুদিন দেখা নোপোৱা সেইখন দেশৰ আপোন মানুহবোৰৰ কথা, সকলোবোৰৰে বিষয়ে মাহীয়ে খুচৰি-খুচৰি খবৰ ল'লে।

"এঢোক নোখোৱা জানো, মিচুচ্চো?"

মিচুচ্চোৱে মদৰ বটল এটাৰ পিনে হাত আগবঢ়ালে। ঠিক সেই মুহূৰ্ততে কাঁচৰ হুৱাৰখন আকৌ এবাৰ মেল খাই গ'ল। কাণত পৰিল, ৰেচমী কাপোৰৰ কোমল খচ্‌খচনি মিহলি কাৰোবাৰ ব্যস্ত ভৰিৰ দ্ৰুত পদক্ষেপ। তাৰ পিচত, এচাটি বিজুলীয়ে যেন গোটেই কোঠাটো উজ্জ্বল পোহৰেৰে ওপচাই দিলে। মিচুচ্চোৰ চকুহাল সেই পোহৰে যেন চাঁট্ মাৰি ধৰিলে।

"টেৰেচিনা···"

অবাক মিচুচ্চোৱে আৰু একো ক'ব নোৱাৰিলে, মুখৰ কথাযাৰ মুখতে ৰৈ গ'ল। সপোন নে দিঠক এয়া? হতভম্বৰ দৰে তেওঁ টেৰেচিনাৰ পিনে চাই ৰ'ল। তেওঁ অনুভৱ কৰিলে, তেওঁৰ গাল-মুখত যেন কিহবাৰ পোৰণি ধৰিছে; তেওঁৰ চকুৰেদি যেন জুইৰ ফিৰিঙতি কিছুমান উফৰি পৰিছে! এই মানুহজনীয়েই তেনেহ'লে তেওঁৰ টেৰেচিনা? এই মানুহজনী? নঙঠা বুকু, নঙঠা কান্ধ আৰু নঙঠা বাহুৰে সৈতে···যাৰ দেহত উজ্জ্বল চিকচিকীয়া ৰেচমৰ সাজ আৰু জলমলাই থকা এমুঠি হীৰাৰ অলংকাৰ শোভা কৰিছে, সমুখৰ এই মানুহজনী জানো সঁচাসঁচিকৈয়ে মানুহ?···তেওঁ যে এই সপোনৰ দৰে মানুহজনীৰ একোৱেই চিনি নেপায়! ওঁ-হো, এই চকু, এই কণ্ঠস্বৰ, একোৱেই তেওঁৰ চিনাকি নহয়!

"কিহে মিচুচ্চো, কি খবৰ তোমাৰ? ভালে আছাতো? তোমাৰ হেনো ভীষণ অসুখ হৈছিল? এতিয়া ভাল পাইছাতো? · বাৰু, মই এতিয়া আহোঁ দেই! মা'ৰ লগতে কথা পাতা। আহোঁ দেই!" মিচুচ্চোৰ উত্তৰৰ বাবে অপেক্ষা নকৰাকৈয়ে তেওঁ আকৌ ডাইনিং হলৰ অভিমুখে গ'লগৈ।

মাৰ্থা মাহীয়ে মিচুচ্চোক তেওঁৰ অভিভূত অৱস্থাৰপৰা উদ্ধাৰ কৰিবৰ চেষ্টাৰে ক'লে: "কি হ'ল, মিচুচ্চো! তুমি দেখোন খাবলৈ পাহৰিলাই!"

মিচুচ্চোৱে তেওঁৰ কথালৈ কোনো কাণসাৰেই নিদিলে।

মাহীয়ে আকৌ এবাৰ তেওঁৰ কাঁহীখনলৈ আঙুলিয়াই দি ক'লে: "খোৱা।"

মিচুচ্চোৱে তেওঁৰ সোঁতমোচ খাই থকা লেতেৰা কলাৰটো আঙুলিৰে পিটিকিবলৈ ধৰিলে। তাৰ পিচত এটা দীঘল হুমুনিয়াহ কাঢ়িলে। মুখৰ আগত আঙুলিকেইটা লিৰিকি-বিদাৰি বৈ থাকিল। তেওঁ যেন ক'ব খুজিলে: "খাব লাগে ?···আৰু যে নোৱাৰোঁ! সঁচাসঁচিকৈয়ে আৰু খাব নোৱাৰোঁ।"

তেওঁ থৰ লাগি বৈ থাকিল। তেওঁ যেন মাত্র কেইমিনিটমানৰ আগতে দেখা সপোনৰ মাজত হেৰাই গ'ল। লাহে লাহে অস্ফুট কণ্ঠেৰে তেওঁ ক'লে: "ভূত, একেবাৰে ভূত হৈ গৈছে।"

তেওঁৰ চকুত পৰিল, মাৰ্থা মাহীয়েও মূৰ জোকাৰিছে—যেন এক মূৰ্তিমান হতাশা। তেৰোঁ আৰু একো খাব পৰা নাই, কেৱল এনেয়ে ঢোক গিলিছে।

"ওঁ-হো, আৰু যে অসম্ভৱ।" চকু দুটা মুদি মিচুচ্চোৱে যেন নিজকে নিজেই ক'লে।

মুদিত চকুৰ আন্ধাৰত তেওঁ যেন দেখা পালে, তেওঁৰ আৰু টেৰেচিনাৰ মাজত এটা অতল গভীৰ গহ্বৰ। নহয় নহয়, এইজনী মানুহ এজনী বেলেগ মানুহ, তেওঁৰ টেৰেচিনা নহয়। সেইটো অধ্যায় কোন কাহানিবাই শেষ হৈ গৈছে, কোন কাহানিবাই, মনত নপৰা দিনতে।

কোন কাহানিবাই, মনত নপৰা দিনতে, অথচ, তেওঁ ভাবি আছে এইমাত্র! আত্মীয়-কুটুম্ববোৰে দেখোন এই কথাটোকে কৈছিল, অথচ, তেওঁ বিশ্বাসেই কৰা নাছিল। বুৰ্বকনো বোলে কাক ?·· এতিয়াও তেওঁ বুৰ্বকৰ দৰে এই ঘৰটোৰ ভিতৰত বহি থকাৰ কি মানে হয় ? যদি সৌ কোঠাটোৰ মানুহবোৰে কেনেবাকৈ জানে, আনকি যদি সেই বেহেৰাটোৱেও জানে, এই মিচুচ্চো বোনাভিনো নামৰ মানুহজনে ছয়ত্রিশ ঘণ্টা জোৰা ৰেল-ভ্ৰমণৰ কষ্ট সহ্য কৰি ইয়ালৈ আহিছে কেৱল এই স্থিৰ বিশ্বাস লৈ যে, তেওঁ এতিয়াও টেৰেচিনাৰ ভৱিষ্যত স্বামী হৈয়েই আছে; তেনেহ'লে কিজানি সেই মানুহবোৰে, সৌ বেহেৰাটোৱে, সৌ খানচামাটোৱে, সৌ চাকৰ-ল'ৰাটোৱে আৰু সৌ ডোৰিনাজনীয়ে —ইহঁত আটাইবোৰেই বাগৰি বাগৰি হাঁহিব। কি যে অদ্ভুত হাঁহিৰ কলৰৱ উঠিব, টেৰেচিনাই যদি তেওঁক হাতত ধৰি ডাইনিং হলটোলৈ নি মানুহবোৰৰ আগত এনেদৰে কয়: "চাওক আপোনালোকে এই বাওনাটোৰ কাণ্ড! পেঁপা বজাই পেট পোহা এই মানুহটোৱে জোনটোলৈ হাত মেলিছে চাওক। সি বোলে মোক বিয়া কৰায়!" কথাটো অৱশ্যে সঁচা, টেৰেচিনাই নিজেই এদিন সেই অংগীকাৰ কৰিছিল। কিন্তু, তেতিয়া যে কোনেও কল্পনাই কৰিব পৰা নাছিল, তেতিয়াৰ সেই ছোৱালীজনী এদিন ইমান ওপৰলৈ উঠিব। অৱশ্যে এইটো



কথাও সঁচা যে, টেৰেচিনাৰ এই সৌভাগ্য সম্ভৱ হৈছে মিচুচ্চোৰ কাৰণেই; ইয়ালৈ অহাৰ, বাটৰ খৰচটো যোগাইছিল মিচুচ্চোৱেই। কিন্তু, টেৰেচিনা আঁতৰি আহিল কিমান দূৰলৈ, কিমান ওপৰলৈ! আৰু, তেওঁ পৰি ৰ'ল সেই আগৰ ঠাইতে। আগৰ দৰেই এতিয়াও তেওঁ প্ৰত্যেক দেওবাৰে পৌৰ সভাৰ প্ৰমোদ-উদ্যানত পেঁপা বজাব লাগে। এতিয়া জানো টেৰেচিনাক তেওঁ হাতেৰে চুকি পাব ? অসম্ভৱ, সেইটো প্ৰশ্ন উঠিবই নোৱাৰে। আৰু, এই যে এগৰাকী ধনী মহিলালৈ ৰূপান্তৰিত হোৱা টেৰেচিনা নামৰ তাহানিকালৰ মানুহজনী, তাইৰ বাবে তেওঁৰ সেই সামান্য টকাকেইটাৰ কিবা মূল্য জানো আছে ? কোনোবাই বাৰু এনেকৈ ভাবিব পাৰে নেকি, সেই সামান্য টকাকেইটাৰ বিনিময়ত কিহবাৰ দাবী লৈ ইয়াত উপস্থিত হৈছেহি ? ছিঃ, নাক-কাণ কটা যোৱা কথা!

হঠাৎ তেওঁৰ মনত পৰি গ'ল, তেওঁৰ অসুখৰ সময়ত টেৰেচিনাই পঠোৱা টকাখিনি তেওঁৰ জেপৰ ভিতৰতে আছে। লাজত তেওঁ ৰঙাছিঙা পৰি গ'ল। তেওঁ সেই ওফন্দি থকা জেপটোত হাতখন সুমুৱাই ক'লে: "মাহী, সেই যে তুমি মোলৈ টকা অলপ পঠিয়াইছিলা, সেইখিনি ঘূৰাই দিবৰ বাবেই আহিছিলোঁ। কিয় পঠাইছিলা বাৰু সেই টকাখিনি ? প্ৰতিদান ? নে ঋণমুক্তি ? টেৰেচিনাতো এতিয়া এগৰাকী তাৰকা। মোৰ ধাৰণা···, নহয় নহয়, সেইবোৰ যাওক। কিন্তু, এই টকাখিনি···,টকাখিনি কিয় পঠাইছিলা··! মই তোমালোকৰ কি অপৰাধ কৰিছিলোঁ!···আৰু, সেইবোৰ কথা! সেইবোৰ কথা কোন কাহানিবাই অন্ত পৰিছে। মাহী, এই টকাখিনি ৰাখা। গোটেইখিনি অৱশ্যে নাই; অলপ কম আছে। সেইটোৱেই মোৰ দুখ থাকি গ'ল, মাহী।"

"তুমি এইবোৰ কি কৈছা, মিচুচ্চো ?" চলচলীয়া চকুৰে মাৰ্থা মাহীয়ে বাধা দিলে।

মিচুচ্চোৱে তেওঁক ইংগিতেৰে মনে মনে থাকিবলৈ কৈ, বাকী কথাখিনি শেষ কৰিলে: "সেইখিনি অৱশ্যে মই নিজে খৰচ কৰা নাই। মোৰ অসুখৰ সময়ত আত্মীয়বিলাকেই·,মই একোৱেই গম পোৱা নাছিলোঁ। অলপ অৱশ্যে কম হ'ল। কিন্তু ময়োতো তেওঁৰ বাবে দুই-চাৰি পইচা খৰচ কৰিছিলোঁ। সেইবাবে, অসন্তোষ নকৰিবা। টকাখিনি ৰাখা, মাহী। মই তেনেহ'লে আহিলোঁ।"

"এতিয়াই ? নহয় নহয়, অলপ বহাঁ।" মাহীয়ে তেওঁক ৰাখিবৰ চেষ্টা কৰি ক'লে: "অলপ বহাঁ। টেৰেচিনাৰ লগত কথা পাতি যোৱা। তায়োতো

তোমাৰ লগত দেখা কৰিবৰ বাবে ব্যাকুল হৈ আছে! তুমি জানো নেজানা? মই বাৰু তাইক মাতি দিওঁ।"

মিচুচ্চোৱে দৃঢ়তাৰে উত্তৰ দিলে: "একো লাভ নাই, মাহী। সেই মানুহবোৰৰ লগত বহি আছে, তাতেই থাওক। বৰং সিহঁতৰ লগত বহি থকাটোৱেই বেছি শোভা পায়। হতভাগ্য মই···। যাওক সেইবোৰ কথা। তেওঁক যে চকুৰে এবাৰ দেখা পালোঁ, সেয়েই যথেষ্ট।···মাহী, তোমাৰো যাবৰ মন গৈছে নেকি? নোযোৱা কিয় তেনেহ'লে? যোৱা, সিহঁতৰ হাঁহি-ধেমালিৰ ভাগ লোৱাগৈ। মই সিহঁতৰ হাঁহিৰ খোৰাক নহ'লেও চলিব নিশ্চয়। মাহী, মই তেনেহ'লে আহিলোঁ।"

মিচুচ্চোৰ এই আকস্মিক দৃঢ়তাই মাহীক ভবাই তুলিলে। তেওঁ মিচুচ্চোৰ কথাৰ আটাইতকৈ বেয়া অৰ্থটোৱেই ভাবি ল'লে। তেওঁ ভাবিলে, এয়া নিশ্চয় ঈৰ্ষাৰ অভিব্যক্তি, ঘৃণাৰ ব্যঞ্জনা। কিছুদিনৰপৰা তেওঁৰ ধাৰণা হ'বলৈ ধৰিছে, তেওঁৰ ছোৱালীক দেখি যিকোনো মানুহেই তৎক্ষণাৎ ভাবি ল'ব, ·· ···কি ভাবিব, তাক মুখেৰে উচ্চাৰণ কৰিব নোৱাৰি। সেইবাবেই, আজিকালি মাহীৰ চকুৰ চকুপানী শুকাবই নোখোজে। বিপুল এই ঐশ্বৰ্যৰ মাজতো তেওঁক যেন কিবা এটা দুখে খুলি খুলি খাবলৈ ধৰিছে। জঘন্য এই ঐশ্বৰ্য, যি ঐশ্বৰ্যই তেওঁৰ সন্মানযোগ্য বাৰ্ধক্যকো নিষ্প্ৰভ, অভদ্ৰ আৰু অশ্লীল কৰি তোলে।

মাহীয়ে হঠাৎ কৈ পেলালে: "মই যে আজিকালি তাইক চম্ভালিবই নোৱাৰা হৈ আহিছোঁ, মিচুচ্চো।"

"কিয় নোৱাৰা? নোৱাৰিবৰ কাৰণটো কোৱাচোন, মাহী।" কথাষাৰ সুধি উঠি মিচুচ্চোৱে যেতিয়া মাহীৰ চকুযোৰলৈ চালে, তেওঁ যেন উত্তৰটো মাহীৰ চকুতে পাই গ'ল। এক মুহূৰ্ত আগলৈকে তেওঁ এইটো সন্দেহ কৰা নাছিল! হঠাৎ তেওঁৰ মুখখন কেঁহেৰাজ বৰণীয়া হৈ উঠিল। কাৰণটো তেনেহ'লে এইটোৱেই!

মাহী যেন নিজৰ চকুতে আৰু বেছি ক্ষুদ্ৰ প্ৰতিপন্ন হৈ গ'ল। চাৰিওপিনৰপৰা যেন থুপ খাই থকা দুখবোৰে তেওঁক একেলগে হেঁচি ধৰিলে। দুয়োখন হাতেৰে তেওঁ মুখখন ঢাকি ধৰিলে। হাতৰ আঙুলিবোৰ কঁপি উঠিল। অন্তৰ উজাৰি ওলাই অহা কান্দোনটো তেওঁ কোনোমতেই ৰোধ কৰি ৰাখিব নোৱাৰিলে।

থোকাথুকি মাতেৰে মাহীয়ে কলে: "সেইটোৱেই ভাল, মিচুচ্চো। তুমি



যোৱাগৈ। তুমি ঠিকেই কৈছা, তাই আৰু তোমাৰ হৈ থকা নাই। তুমি যদি মোৰ কথা তেতিয়াই শুনিলাহেঁতেন ··"

"তেতিয়াই!"

মিচুচ্চোৱে অতি সন্তৰ্পণে মাহীৰ মুখৰ আগৰপৰা হাত এখন আঁতৰাই দিলে। সেই মুখখনত ইমান বেছি দুখ, ইমান বেছি যন্ত্ৰণা থুপ খাই উঠিছে! থুঁতৰিটোৰ ওপৰত আঙুলি এটা থৈ তেওঁ অতি করুণ আৰু অসহায় দৃষ্টিৰে মিচুচ্চোৰ মুখলৈ চাই আছে! তেওঁ যেন নীৰৱে মিচুচ্চোৰ ওচৰত ক্ষমা ভিক্ষা কৰিছে। মিচুচ্চোৰ মৰম লাগি গ'ল। নিজকে সংযত কৰি নম্ৰ কণ্ঠস্বৰেৰে ক'লে: "মাহী, মই যেনেকুৱা অপদাৰ্থ, তুমিও দেখিছোঁ ঠিক তেনেকুৱাই! যাওক সেইবোৰ, মই এতিয়া উঠো···এতিয়াতো মোৰ যোৱাৰ প্ৰয়োজন দুগুণে বাঢ়িল। ···মাহী, মই এটা মূৰ্খ; একোৱেই বুজি নেপাওঁ। নেকান্দিবা মাহী, কান্দি জানো লাভ আছে। ···আচল কথাটো মানুহে ঠিকেই কয়, টকা-পইচাই সঁচা, বাকী আটাইবোৰ মিছা···।"

চামৰাৰ হাত-মোনাটো আৰু কাপোৰৰ জোলোঙাটো লৈ মিচুচ্চো যাবলৈ ওলাল। এনেতে মনত পৰিল, জোলোঙাটোৰ ভিতৰত কেইটামান মৌচম্বী ফল আছে। সেইবোৰ টেৰেচিনাৰ দেশৰ ফল; সুমথিৰা টেঙা আৰু নেমু টেঙাৰ মিহলি সঁচৰপৰা হোৱা অদ্ভুত মিঠা ফল।

"শুনাচোন মাহী।"

জোলোঙাটোৰপৰা সেই সুগন্ধি ফলবোৰ মেজৰ ওপৰত তেওঁ ঢালি দিলে।

"এই ফলবোৰ এটা-এটাকৈ সেই মানুহবোৰৰ মুখলৈ মাৰি পঠিয়ালে, কেনেকুৱা হ'ব বাৰু?"

"বলিয়া হৈছা নেকি, মিচুচ্চো?" মাহীয়ে তেওঁক অনুযোগৰ সুৰত ক'লে।

এটা কাঠ-হাঁহি মাৰি মিচুচ্চোৱে উদং জোলোঙাটো জেপৰ ভিতৰত ভৰাই লৈ ক'লে: "ঠিক আছে, নেমাৰোঁ বাৰু। এইবোৰ তেওঁৰ কাৰণেই আনিছিলোঁ। এতিয়া তোমাকেই দি থৈ গ'লোঁ।"

তাৰে এটা ফল হাতত লৈ মাহীৰ নাকৰ আগত ধৰি ক'লে: "মাহী, শুঙি চোৱাচোন। আমাৰ দেশৰ মাটিৰ মিঠা গোন্ধটো পাইছানে বাৰু? এইবোৰৰ কাৰণে আকৌ আমদানী-কৰো ভৰিবলগীয়া হ'ল। বুৰ্বকামি যথেষ্ট হৈছে। আৰু বেছি প্ৰয়োজন নাই। শুনা মাহী, এইবোৰ কিন্তু কেৱল

তোমাকেই দি গলোঁ। আৰু তেওঁক···, তেওঁক মোৰ শুভেচ্ছা জনাবা।”

চামৰাৰ হাত-মোনাটো লৈ তেওঁ ওলাই গ'ল। খটখটিত ভৰি দিয়াৰ লগে লগে তেওঁৰ ভয় লাগিল। দেশৰপৰা ইমান দূৰত, এই প্ৰকাণ্ড চহৰখনত তেওঁ অকলশৰীয়া। ইফালে ৰাতিও গহীন হৈ আহিল। তেওঁৰ মোহভংগ হৈছে, মান-সন্মান বাটৰ ধূলিৰ লগত মিহলি হৈ গৈছে। আজি তেওঁ পদচ্যুত, অৱহেলিত। বাহিৰৰ ভুৰাবদলিত ভৰি দি দেখিলে, ধাৰাসাৰে বৰষুণ দিছে। এই ভীষণ বৰষুণৰ মাজত, এখন অচিনাকি চহৰৰ ৰাজপথত ভৰি দিবলৈ তেওঁৰ সাহসে নুকুলালে। হাতত সাৰে ভৰিত সাৰে তেওঁ খটখটিয়েদি আকৌ ওপৰলৈ উঠি আহিল; একেবাৰে শেষ খলপাটোত বহি পৰিল। তাৰ পিচত, আঁঠুৰ মাজত মূৰটো গুজি নীৰৱে ফেকুৰিবলৈ ধৰিলে।

ভোজন-পৰ্ব শেষ হৈ যোৱাৰ পিচত, চিনা মাৰ্নিছ আকৌ এবাৰ সেই সৰু কোঠাটোৰ ভিতৰলৈ সোমাই আহিল। তেওঁৰ চকুত পৰিল, মাকে অকলশৰে বহি-বহি চকু-লো টুকিবলৈ লাগিছে। অথচ, কাষৰ ডাইনিং হলত মানুহবোৰে হাঁহিৰ উখল-মাখল লগাইছে। তেওঁ অবাক হৈ সুধিলে: “তেওঁ ক'লৈ গ'ল? গ'লগৈয়ে নেকি?”

মাহীয়ে জীয়েকৰ পিনে নোচোৱাকৈয়ে মূৰ ছুপিয়ালে। চিনাই মাথোন এবেলি শূন্যৰ পিনে মূৰ তুলি এটা হুমুনিয়াহ কাঢ়ি অস্ফুট কণ্ঠেৰে ক'লে: “বেচেৰা! দুখেই লাগে বেচেৰালৈ।”

কিন্তু, মুহূৰ্তৰ ভিতৰতে তেওঁৰ মুখৰ ভাব আকৌ সলনি হৈ গ'ল।

চকুপানী নমচাকৈয়ে মাহীয়ে ক'লে: “চাচোন। এইবোৰ তোৰ কাৰণেই আনিছিল।”

চিনা জাপ মাৰি উঠিল: “মৌচন্দ্ৰী! চিচিলিৰ মৌচন্দ্ৰী! কি যে সুন্দৰ!”

দুয়োহাতেৰে লৰালৰিকৈ তেওঁ কেইবাটাও ফল বুটলি ললে।

মাহীয়ে সেমেকা মাতেৰে ক'লে: “তালৈ সেইবোৰ নিনিবি। ওঁ-হো, তালৈ নিনিবি।”

কিন্তু, চিনাই কেৱল অদ্ভুত ভংগীৰে এবাৰ কান্ধ দুখন জোকাৰি দিলে। ডাইনিং হলৰ ভিতৰলৈ গৈ চিঞৰি উঠিল: “মৌচন্দ্ৰী! মৌচন্দ্ৰী! চিচিলিৰ মৌচন্দ্ৰী!”

# আমেৰিকা

অ' হেনৰী

'আমেৰিকাৰ মোপাঁচা' নামে বিখ্যাত এই লিখকজনৰ আচল নামটো হ'ল, উইলিয়াম চিডনী পোৰ্টাৰ (১৮৬২-১৯১০)। তেওঁৰ প্ৰথম গল্পটো কাৰাগাৰৰ ভিতৰত লিখা। তেওঁৰ গল্পসমূহত বিষয়বস্তুৰ নাটকীয়তা আৰু সৰস হাস্যৰসৰ অৱতাৰণা উল্লেখযোগ্য। তদুপৰি, বৰ্ণবহুল বৰ্ণনাৰ পৰিৱৰ্তে গভীৰ ব্যঞ্জনাময় প্ৰত্যক্ষ উক্তিৰ ব্যৱহাৰো প্ৰণিধানযোগ্য।

# চো ৰ/ অ' হেনৰী

ঘটি-চোৰ বুলি কোৱাই ভাল। চাৰিওপিনে এবাৰ চকুযোৰ ফুৰাই লৈ সি খিৰিকীখনেদি সাউতকৈ ভিতৰলৈ সোমাই পৰিল।

মানুহৰ বেচ চহকী যেনেই লাগিল। দুৱাৰদলিতে এখন কাঠৰ ফলিত গিৰিহঁতৰ নামটো লিখি থোৱা আছে। দেৱালত আইভি লতা কিছুমান বগাই আছে। বহুদিন ধৰি লতাবোৰ কোনেও চিকুণাই দিয়া নাই। ঘটি-চোৰটোৰ ধাৰণা হ'ল, ঘৰৰ গিৰিহঁতনী বোধকৰোঁ ঘৰত নাই। হয়তো এই মুহূৰ্তত তেওঁ সাগৰৰ পাৰৰ কোনোবা ঘৰৰ বাৰাণ্ডাত বহি কাৰোবাৰ লগত কথাৰ মালিহা মাৰি আছে। যাৰ লগত কথা পাতি আছে, তেওঁ হয়তো বেচ ভদ্ৰ আৰু যথেষ্ট মৰমিয়াল মানুহ। গিৰিহঁতনীয়ে হয়তো তেওঁক ঠেও ধৰি এইদৰে কৈছে: "বুজিছা, কোনেও মোক চিনি নেপালে। কোনেও মোক বুজি নেপালে— ।"

সিকাষৰ ঘৰটোৰ তিনি মহলাৰ ওপৰলৈ চাই পঠিয়ালে। বেছি-ভাগ চাকিয়েই নুমাল। তাৰ ধাৰণা হ'ল, সি সোমোৱা ঘৰটোৰ গিৰিহঁতজন এইমাত্ৰ ঘৰ সোমাইছেহি, আৰু তেওঁ এতিয়াও শোৱা নাই। হয়তো অলপ পিচতে শুব! কাৰণ, চেপ্তেম্বৰ মাহৰ এই সময়ত প্ৰায়বোৰ মানুহেই শোৱে। শুলেই শান্তি আহে।

ঘটি-চোৰটোৱে লাহেকৈ এটা চিগাৰেট জ্বলাই ল'লে। জুইশলা-কাঠিৰ ক্ষীণ পোহৰতে স্পষ্টকৈ ধৰা পৰি গ'ল, সি একেবাৰে তৃতীয় শ্ৰেণীৰ চোৰ।

এনেকুৱা তিনি নম্বৰী চোৰবোৱে এতিয়াও বিশেষ একো স্বীকৃতি পোৱা নাই। সমাজত সিহঁতৰ আসন এতিয়াও নিৰ্ণয় হ'বলৈ বাকী। প্ৰথম আৰু দ্বিতীয় শ্ৰেণীৰ চোৰবিলাকৰ পৰিচয় পুলিচে বঢ়িয়াকৈ জানে।



সিহঁতৰ আঁটাইবোৰৰে এটা বিশেষ বৈশিষ্ট্য আছে। ডিঙিত ৰুমাল বন্ধাৰ ধৰণটো চায়েই কৈ দিব পাৰি, কোনটো কোন শ্ৰেণীৰ চোৰ!

ঘটি-চোৰ দুবিধ। এবিধৰ ডিঙিত কোনো ৰুমাল নেথাকে। ইহঁত সাত-ঘাটৰ সৈয়াকণী। ইহঁতৰে কোনোবা এটাই ১৮৭৮ চনত এজন চিপাহীৰ জেপৰপৰা হাত-কেৰেয়াযোৰকে থপিয়াই লৈ নোহোৱা হৈছিল। আনবিধৰ ডিঙিত ৰুমাল থাকে। ইহঁত দিনৰ ভাগত অসম্ভৱ ভদ্ৰ। কাপোৰ-কানি পিন্ধে পৰিপাটীকৈ। ভাত-পানী খায় ভাল ভাল হোটেলত। থাকে ভদ্ৰ মানুহৰ চুবুৰীত। ইহঁতৰ মাকবোৰ বেচ চহকী। গতিকে, ফাটেকত পৰিলেও ইহঁতৰ চাল-চলন সাধাৰণ কয়েদীতকৈ বেলেগ যেন দেখা যায়। ফাটেকতো ইহঁতক নখ কাটিবলৈ নে'ল-কাটাৰ লাগে। আৰু, পঢ়িবলৈ পুলিচ-গেজেটখন লাগে। ইহঁতৰ ঘৰ হ'ল গোটেইখন পৃথিৱী। ইহঁতৰ কাৰোবাৰ বিয়া-বাৰু হ'লে বাতৰি-কাকতত জাননী দি বন্ধু-বান্ধৱক জনাই দিয়ে।

আমাৰ এই ঘটি-চোৰটোৱে এটা নীলা চুৰেটাৰ পিন্ধি আহিছে। ইয়াৰ হাতৰ আঙঠিটো বিশেষ দামী নহয়। অৱশ্যে, একেবাৰে সস্তীয়াও নহয়। ই কোন শ্ৰেণীৰ চোৰ—সেই কথাষাৰ পুলিচেও ক'ব নোৱাৰিব। এনেকুৱা আচহুৱা ধৰণৰ চোৰ সচৰাচৰ দেখা নেযায়। দিনত দেখিবলৈ যেনেকুৱা, ৰাতিও তেনেকুৱা হৈয়েই আহিছে। মুঠতে, ই চহকীও নহয়, চহাও নহয়।

সি চাৰিওপিনে চকু ফুৰাই চাইছে। ক'বলৈ পাহৰিছোঁ, ইয়াৰ মুখত কোনো মুখা নাই, হাতত চুঙা-চাকি নাই আৰু ভৰিতো ৰবৰৰ তলুৱা থকা জোতা নাই। অৱশ্যে, জেপত এটা পিস্তল আছে। আৰু, মুখত এটা চুয়িং গাম।

ঘৰৰ ভিতৰৰ বস্তু-বেহানি আটাইবোৰ কাপোৰৰ ঢাকনিৰে ঢাকি থোৱা আছে, যাতে ধূলি পৰি মলিয়ন নহয়। ৰূপৰ কাঁহী-বাতিবোৰ বোধ-কৰোঁ কাষৰ কোঠাটোতে আছে। ঘটি-চোৰৰ সেইবোৰলৈ হেপাহ নাই। যিটো কোঠাত আধা-চানেকীয়া পোহৰত গিৰিহঁত শুই আছে, সেই কোঠাটোত সোমাই হাতৰ কাষত যিহকে পায়, তাকে বুটলি লৈ গুচি যাব। বেছি একো নিবিচাৰে। এমুঠিমান খুচুৰা পইচা, এটা ঘড়ী, নহ'লে এটা পাথৰ বহোৱা টাই-পিন—এনেকুৱা দুই-এপদ বস্তু লৈয়েই উভতি যাব। তাৰ অৱস্থাৰ লগত খাপ নোখোৱা বস্তু নিয়াৰ হেপাহ তাৰ মুঠেই নাই। খিৰিকীখন মেল খাই থকা দেখিহে একেবাৰে কৰ্তব্যৰ খাতিৰত সোমাইছেহি।

গিৰিহঁতজন বিচনাত শুই আছে। ড্ৰেছিং টেবুলত ভালেমান বস্তু সিঁচৰতি হৈ পৰি আছে। নোটৰ এটা জাপ, এটা ঘড়ী, এজোঁটা চাবি, আধা-পোৰা চিগাৰ, চুলিত বন্ধা ৰঙা ৰেচমৰ ফুল আৰু এচিচা হজমী ঔষধ। ঔষধটো নতুনকৈ কিনা। কাৰণ, তাৰ চিপিটো এতিয়াও খোলাই হোৱা নাই।

সি হাতত সাৱে ভৰিত সাৱে ড্ৰেছিং টেবুলখনৰ পিনে আগবাঢ়ি গ'ল। এনেতে, গিৰিহঁতজনে টোপনিতে এবাৰ কেঁকাই উঠি বাগৰ সলালে। সোঁহাতখন টোপনিতে গাৰুৰ তলত সুমুৱাই দিলে। লগে লগে ঘটি-চোৰে চিঞৰি উঠিল, "সাৱধান! অকণমানো লৰচৰ নকৰিব।"

প্ৰথম শ্ৰেণীৰ চোৰ হোৱা হ'লে, সেই অৱস্থাত কোনো কথাই নক'লেহেঁতেন। গিৰিহঁতে ঘটি-চোৰৰ হাতত থকা পিস্তলটোৰ পিনে ভয়-ভয়কৈ চাই ৰ'ল।

চোৰটোৱে আকৌ কৈ উঠিল,"হাত দুখন তোলক।"

গিৰিহঁতজনৰ মুখত একোছা আধা-পকা গোঁফ আছে। বৰ্ড়িয়াকৈ কায়দা কৰি কটা গোঁফ—ঠিক দাঁতৰ ডাক্তৰবোৰে যেনেকৈ কায়দা কৰি কটা গোঁফ ৰাখে, তেনেকুৱা ধৰণৰ। মানুহজনৰ গাটো বেচ আঁটিল। চেহেৰাটো সম্ভ্ৰান্ত ভদ্ৰলোকৰ। মাথোন মুখখনত এটা বিৰক্তিৰ ছাঁ পৰিছে। বিচনাত বহি লৈ তেওঁ সোঁহাতখন ওপৰলৈ তুলি ধৰিলে।

"সিখন হাতো তোলক। আপুনি যে বাওঁ হাতেৰে গুলী চলাব নেজানে, তাৰ কি প্ৰমাণ আছে। তোলক, বাওঁ হাতখনো তোলক।"

মানুহজনে অতি অসহায়ৰ দৰে কৈ উঠিল, "সেই হাতখনো তুলিব পৰা হ'লে কথাই নাছিল।"

"কিয়? সিখন হাতত কি হৈছে?"

"বাতৰ বিষ। বহুদিনীয়া পুৰণি বিষ।"

"উখহিছে নেকি?"

"আগতে উখহিছিল। আজিকালি মাথোন বিষ।"

চোৰটোৱে মানুহজনৰ পিনে পিস্তলটো টোঁৱাই অলপ পৰ নিতাল মাৰি ৰ'ল। ড্ৰেছিং টেবুলখনৰ ওপৰত থকা বস্তুবোৰলৈ চালে। তাৰ পিচত, মানুহজনৰ পিনে চাই এটা বেঙা-হাঁহি মাৰিলে।

মানুহজনে বিৰক্তি-মিহলি কণ্ঠেৰে ক'লে, "চুৰ কৰিবলৈ আহিছা, চুৰ কৰি গুচি যোৱা। মোৰ সমুখত এইদৰে বেঙাৰ দৰে থিয় হৈ নেথাকিবা। কি লাগে জেপত ভৰাই লৰালৰিকৈ গুচি যোৱা।"



চোৰটোৱে কোমল হৈ ক'লে, "খং নকৰিব, ডাঙৰীয়া! মোৰো বাতৰ বিষটো এইমাত্ৰ উক দি উঠিল। আচৰিত, মোৰো সেই বাওঁ হাতখনৰে বিষ। আপোনাৰ কপাল ভাল, ময়ো বাত-বেমাৰী। মই নহৈ আন কোনোবা হোৱা হ'লে, আপুনি বাওঁ হাতখন নোতোলা দেখিয়েই পিস্তলৰ ঘোৰা টিপি দিলেহেঁতেন।"

গিৰিহঁতজনেও কোমল মাতেৰে সুধিলে, "তোমাৰ বিষটো কিমানদিনীয়া?"

"বেছিদিনীয়া নহয়। চাৰি বছৰীয়া মান হ'ব। উঃ, কাৰোবাক যদি এবাৰ বাতৰ বিষে পাইছে, তাৰ আৰু মুক্তি নাই।

"তুমি বাৰু ফেঁটীসাপৰ তেল ব্যৱহাৰ কৰি চাইছানে?"

"ফেঁটীসাপৰ তেল পিপাই-পিপাই ঘঁহিলো। কত ৰকমৰ সাপৰ তেলেই যে নঘঁহিলো, সেই আটাইবোৰ সাপ জোৰা দিয়া হ'লে কিজানি পৃথিৱীৰ-পৰা শনিগ্ৰহলৈ যিমান দূৰ, তাৰ আঠ গুণ হ'লহেঁতেন।"

গিৰিহঁতজনে ক'লে, "বহুতে আকৌ চিজেলামছ পিল খায়।"

"ওঁ-হো, সেইবোৰ একেবাৰে কোনো কামৰ নহয়। মই পূৰা পাঁচ মাহ খাই চাইছোঁ। তথাপি যদি বিষটো এতিলমানো কমিল! এবছৰমান কিং কেলহামচ এক্সট্ৰেক্ট, বাম অফ জিলেড-পুলটিছ আৰু পটাচৰ পেন-পাল-ভাৰাইজাৰ নিয়মিত ব্যৱহাৰ কৰিছিলোঁ। বেয়া পোৱা নাছিলোঁ। অৱশেষে, মই জেপত সদায় এবিধ বাদাম লৈ ফুৰিছিলোঁ। সেই ৰাসায়নিক বাদামবোৰ খাই বেচ উপকাৰ পাইছিলোঁ।"

গিৰিহঁতজনে আকৌ সুধিলে, "বিষটো বাৰু পুৱাৰ পিনলৈ বেছি হয় নে ৰাতিৰ পিনলৈ?"

"ৰাতিৰ পিনলৈ। লেঠাটোতো সেইখিনিতে। কাৰণ, ৰাতিয়েই মোৰ কামৰ হেঁচা বেছি।...ঠিক আছে, আপুনি বাৰু হাতখন নমাওক। আপুনি কেতিয়াবা ব্লিকাৰষ্টাফচ্ ব্লাড-বিল্ডাৰটো ব্যৱহাৰ কৰি চাইছেনে?"

"ওঁ-হো। মই সেইটো ব্যৱহাৰ কৰি পোৱা নাই। বাৰু, তোমাৰ বিষটো হঠাৎ উক দি উঠে, নে একেৰাহে চলি থাকে?"

চোৰটোৱে এইবাৰ পিস্তলটো নমাই ধৰি বিচনাৰ ওপৰত বহি ল'লে। তাৰ পিচত, গিৰিহঁতৰ কথাৰ উত্তৰ দিলে, "বিষটো হঠাতেই উক দি উঠে। ঠিক যেতিয়া উঠিব নেলাগে, হয়তো সেই সময়তে উক দি উঠে। এইবোৰ কাৰণতে মই দুমহলীয়া ঘৰত চুৰ কৰিবলৈ এৰি দিছোঁ। দুবাৰমান মাজ-বাটতে লাগি ধৰিছিলোঁ। কথাটো কি জানে? কথাটো হ'ল, ডাক্তৰবিলাকেও

নেজানে, এই বেমাৰটো কেনেকৈ হয় আৰু কি কৰিলে ভাল হ'ব পাৰে।"

"তুমি একেবাৰে মোৰ মনৰ কথাষাৰকে কৈছা। মই যে কত হেজাৰ ডলাৰ খৰচ কৰিলোঁ। লাভ কিটো হ'ল ? কিবা ফল জানো পালোঁ ? বাৰু, তোমাৰো হাতখন উখহে নেকি ?"

"উখহে। পুৱাৰ ভাগলৈ প্ৰায়েই উখহে। আৰু, বৰষুণৰ দিনত।"

"মোৰো অবিকল তোমাৰ দৰেই। আন নেলাগে, ফ্লোৰিডাত যদি এজাক মৌচুমী বায়ু বয়, মই ইয়াত বহিয়েই কৈ দিব পাৰিম। আৰু, এয়াৰ কণ্ডিশ্যন কৰা থিয়েটাৰ-হলৰ ভিতৰৰ কথাই নকওঁ, তাৰ কাষেদি যাওঁতে ভাপ অকণমান লাগিলেও গম পাই যাওঁ। বিষত টনটনাই উঠে।"

চোৰটোৱে এইবাৰ পিস্তলটো জেপত ভৰাই ভালকৈ বহি ল'লে। তাৰ পিচত, প্ৰশ্ন কৰিলে, "আপুনি বাৰু এপোভেলডক্টো ব্যৱহাৰ কৰি চাইছেনে?"

গিৰিহঁতজনৰ খং উঠি গ'ল, ঔষধটোৰ নাম শুনিয়েই। উত্তৰ দিলে, "হেৰা, সেইটো ঔষধৰ নামেই নক'বা। তাতকৈ বৰং চাহ-দোকানৰপৰা অলপমান ভেজাল মাখন আনি গাত মালিচ কৰি ল'বা। তেতিয়াও বেচি ভাল ফল পাবা।"

চোৰটোৱেও তেওঁক সমৰ্থন জনাই ক'লে, "একেবাৰে খাঁটী কথা কৈছে। সেইবোৰ বাজে ঔষধেৰে আমাৰ কোনো উপকাৰ নহ'ব। আপোনাক স্পষ্টকৈ কৈছোঁ, সেইবোৰ আটাইবোৰ ফাকিবাজী। ঔষধ বুলিবলৈ মাথোন এবিধেই আছে। নামৰ কোনো বাহাৰ নাই। কিন্তু, কামৰ ঔষধ। অলপমান আঙুৰৰ ৰস খালেই গাটো ফৰকাল লাগি আহিব। বল'ক, যাওঁ। চোলাটো পিন্ধি লওক। হোটেললৈ গৈ দুগিলাচমান টানি আহোঁগৈ। উঃ, বিষটো আকৌ উক দি উঠিছে।"

"যোৱা সপ্তাহৰপৰা মোৰ কি হৈছে জানা ? কোনোবাই সহায় নকৰিলে কাপোৰ-কানি পিন্ধিবই নোৱাৰোঁ। টমাচে, মানে মোৰ চাকৰ-ল'ৰাটোৱেই পিন্ধাই-মেলি দিয়ে। সিও কিজানি টোপনিত লালকাল দি পৰি আছে।"

"ঠিক আছে, আপুনি থিয় হৈ লওকচোন। ময়েই চোলাটো পিন্ধাই দিওঁ।"

"নেলাগে, থাকক দিয়া। কথাষাৰ কেনেবা-কেনেবি লাগে। তোমাকো কষ্ট দিয়া হ'ব।"

"লওক, এইটো আপোনাৰ চোলা। কোনোমতে ডিঙিটো সুমুৱাই দিয়ক। মোৰ এজন বন্ধু, তেওঁৰো এনেকুৱাই হৈছিল। দুসপ্তাহ ধৰি এম্বেৰিছ



অইণ্টমেণ্ট ঘঁহিয়েই ভাল পালে। এতিয়া দুয়োখন হাত ব্যৱহাৰ কৰি চোলা পিন্ধিব পৰা হৈছে।"

ঘৰৰপৰা দুয়ো হোটেলৰ অভিমুখে ওলাই পৰিল। হঠাৎ, গিৰিহঁতজন থমকি ৰৈ গ'ল। তেওঁ কৈ উঠিল, "ছেঃ! টকা আনিবলৈ দেখোন পাহৰিয়েই আহিলোঁ। ড্ৰেছিং টেবুলৰ ওপৰতে থৈ আহিলোঁ।"

এইবুলি কৈয়েই তেওঁ উভতি যাব খুজিছিল। চোৰটোৱে তেওঁক বাধা দি ক'লে, "টকাৰ কথা চিন্তা নকৰিব। মোৰ জেপত কিছু টকা আছে। তাৰেই হৈ যাব।"

হোটেলৰ ভিতৰত সোমায়েই সি আকৌ সুধিলে, "আপুনি বাৰু কেতিয়াবা উইচহেজেল আৰু উইণ্টাৰ-গ্ৰীণৰ তেল ব্যৱহাৰ কৰি চাইছেনে ?"

বাহিৰত তেতিয়া এজাক মৌচুমী বায়ু ব'বলৈ ধৰিছে।

ফ্ৰান্স

**কঁভ্যেল মেণ্ডিছ**

কঁভ্যেল মেণ্ডিছ ( ১৮৪১-১৯০৯ ) যদিও সাহিত্যৰ সকলো বিভাগতে সমানে সিদ্ধহস্ত, তথাপি তেওঁ প্ৰধানতঃ কবি। তেওঁৰ গল্প আৰু উপন্যাসতো কাব্যৰ ছিটিকনি পৰা দেখা যায়। তথাপি, গল্পলিখক হিচাপে তেওঁৰ আংগিকৰ অভিনৱত্ব লক্ষ্য কৰিবলগীয়া।

## এহাল হেৰোৱা তৰা/কঁভ্যেল মেণ্ডিছ

মোৰ চনেটৰ পঞ্চম চৰণটো এইমাত্ৰ লিখি উঠিছোঁ, এনেতে চাকৰ-ল'ৰাটোৱে খবৰ দিলেহি: "দেউতা, বাহিৰত দুজন দেৱদূত ৰৈ আছে। তেখেতসকলে আপোনাক এবাৰ লগ পাব খুজিছে।"

মই সুধিলোঁ: "তোক কিবা কাৰ্ড-টাৰ্ড দিছে নেকি?"

"দিছে দেউতা, এয়া লওক তেখেতসকলৰ কাৰ্ড।"

কাৰ্ড দুখন পঢ়ি চালোঁ। এখনত লিখা আছে, হেলিয়াল। আনখনত, জাফায়েল। কোনো সন্দেহ নাই, দুয়োজনেই দুগৰাকী দেৱদূত। মই ক'লোঁ: "ভিতৰলৈ মাতি আনগৈ, যা।"

মই অতি আনন্দমনেৰে এনে ধৰণৰ দুগৰাকী দুষ্প্ৰাপ্য অতিথিক সম্বৰ্ধনা জনালোঁ। দুয়োৰে দেহত দুখনকৈ ডেউকা; আৰু প্ৰতিখন ডেউকাত সাতোটাকৈ পাখি। সেই পাখিৰ মাজৰপৰা যেন পুৱাৰ কোমলতা গলি গলি পৰিছে; আৰু সেই পাখিত সনা আছে, ৰামধেনুৰ সাতোটা ৰং। তাৰ মাজেদি দেহৰ যিকণ আভাস পোৱা যায়, সেয়া অতি স্বচ্ছ, বৰফৰ দৰে ধক্‌ধকীয়া বগা আৰু তাৰ ওপৰত যেন গোলাপৰ সামান্য প্ৰলেপ দি থোৱা আছে। মই হাতৰ ভংগীৰে দুয়োকো বহিবৰ বাবে অনুৰোধ জনালোঁ। তাৰ পিচত সুধিলোঁ, হঠাৎ এইদৰে মোৰ ঘৰত ভৰিৰ ধূলি দি মোক সন্মানিত কৰাৰ কাৰণটো কি?

হেলিয়ালে ক'লে: "কথাটো ঠোৰতে কওঁ। প্ৰায় ১৬ বছৰৰ আগতে জুলাই মাহৰ এক উজ্জ্বল ৰাতি মই আৰু জাফায়েল, দুয়ো বিলিয়াৰ্ড খেলিছিলোঁ। খেলাখন ধুনীয়াকৈ জমি উঠিছিল, আকাশৰ সেউজীয়া কাৰ্পেটৰ ওপৰত।"

মই বাধা দি ক'লোঁ: "ক্ষমা কৰিব। আকাশখন মই নীলা বুলিয়েই জানো।"

"অৱশ্যে সিও সঁচা। আকাশ অন্তহীন। ঠায়ে ঠায়ে সেইবাবে তাৰ

ৰংটো নীলা। কিন্তু বাকীডোখৰ আকাশ, বিশেষকৈ চহৰৰপৰা দূৰৰ ঠাই-বোৰত, নাইবা পাৰস্যৰ দৰে মুকলি অঞ্চলবোৰত আকাশ একেবাৰে সেউজীয়া; চাই থাকিলে চকু মুদ খাব নোখোজে।"

মই কোনো প্ৰতিবাদ নকৰিলোঁ।

হেলিয়ালে কৈ যাবলৈ ধৰিলেঃ "আমি খেলি থকা বল দুটা আছিল, আকাশৰপৰা বুটলি অনা দুটা অতি ধুনীয়া তৰা। আমি নিজেই বাছি লৈছিলোঁ সেই তৰা দুটা।"

মই সুধিলোঁঃ "আৰু লাঠীডাল? বল হেঁচুকি দিয়া লাঠীডাল?"

"ধূমকেতুৰ নেজ এডালেৰেই বল হেঁচুকি দিছিলোঁ। গতিকে বুজিছেই নহয়, খেলাখন বৰ্‌ঢ়িয়াকৈ পকি উঠিছিল। মই প্ৰায় জিকি আহিছোঁ, এনেতে এনে এটা মাৰ শোধাই দিলোঁ যে বল দুটা মেজৰ বাহিৰত ছিটিকি পৰিলগৈ।"

"একেবাৰে মেজৰ বাহিৰত মানে আকাশৰ বাহিৰত ছিটিকি পৰিলগৈ?"

"ঠিক ধৰিছে, দিগন্তৰ সিপাৰত পৰিলগৈ! আমাৰেই দুৰ্ভাগ্য বুলি ক'ব লাগিব। বুজিছেই নহয়, আকাশৰপৰা দুটা তৰা খহি পৰাটো কিমান সাংঘাতিক কথা। স্বৰ্গৰ দেৱৰাজে আমাক ক'লে, যেতিয়ালৈকে আমি সেই তৰা দুটা বিচাৰি আনিব নোৱাৰোঁ, তেতিয়ালৈকে আমি স্বৰ্গৰ কোনো নাচ-গানৰ ভাগ লোৱা নিষেধ। সম্পূৰ্ণ ১৬ বছৰ ধৰি আমি স্বৰ্গ, মৰ্ত্য, পাতাল গোটেইখন চলাথ কৰি ফুৰিছোঁ, য'তেই অকণমান সম্ভাৱনা দেখিছোঁ, তাতেই বিচাৰি চাইছোঁ। ওঁ-হো, তৰা দুটা ক'তোৱেই বিচাৰি পোৱা নাই। অৱশেষত ভাবিছিলোঁ, এইদৰে চিৰ নিৰ্বাসিত হৈয়েই কটাই দিম। এনেতে খবৰ পালোঁ, পৃথিৱীত এগৰাকী তৰুণী আছে, যাৰ চকুহাল তুলনাহীন। সেই তৰুণী-গৰাকী হ'ল, আপোনাৰ প্ৰিয়তমা পত্নী। শুনা কথাবোৰ সঁচা হ'লে, আমাৰ অনুমান মিছা নহ'ব যেন লাগে। যিদৰে শুনিছোঁ, তাৰপৰা আমাৰ ধাৰণা, তেখেতৰ চকু দুটা মাটিৰ পৃথিৱীৰ মানুহৰ চকু নহয়, হয়তো সেই চকু দুটাই অতদিন ধৰি বিচাৰি নোপোৱা সৰগৰ হেৰোৱা তৰা দুটা। আশা কৰোঁ, এতিয়া তেখেতে সেই তৰা দুটা আমাক ঘূৰাই দিবলৈ অকণো বেয়া নেপায়।"

কথা শুনি মই স্তম্ভিত হৈ গ'লোঁ। মোৰ পত্নীৰ চকুহাল মোৰ ওচৰৰপৰা কাঢ়ি নিয়াৰ সম্ভাৱনা দেখি মই ভয়ত শিয়ঁৰি উঠিলোঁ। তথাপি, যিহেতু দেৱদূতৰ স্বৰ্গীয় সম্পত্তি ঘূৰাই দিয়াৰ সৌভাগ্য মোৰ হাতৰ মুঠিত, সেইবাবে মই তেওঁলোকক সহায় কৰাটো কৰ্তব্যস্বৰূপ। মই মোৰ সহধৰ্মিনীক মাতি আনি ঘটনাটো ঠোৰতে বুজাই দিলোঁ।



কিন্তু তেওঁ অকণো ভয় নেখালে; অলপো আচৰিত নহ'ল। মাত্ৰ কেই-চেকেণ্ডমান চিন্তা কৰি লৈ অথিতিকেইজনৰ পিনে ঘূৰি চালে। তাৰ পিচত, চকুৰ পতা দুখন ওপৰলৈ টানি ধৰি তেওঁলোকক ক'লেঃ "দেবদূত! আপোনালোকে ভালকৈ চাই লওকচোন, এই দুটাই আপোনালোকৰ হেৰোৱা তৰা দুটা হয় নে নহয়?"

দুয়ো ওচৰ চাপি আহিল। দুয়ো অতি সূক্ষ্মভাৱে মোৰ পত্নীৰ চকু দুটা নিৰীক্ষণ কৰিলে। তাৰ পিচত, নিজৰ ভিতৰতে ফুচফুচাই কিবা এটা আলোচনা কৰিলে, যেন বিচাৰ-সভাত বহি দুজন জুৰীয়ে অনুচ্চ কণ্ঠেৰে মতামত বিনিময় কৰিছে। অৱশেষত, হেলিয়ালে ক'লেঃ "ওঁ-হো, এই দুটা সেই ১৬ বছৰৰ আগতে হেৰোৱা তৰাহাল নহয়। অৱশ্যে, জুলাই মাহৰ ৰাতি সেই তৰা দুটাও অতি উজ্জ্বল আছিল। কিন্তু, সিহঁতৰ পোহৰ ইমান বেছি প্ৰখৰ আৰু চিকমিকনি ইমান বেছি তীব্ৰ নাছিল।"

তাৰ পিচত, দেৱদূত দুগৰাকী হতাশ মনেৰে উভতি গ'ল। তেওঁলোকৰ কাৰণে মোৰ সঁচাসঁচিকৈয়ে দুখ লাগিছিল। তথাপি, তেওঁলোকে মোৰ পত্নীৰ চকুহাল কাঢ়ি নিব নোৱাৰাৰ বাবে মনে মনে আনন্দও লাগিছিল।

আৰু, মোৰ প্ৰিয়তমা পত্নী? তেওঁ হাঁহি হাঁহি বাগৰি পৰিল। তেওঁ মোক সুধিলেঃ "কিহে, ঠগবাজীটো কেনেকুৱা দেখিলা? আইৰ মুখত কমেও এশবাৰ শুনিছোঁ, মই জন্ম হোৱাৰ অলপ পিচতে হেনো খিৰিকীখনেদি দুটা তৰা উফৰি আহি একেবাৰে মোৰ চকুৰ কোটৰত সোমাই পৰিছিলহি।

"কিন্তু, দেবদূত দুজনে মোৰ চকু দুটাৰ পিনে থৰ লাগি চাই থাকোঁতে, মই কি কৰিলোঁ জানা? তেতিয়া মই মনে মনে সেই তাহানিখনৰ মধুৰ ক্ষণটোৰ কথা ভাবি আছিলোঁ, সেই যেতিয়া তুমি মোৰ ওঁঠত প্ৰথম চুমাটো আঁকি দিছিলা।

"মই খুব বৰ্‌ঢ়িয়াকৈ জানিছিলোঁ, জীৱনৰ সেই পৰম মুহূৰ্তটোৰ স্মৃতিৰ আনন্দ যেতিয়া মোৰ চকুত ভাহি উঠিব, তেতিয়া হেৰোৱা তৰা দুটাৰ কথা নকওঁৱেই, স্বৰ্গৰ আন যিকোনো পৰম ৰমণীয় বস্তুও তাৰ তুলনাত ম্লান হৈ যাবলৈ বাধ্য।"

---

# ইটালি

## গ্ৰেজিয়া ডেলেড্ডা

গ্ৰেজিয়া ডেলেড্ডা ( ১৮৭২-১৯৩৬ ) এগৰাকী স্বনামধন্যা লিখিকা। চার্ডিনিয়া অঞ্চলৰ কৃষকসকলৰ জীৱন লৈ কেইবাখনো ধুনীয়া উপন্যাস লিখিছে। তাৰ ভিতৰত 'মাতৃ' উপন্যাসখন উল্লেখযোগ্য। এই উপন্যাসৰ বাবেই ১৯২৬ চনত তেওঁ নবেল পুৰস্কাৰ লাভ কৰে। তেওঁৰ গল্পসমূহত সূক্ষ্মাতিসূক্ষ্ম পর্যবেক্ষণ আৰু তাৰ কাব্যৰসসমৃদ্ধ ৰূপায়ণ উল্লেখযোগ্য।

## মাতৃ/ গ্ৰেজিয়া ডেলেড্ডা

বহল নদীখনৰ কোলাত সৰু এটা মাজুলী। গছ-গছনি আৰু বনৰীয়া লতাৰে ঘেৰা এই মাজুলীটো বছৰৰ সকলো সময়তে ছাঁয়া-শীতল হৈ থাকে। এই মাজুলীটোৰ বুকুত আছে এখন অকণমানি বিল। তাৰ পানীবোৰ অতি ফট্‌ফটীয়া, যেন কোনোবা নিশাৰ বুকুৰ এজাক পাতল-হালধীয়া জোনাক। চিৰকাল যেন সেই পানীৰ দাপোণখনত প্ৰকৃতি নীৰৱ আৰু তন্ময় হৈ থাকে।

হেমন্তৰ লগে লগে পাতবোৰ যেতিয়া সৰি সৰি নোহোৱা হৈ যায়, তেতিয়া দিনৰ পোহৰত পলকে পলকে সলনি হৈ থকা আকাশখন, সেই আকাশৰ ওপৰেদি উৰি যোৱা ডাৱৰৰ থোপাবোৰ আৰু নিশাৰ বুকুৰ কোমল জোনাকখিনি মাজে মাজে নামি আহি এই বিলৰ পানীত আপোনমনে জিৰাই যায়হি। সেইটো সময়ত এই ঠাইডোখৰ অদ্ভুত ৰহস্যময় হৈ উঠে।

বহুদিন, বহুদিনৰ পিচত সিদিনা সন্ধ্যা সেই মাজুলীটোত এজন কৃষ্ণকায় চিকাৰীৰ আবির্ভাৱ হ'ল। পৃথিৱীৰ নির্জন কল্পনা-নাভিৰপৰা উৎসাৰিত এই বিচ্ছিন্ন ভূখণ্ডত ভৰি থৈ মন্ত্ৰমুগ্ধৰ দৰে তেওঁ চাৰিওপিনে এবাৰ অবাক চকুৰে চালে। হাতত সাৰে ভৰিত সাৰে তেওঁ সেই বিলখনৰ পিনে আগুৱাই গ'ল। সূর্যাস্তৰ শেষ ৰঙীণ পোহৰখিনি বিলৰ ওপৰত পৰি অপূর্ব সৌন্দর্যৰ সৃষ্টি হৈছে। সেই অনন্য দৃশ্যৰ পিনে চাই আগন্তুক তন্ময় হৈ ৰ'ল।

বুঢ়ী শহাপহুজনীয়ে তেওঁক ভালকৈ দেখা পাইছিল। বিলৰ পাৰতে থকা শিজু-কাঁইটৰ গছজোপাই তাইৰ আশ্ৰয়; আৰু তাৰ মাজৰপৰাই তাই দেখা পাইছিল সেই কৃষ্ণকায় চিকাৰীজনক, তাইৰ মূর্তিমান মৃত্যুৰ দৰে সেই দুৰন্ত শত্ৰুক। তাইৰ কাণ দুখন মুহূর্ততে সজাগ হৈ উঠিল।

তাৰ পিচত, তাই নিজকে সেই নিশ্চিত মৃত্যুৰপৰা ৰক্ষা কৰিবৰ বাবে কোমল অথচ দীঘল খোজবোৰ পেলাই দৌৰিবলৈ ধৰিলে।

সেই কৃষ্ণকায় চিকাৰীজন স্বপ্নাবিষ্টৰ দৰে থৰ লাগি ৰৈ থাকিল।

বুঢ়ী শহাজনী মাজুলীটোৰ আনটো মূৰ পালেগৈ। তাতে তাই আন এটা জোপোহাৰ মাজত লুকাই পৰিল। বহুত পৰলৈকে তাই বতাহৰ গোন্ধ ল'ব পৰাকৈ কাণ দুখন থিয় কৰি ৰৈ থাকিল। বতাহত তাইৰ নাকৰ আগৰ ৰঙচুৱা পাতল আৱৰণখন কঁপিবলৈ ধৰিলে। তাৰ কঁপনিটোৰ লগে লগে তাইৰ সৰু বুকুখন ধুকুধুকুকৈ কঁপি উঠিল। বহুদিন ধৰি তাই এইদৰে ভয় খাবলগীয়া হোৱা নাই। যোৱাবেলি ডাঙৰ বানপানীটো হৈ যোৱাৰ পিচৰেপৰা তাই ইয়াত এগৰাকী ৰাণীৰ দৰে অবাধ আৰু শান্তিময় জীৱন যাপন কৰি আহিছে। কাৰণ, সেই বানপানীটোতে এই মাজুলীটোৰ প্ৰায় আটাইবোৰ প্ৰাণীয়েই মৰি-হাজি ঢুকাই নোহোৱা হ'ল।

বুঢ়ী শহাপহুজনীয়েও শেষ জীৱনৰ বাকীকেইটা দিন একান্ত অকল-শৰীয়াভাৱে কটাই দিবৰ বাবে নিজকে প্ৰস্তুত কৰি আনিছে। আপোন বুলিবলৈ, আত্মীয় বুলিবলৈ কোনোৱেই নাইকিয়া হৈ পৰাত, বহুদিন ধৰি তাই জীৱনৰ কোনো আলোড়নেই অনুভৱ কৰা নাই। বয়সেও ভাটী দি অহাত, বন্ধুক লগ পাবৰ বাবেও তাইৰ মনটো কেনেবা-কেনেবি নলগা হৈ আহিছে। সঁচা কথা ক'বলৈ হ'লে, দেহ আৰু মনৰ প্ৰতিটো অংশতে বাণপ্ৰস্থীৰ একান্ত অনাসক্তিৰ ভাব বিয়পি পৰিছে। এনে এটা সময়তে এই কৃষ্ণকায় চিকাৰীজনৰ আগমণ ঘটিছে!

যোৱাবেলিৰ সেই বানপানীটোত তাইৰ আশ্ৰয়স্থল সেই শিজু-কাঁইট জোপাকো পানীয়ে কোবাই গৈছিল; কোনোমতে ভাহি নোযোৱাকৈ ৰৈ গ'ল। পানী কমিলত লাহে লাহে আকৌ বালিৰ চৰ পৰিবলৈ ধৰিলে। তাৰ পিচত, আকৌ এবাৰ চাৰিওপিনে ঘাঁহ-বনবোৰ গজি উঠিল। তথাপি, ইমান দিন ধৰি কোনো চিকাৰীৰ আগমণ ঘটা নাছিল। আকৌ এবাৰ বুলবুল পখীৰ গানেৰে মুখৰিত হৈ উঠিল এই সৰু মাজুলীটো। 'নিশ্চল হৈ একে ঠাইতে ৰৈ থকাতকৈ গৈ থকাটো বেছি ভাল' - নদীৰ পানীত ভাহি যোৱা শুকান পাতৰ এই উক্তিটো তাইৰ কাণত নপৰাকৈ নেথাকিল। আৰু 'অনন্ত সময় ধৰি গৈ থকাতকৈ ৰ'বৰ কাৰণে এডোখৰ ঠাই পোৱাটো বেছি ভাল'—সাগৰৰ অভিমুখে বৈ যোৱা নদীৰ পানীৰ এই উক্তিটোও তাইৰ কাণত পৰিল। কিন্তু, বুঢ়ী শহাপহুজনী সিহঁতৰ সেইবোৰ উক্তি



শুনি অকণো বিচলিত নহ'ল। বৰং, নিজকে তাই গছৰ শিপাতকৈয়ো বেচি ক্ৰুৰ আৰু নদীৰ তৰংগবোৰতকৈ বেছি দ্ৰুত বুলি বিবেচনা কৰিলে। কাৰণ, তাই ইচ্ছা অনুযায়ী দৌৰিব যিদৰে পাৰে, সেইদৰে নীৰৱে একে ঠাইতে বহি থাকিবও পাৰে। কাৰো কোনো নিৰ্দেশ মানি চলিবৰ প্ৰয়োজন নাই। এনে এটা সময়তে এই কৃষ্ণকায় চিকাৰীজনৰ আগমণে তাইক কিছু চিন্তিত কৰি তুলিলে।

জোপোহাটোৰ ভিতৰৰপৰাই তাই জোনাকত ধকৃধকীয়া হৈ থকা বালিচৰটোৰ পিনে চাই ৰ'ল। যৌৱনত বন্ধুৰ বাবে প্ৰতীক্ষা আৰু বেদনাৰ স্মৃতিৰে বিজড়িত সেই বালিচৰ। ৰাতিৰ এই ৰহস্যময় জোনাকত তাইৰ মনটো বহুত দিনৰ মূৰত কেনেবা-কেনেবি লাগি আহিল।

হঠাৎ চকুত পৰিল, অলপ আঁতৰতে এটা ছায়ামূৰ্তি। সেই ছায়ামূৰ্তিটোৰ পিচতে তেনেকুৱা আৰু এটা ছায়ামূৰ্তি। প্ৰথমতে ধাৰণা হ'ল, হয়তো কেৱল স্বপ্ন। কিন্তু, সেয়া স্বপ্ন নহয়, জীৱন্ত বাস্তৱ। দুয়োটা ছায়ামূৰ্তি এটা-এটাকৈ চকুৰ আগেদি পাৰ হৈ গুচি গ'ল। অলপ পিচতে, সিহঁত আকৌ উভতি আহিল। ইমানপৰে স্পষ্ট হৈ উঠিল, সেই কৃষ্ণকায় চিকাৰী-জনৰ হঠাৎ আগমণৰ আচল কাৰণটো।

বুঢ়ী শহাপহুজনীৰ বুকুত একুৰা ঈৰ্ষাৰ জুই জ্বলি উঠিল। আৰু বেছিপৰ সেইদৰে লুকাই থকাটো অসম্ভৱ হৈ পৰিল। ইমান দিন ধৰি যিখন ঠাইৰ ওপৰত তাইৰ অবাধ ৰাজত্ব চলি আছিল, সেই ঠাইখনত সিহঁতৰ সেই আকস্মিক আগমণ অসহনীয় যেন লাগি গ'ল। বয়স আৰু আত্মকেন্দ্ৰিকতাত বহুদিন ধৰি অভ্যস্ত হৈ পৰাৰ বাবে তাই অৱশ্যে লাহে লাহে কিছু স্বাৰ্থপৰ হৈ আহিছিল। তাইৰ ধাৰণা হ'ল, ইহঁততকৈ বৰং সেই চিকাৰীজনকো সহ্য কৰিব পাৰি। জোপোহাটোৰ আঁৰালৰপৰা ওলাই আহি, এই বিষয়ে তাইৰ সকলো সন্দেহ আঁতৰ হৈ গ'ল।

সিহঁতে অৱশ্যে তাইক দেখা পোৱা নাছিল। মাইকী-শহাজনী অলপ বেছি শকত। তাইৰ কাণৰ ভিতৰখন গোলাপী ৰঙৰ; আৰু বাহিৰখন ধোৱাঁবৰণীয়া। তাই তাইৰ বন্ধুৰ চাৰিওপিনে এবাৰ অতি কমনীয় ভংগীৰে পাক এটা মাৰি বালিৰ ওপৰত অলসভাৱে শুই পৰিছিল, তাই যেন তাইৰ প্ৰেমিক-বন্ধুক দেখাই পোৱা নাই! প্ৰেমিক শহাপহুটো যেতিয়া তাইৰ কাষ চাপি আহিল, তাই তেতিয়া লৰালৰিকৈ তাইৰ নোমাল দেহাটোৰ ওপৰত লাগি থকা ধূলিখিনি জোকাৰি তীৰবেগে দৌৰিবলৈ ধৰিলে। তাইৰ

সেই দৌৰাৰ ভংগীটো অতি মনোৰম আৰু নিপুণ যেন লাগিছিল। কিন্তু, তাই সেই পুৰুষ-শহাটোক আৰু বেছিপৰ এইদৰে বঞ্চনা কৰিব নোৱাৰিলে। দৌৰি দৌৰি ক্লান্ত হৈ পৰা শহাটো অৱশেষত এবাৰ অতৰ্কিতে তাইৰ ওপৰত জপিয়াই পৰিল। তাৰ পিচত, বহুপৰ ধৰি উভয়ে উভয়ক বুকুৰ মাজত লৈ স্বপ্নমগ্ন হৈ ৰ'ল।

বুঢ়ী শহাপহুজনীয়ে সেই দৃশ্যটো শেষ মুহূৰ্তলৈকে চাই আছিল। বহুত পৰৰ পিচত সেই তৰুণ দম্পতীয়ে গাত লাগি থকা ধূলিখিনি জোকাৰি তাৰপৰা গুচি গ'ল। কিন্তু, তেতিয়াও তাই সেই শূন্য বালিচৰটোৰ পিনে অপলক দৃষ্টিৰে চাই ৰ'ল। তাইৰ শুকান পাতৰ দৰে জীৰ্ণ-সজাগ কাণ দুখন বতাহত কঁপিবলৈ ধৰিলে।

গোটেই দিনটো আৰু গোটেই ৰাতিটো এক অদ্ভুত বিষণ্ণতাৰ মাজেদি অতিবাহিত হ'ল। তাই সেই বিলখনৰ পিনে উভতি যাবলৈ ইচ্ছা নকৰিলে। অকলশৰে সেই জোপোহাটোৰ মাজতে লুকাই থাকিল। ৰাতি কেৱল মাজে মাজে তাই বাহিৰলৈ ওলাই আহিছিল; আৰু বহুপৰলৈকে সেই জোনাকত জিলমিলাই থকা বালিচৰটোৰ ওপৰত চকু থাপি চাই আছিল।

হঠাৎ এদিন তাইৰ কাণত পৰিল, বন্দুকৰ গুলীৰ শব্দ। এটা, দুটা, তিনিটা, ওপৰা-উপৰিকৈ কেইবাটাও গুলীৰ শব্দ একেলগে ধ্বনিত হৈ এক অদ্ভুত ধ্বনিময় আৱৰ্তৰ সৃষ্টি হ'ল। সেইদিনা ৰাতি জোনাকত ফুলি উঠা এটি ফুলৰ থোপাৰ দৰে সেই প্ৰেমিক-দম্পতীক তাই দেখা নেপালে।

বুঢ়ী শহাপহুজনীৰ হৃদয় নিষ্ঠুৰ বিজয়-উল্লাসেৰে পৰিপূৰ্ণ হৈ উঠিল। সেই ৰাতি তাই নিজেই ওলাই আহিল বালিচৰটোৰ ওপৰেদি উদ্দাম গতিৰে দৌৰি ফুৰিবৰ কাৰণে। এইটোৱেই সেই বালিচৰ, য'ত সেই সুখী দম্পতীৰ ভৰিৰ খোজবোৰ এতিয়াও মচ খোৱা নাই। তথাপি, হঠাৎ কোনোবা মানুহৰ ভৰিৰ খচকনি শুনি তাই আকৌ উভতি আহিল। জোপোহাটোৰ মাজত তাই নীৰৱে লুকাই পৰিল।

দোকমোকালিৰ লগে লগে তাইৰ গাটো জাৰত কঁপি উঠিল। তলৰ বালিখিনি যেন পানীৰে সেমেকি উঠিছে। লৰালৰিকৈ তাই বাহিৰলৈ ওলাই আহিল। বাহিৰলৈ আহি তাই এক নতুন দৃশ্য দেখিবলৈ পালে। এটা গাঁতৰ মুখত এহাল শহা-পোৱালি। কোমল, স্নিগ্ধ এহাল শিশুৰ মুখ। সিহঁতৰ কাণকেইখন ইমান পাতল যে তাৰ মাজেদি পোহৰ সৰকি আহিব পাৰে। ইহঁত খুব সম্ভৱ সেই তৰুণ-দম্পতীটোৰে সন্তান, যিটো দম্পতীক সিদিনা সেই



কৃষ্ণকায় চিকাৰীজনে হত্যা কৰিছে!

এটা পোৱালিয়ে লগৰ পোৱালিটোৰ গলধনটো চেলেকি আছিল। বুঢ়ী শহাজনীক দেখা পাই দুয়োটা গাঁতৰ ভিতৰলৈ টুলুপ্‌কৈ সোমাই পৰিল।

গোটেই দিনটো উদাস মন আৰু সেমেকা বতাহৰ মাজেদি পাৰ হৈ গ'ল। গধূলিৰ লগে লগে এজাক বৰষুণ আহিল। বুঢ়ী শহাজনী লৰালৰিকৈ সেই শিজু-কাঁইটজোপাৰ কাষৰ গাঁতটোত সোমাই পৰিল। কিনকিনীয়া বৰষুণ লাহে লাহে ধাৰাসাৰ হৈ আহিল।

আকৌ এবাৰ বালিচৰটো খহিবলৈ লৈছে। এতিয়া আৰু কোনো চিকাৰীয়েই আহিবৰ বাবে বাট বিচাৰি নেপায়।

বৰষুণৰ মাজত সেই পোৱালি দুটাৰ কথা মনত পৰিল। ভাবিবলৈ ধৰিলে, সিহঁতৰ কি বিপদ হৈছে। পুৱা যেতিয়া বৰষুণ পাতলিল, তেতিয়া তাই সিহঁত থকা গাঁতটোৰ ওচৰলৈ গ'ল। ইটোৱে সিটোৰ কোমল দেহটো সাৱটা-সাৱটি কৰি সিহঁত দুয়োটাই শুই আছে। কোনে জানে, হয়তো সিহঁতে টোপনিৰ মাজতে মাকৰ বুকুৰ উমাল স্মৃতিৰ পৰশ অনুভৱ কৰি আছে। বুঢ়ী শহাপহুজনী অহাৰ উমান পাই সিহঁতে নাককেইটা আগলৈ আনি মাটিৰ গোন্ধ ল'বৰ চেষ্টা কৰিলে।

বুঢ়ী শহাজনীয়ে চলচলীয়া চকুৰে সিহঁতৰ পিনে চালে। তাৰ পিচত, তায়ো সিহঁতৰ দৰে নাকটো আগলৈ আনি গাঁতৰ ভিতৰৰ মাটিৰ গোন্ধটো ল'লে।

বৰষুণটো কমিছিল যদিও বন্ধ হোৱা নাছিল। কেইদিনমানৰ পিচত নতুনকৈ এজাক বৰষুণ দিবলৈ ধৰিলে। আঠ দিন আঠ ৰাতি লেথাৰি নিছিগাকৈ কলহৰ মুখেৰে ঢালিবলৈ লাগিল। ডাঠ কুঁৱলী আৰু ডাৱৰৰ চামনিয়ে মাজুলীটো আন্ধাৰ কৰি ঢাকি ৰাখিলে। বিলৰ পানীখিনি দেখিবলৈ হয়তো কজলা হৈ উঠিছে। ফেনে-ফোটোকাৰে বাঢ়ি অহা নদীৰ পানীয়ে বুঢ়ী শহাজনীৰ গাঁতটো যিকোনো মুহূৰ্ততে উটুৱাই নিয়াৰ সম্ভাৱনা দেখা গ'ল। তথাপি, তাই সেই পোৱালি দুটা এবাৰ পাক মাৰি চাই অহাৰ কথা ভাবিলে। কিন্তু, তাইৰ গাঁতটোৰ চাৰিওকাষে বালি খহি অসংখ্য ফাট মেলিছে। আৰু, সেই ফাটবোৰত বৰষুণৰ পানীৰ তীব্ৰ সোঁত। গতিকে, তাইৰ চেষ্টা নিষ্ফল হ'ল।

বৰষুণৰ জিৰ্ জিৰ্ শব্দটোৰ আঁৰে আঁৰে আৰু এটা শব্দ কাণত পৰিল। আক্ৰমণকাৰী সৈন্য বাহিনীৰ ভৰিৰ শব্দৰ দৰে ধুমুহাৰ এই প্ৰলয়ংকৰী শব্দটোৰ লগত তাইৰ পৰিচয় আছে। নদীৰ বুকুৰপৰা যেন থমকি থমকি আসন্ন

বানপানীৰ শব্দ শুনা গৈছে। গোটেই মাজুলীটো এক ৰহস্যময় আতংকত কঁপি উঠিল।

কেইবাটাও দিন তাই লঘোণে-ভোকে কটাবলগীয়া হ'ল। তদুপৰি, তাইৰ জীৰ্ণ দেহটো সেমেকা বতাহে কোবাই গৈছে।

ঢৌৰ পিচত ঢৌ আহি বালিচৰটো গ্ৰাস কৰি নিছে। পৃথিৱী, আকাশ, বতাহ, সকলোবোৰ যেন গোট মাৰি বৰফ হৈ যাব খুজিছে। বুঢ়ী শহাজনীয়ে কুচিমুচি তাইৰ গাঁতটো খামুচি ধৰি বহি আছে। অলপ হেৰ-ফেৰ কৰিলেই তাইৰ হয়তো জীয়াই থকাৰ সকলো সম্ভাৱনা বিলুপ্ত হৈ যাব।

আঠদিনৰ দিনা বৰষুণজাক বন্ধ হ'ল। কুঁৱলী আৰু ডাৱৰৰ চামনিটো লাহে লাহে পাতল হৈ আহিল। অ'ত-ত'ত ছুটুকুৰা-এটুকুৰা নীল আকাশৰ ছবি চকুত পৰিল। বৰষুণৰ ডোঙা-বন্ধা পানীৰ সোঁতটোও নোহোৱা হ'ল। কেৱল তলৰ নদীৰ পানীখিনি বুকুত এসোপা জঁাজৰি লৈ কল-কল বেগেৰে বৈ যাবলৈ ধৰিলে।

পিচদিনা বুঢ়ী শহাজনীৰ জুৰুলা গাটোত একাঁজলি ৰ'দৰ উম লাগিল। তাই সেমেকা গাটো ৰ'দত সেকি লৈ নিজকে অলপ সঁজাল কৰি ল'লে। তাৰ পিচত, তাই চাৰিওপিনে এবাৰ চকু ফুৰাই চালে।

বিলখনৰ কোনো চিন-মোকামেই নাই। তাৰ সলনি আছে মাথোন তলৰ নদীখনৰ পিনে বৈ যোৱা এডোঙা ঘোলা পানীৰ সোঁত।

জঁাজৰিখিনিৰ পিনে চাই দেখিলে: বহুতো শুকান পাতৰ দ'ম, সৰু সৰু অলেখ হাড়ৰ টুকুৰা, কেইটামান বুলবুল চৰাইৰ দেহ, আৰু—, আৰু এহাল শহা পোৱালি। ভৰিকেইখন একেবাৰে ঠৰঙা লাগি আছে। চকুকেইটা টেলেকা লাগিছে আৰু কাণকেইখন ওলমি পৰিছে। ঘোলা পানীৰ সোঁতত সিহঁত ভাহি গৈছে। যদিও জীৱনৰ কোনো স্পন্দন নাই, তথাপি সিহঁতে ইটোৱে সিটোক সাৱটা-সাৱটি কৰি ধৰি আছে। সিহঁতৰ সেই অবিচ্ছিন্ন যুগল দেহ সোঁতৰ লগে লগে পাক খাই খাই তলৰ নদীৰ পিনে গৈ থাকিবলৈ ধৰিলে।

বুঢ়ী শহাজনীয়ে সেই দৃশ্যটো চাই ৰ'ল, তাইৰ শীতল কৰুণ চকুহাল মেলি।

এতিয়া তাই নিজকে সঁচাসঁচিকৈয়ে নিঃসংগ আৰু অসহায় বুলি অনুভৱ কৰিলে।

# জাৰ্মানী

## ষ্টেফান জ্বাইগ্

ষ্টেফান জ্বাইগ্ (১৮৮১-?) প্ৰাক-হিটলাৰ যুগৰ মহত্তম ইহুদী জাৰ্মান সাহিত্যিক। তেওঁ আছিল একাধাৰে নাট্যকাৰ, জীৱনীকাৰ, সমালোচক আৰু কাহিনীকাৰ। তেওঁৰ চুটিগল্পসমূহত অপূৰ্ব শিল্পমণ্ডিত স্থাপত্য, মনোবিজ্ঞানৰ সূক্ষ্মতম বিশ্লেষণ আৰু চিৰন্তন সত্যবোধৰ অনবদ্য ত্ৰিৱেণী-সংগম পৰিলক্ষিত হয়। তেওঁ একাধিকবাৰ উল্লেখ কৰিছে: মোৰ ধাৰণা, সংক্ষিপ্ততাই আৰ্টৰ মৌল সমস্যা। তেওঁৰ এই উক্তি চুটিগল্প-সাহিত্যৰ ক্ৰমবিকাশত বিশেষ তাৎপৰ্যপূৰ্ণ।

## ৰেচেলৰ অভিযোগ/স্তেফান জ্বাইগ

যিহেতু সিহঁতৰ চিত্ত অত্যন্ত চপল, বিশ্বাস অত্যন্ত তৰল, সেইবাবে জেৰুজালেমৰ অধিবাসীসকলে সিহঁতৰ ঈশ্বৰক আকৌ এবাৰ পাহৰি গ'ল। আকৌ এবাৰ পিতলৰ মূৰ্তি গঢ়ি তাৰ সমুখত পশু বলি দি পূজা কৰিবলৈ ধৰিলে। কেৱল এই অধৰ্ম আচৰণ কৰিয়েই সিহঁত ক্ষান্ত নহ'ল। ঈশ্বৰৰ অনুগত ভৃত্য চলোমনে নিজৰ হাতেৰে গঢ়ি থৈ যোৱা মন্দিৰৰ বেদীতো বেল্-দেৱতাৰ মূৰ্তি প্ৰতিষ্ঠা কৰিলে। মন্দিৰৰ অংগন বলি দিয়া অসংখ্য জন্তুৰ তেজেৰে ৰাঙলী হৈ উঠিল।

ঈশ্বৰে যেতিয়া দেখিলে, তেওঁৰেই মন্দিৰত তেওঁকেই উপহাস কৰা হৈছে, তেতিয়া তেওঁ ক্ৰুদ্ধ হৈ উঠিল। আকাশ-বতাহ কঁপি উঠিল, তেওঁৰ ক্ৰুদ্ধ কণ্ঠস্বৰৰ ভয়াবহ স্বননত। তেওঁৰ ধৈৰ্যচ্যুতি ঘটিল। এই পাপত নিমজ্জিত নগৰীৰ ওপৰত তেওঁ ধ্বংসৰ অভিশাপ বৰ্ষণ কৰিব। তুঁহ-পতানৰ দৰে ফু মাৰি উৰাই দিব এই নগৰৰ অধিবাসীবোৰক। তেওঁৰ হাতত কঁপি উঠিল উদ্যত বজ্ৰ। এই সৰ্বনাশী বাৰ্তা মুহূৰ্ততে প্ৰচাৰিত হৈ গ'ল, পৃথিৱীৰ এটা প্ৰান্তৰপৰা আনটো প্ৰান্ত পৰ্যন্ত।

সৰ্বশক্তিমান ঈশ্বৰ যেতিয়া ক্ৰুদ্ধ হয়, তেতিয়া পৰিত্ৰাণৰ সকলো পথ বন্ধ হৈ যায়। ভয়ত পৃথিৱী কঁপি উঠিল পিতা নোৱাৰ দিনত সংঘটিত ঘটনাৱলীৰ পুনৰাবৃত্তি ঘটিল। হঠাৎ স্বৰ্গৰ দুৱাৰ বিশাল শব্দেৰে মেল খাই গ'ল ; গভীৰ সমুদ্ৰৰ গৰ্ভৰপৰা উৰি অহা জলধাৰাসমূহ দিশ হেৰুৱাই চাৰিওপিনে বিক্ষিপ্ত হৈ পৰিল আৰু অভ্ৰভেদী পৰ্বতমালা ঘন ঘনকৈ কঁপি উঠিল। আকাশত উৰি ফুৰা চৰাইবোৰ মাটিলৈ খহি খহি পৰিল। ঈশ্বৰৰ এই ৰুদ্ৰমূৰ্তি দেখা পাই, আনকি দেৱদূতসমূহো ভয়ত অস্থিৰ হৈ পৰিল।

ধৰাতলৰ সেই অভিশপ্ত নগৰীৰ সকলোবোৰ নৰ-নাৰীয়ে যদিও ঈশ্বৰৰ



সেই বজ্ৰকণ্ঠ শুনিবলৈ পালে, তথাপি সিহঁতে তাৰ অৰ্থ বুজি নেপালে। সিহঁতে নেজানিলে, সিহঁতৰ ওপৰত চৰম শাস্তিৰ বিধান হৈছে। সিহঁতে মাথোন উপলব্ধি কৰিলে, পৃথিৱী যেন সমূলে উৎপাটিত হ'ব খুজিছে। সিহঁতে দেখা পালে, দিন-দুপৰতে মাজনিশাৰ ঘন অন্ধকাৰ নামি আহিছে ; প্ৰবল ধুমুহাৰ আঘাতত বিৰাট প্ৰকাণ্ড গছবোৰ শিপাৰে সৈতে উৎপাটিত হৈ পৰিছে যেন সেইবোৰ গছ নহয়, সামান্য খেৰৰ কুটা। জানোচা ঘৰৰ মূধচবোৰ সিহঁতৰ মূৰৰ ওপৰত খহি পৰে ! সেই ভয়ত আকুল হৈ সিহঁত চোতাললৈ ওলাই আহিল। বাহিৰলৈ ওলাই আহি ধুমুহাৰ সংহাৰ-মূৰ্তি, বৰষুণৰ মুষলধাৰ আৰু গন্ধকৰ গন্ধ ভৰা ঘন অন্ধকাৰ দেখা পাই, সিহঁত মৃত্যুৰ আতংকত শিয়ঁৰি উঠিল। আঁঠু কাঢ়ি সিহঁতে ঈশ্বৰৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। কিন্তু, সেই প্ৰাৰ্থনা নিষ্ফল হ'ল। প্ৰকৃতিৰ উন্মত্ত ক্ৰোধ প্ৰশমিত নহ'ল, সেই সূচীভেদ্য অন্ধকাৰ অব্যাহত হৈ ৰ'ল।

ঈশ্বৰৰ ক্ৰুদ্ধ কণ্ঠস্বৰ ইমান বেছি প্ৰবল হৈ উঠিছিল যে শেষ-বিচাৰৰ অপেক্ষাত কবৰৰ ভিতৰত বহুকাল ধৰি শুই থকা মৃত-আত্মাবোৰৰো নিদ্ৰা ভংগ হ'ল। শেষ-বিচাৰৰ সময় উপস্থিত হৈছে বুলি ভাবি, তেওঁলোক স্বৰ্গলোকৰ অভিমুখে পাখি মেলি উৰি গ'ল। ধুমুহা-বৃষ্টি পাৰ হৈ যেতিয়া তেওঁলোক স্বৰ্গত উপনীত হ'ল, তেতিয়াহে গম পালে, শেষ বিচাৰৰ দিন এতিয়াও সমাগত হোৱা নাই। ঈশ্বৰৰ চাৰিওকাষে তেওঁলোক থিয় হ'ল। পিতৃ-পুৰুষৰ সেই মূৰ্তিহীন আত্মাবোৰে প্ৰাৰ্থনা কৰিলে, যেন তেওঁলোকৰ সন্তানবৃন্দ সবংশে নিৰ্মূল নহয়, যেন তেওঁলোকৰ পৱিত্ৰ চহৰ পৃথিৱীৰ বুকুৰপৰা মচ খাই নেযায়। তেওঁলোকৰ প্ৰতিনিধি স্বৰূপে প্ৰাৰ্থনা কৰিলে, আব্ৰাহাম, আইজাক আৰু জেকবে। কিন্তু, তেওঁলোকৰ মৃদু কণ্ঠস্বৰ ঈশ্বৰৰ প্ৰবল স্বননৰ বুকুত লীন হৈ গ'ল। তেওঁ ক'লে, বহুদিন ধৰি তেওঁ তেওঁৰ প্ৰজাবিলাকৰ অবাধ্যতা সহ্য কৰিছে। অকৃতজ্ঞ সিহঁত ; প্ৰেমেৰে সিহঁতক তেওঁ জয় কৰিব নোৱাৰিলে। এইবাৰ তেওঁ সিহঁতৰ মন্দিৰটো চূৰ্ণ-বিচূৰ্ণ কৰি, সমুচিত শিক্ষা দিব।

ঈশ্বৰে যেতিয়া তেওঁৰ প্ৰিয়তম স্নেহধন্য মানব-সন্তানসকলক এইদৰে নিৰুত্তৰ কৰি দিলে, তেতিয়া আগবাঢ়ি আহিল, ঈশ্বৰৰেই প্ৰেৰিত-পুৰুষসকল —মোজেচ, চেমুৱেল, এলিজা আৰু এলিমা— জীৱনকালত যিসকলৰ মুখৰ বাণী আছিল অগ্নিতুল্য, অমোঘ ; আৰু হৃদয় যিসকলৰ ভগবৎ-প্ৰেমেৰে চিৰ-প্ৰজ্বলিত। কিন্তু, ঈশ্বৰে তেওঁলোকৰ প্ৰাৰ্থনাও নুশুনিলে, তেওঁলোকৰ মুখৰ কথাবোৰ ধুমুহাৰ বুকুত পাক খাই পাক খাই হেৰাই গ'ল। উজ্জ্বলতৰ হৈ উঠিল সেই মন্দিৰ-দাহনকাৰী বিদ্যুতৰ খৰপ্ৰবাহ।

প্ৰেৰিত-পুৰুষসকল নিস্তব্ধ হৈ গ'ল। ধুমুহাত কঁপি উঠা বননিৰ দৰে কঁপিবলৈ ধৰিলে তেওঁলোকৰ প্ৰাণ; বতাহত সৰি পৰা শুকান পাতৰ দৰে নিষ্প্ৰাণ হৈ ৰ'ল তেওঁলোকৰ আত্মা। আৰু এবাৰ কথা উচ্চাৰণ কৰাৰো সাহস নহ'ল কাৰো। কিন্তু, কথা ক'লে এগৰাকী নাৰীৰ আত্মাই। নাম তেওঁৰ ৰেচেল। ইজৰাইলৰ মাতৃৰূপিণী ৰেচেল। আন সকলোবোৰৰ দৰে তেৰোঁ শুনিছিল ঈশ্বৰৰ অমোঘ আদেশ, কবৰৰ ভিতৰত শুই শুই। তেৰোঁ ওলাই আহিছিল, কবৰৰ কফিন মুকলি কৰি। তেওঁৰ সন্তানসমূহৰ কাৰণে তেওঁ চকু-লো টুকিবলৈ ধৰিলে; কোনো সান্ত্বনাতেই তেওঁ প্ৰবোধ নেমানিলে। যদিও একমাত্ৰ দেবদূত সমূহৰ বাহিৰে আন কোনেও শেষ-বিচাৰৰ পূৰ্বে ঈশ্বৰৰ মুখ দেখা নেপায়, তথাপি তেওঁক শক্তিৰ যোগান ধৰিলে তেওঁৰ হৃদয়ৰ প্ৰেমে। ঈশ্বৰৰ মুখ নেদেখাকৈয়ে তেওঁ ঈশ্বৰৰ সমুখত থিয় হ'ল। নতজানু হৈ তেওঁ ক'বলৈ ধৰিলে :

"হে সৰ্বশক্তিমান, তোমাক এইদৰে সম্বোধন কৰিবলৈ লওঁতে মোৰ হৃদয় গলিত বৰফত পৰিণত হৈছে। কিন্তু প্ৰভু, মোৰ এই ভীৰুতাও যে তোমাৰেই দান। আৰু, তুমিয়েই তেওঁ, যিজনে মোক মোৰ বাক্‌শক্তি দিছে, যাতে মই মোৰ ভয়াৰ্ত হৃদয়েৰেও মোৰ প্ৰাৰ্থনা উচ্চাৰণ কৰিব পাৰোঁ। মোৰ সন্তানসকলৰ তীব্ৰ প্ৰয়োজনেই মোৰ প্ৰেৰণা। তুমি মোক জ্ঞান দিয়া নাই, বুদ্ধি দিয়া নাই; কিদৰে মই তোমাৰ ক্ৰোধ নিৰ্বাপিত কৰিব পাৰোঁ, তাকো মই নেজানো। কিন্তু, তুমি জানা, মই কি ক'ব খুজিছোঁ। কাৰণ, যিকোনো শব্দ মানুহৰ কণ্ঠত উচ্চাৰিত হোৱাৰ পূৰ্বে তাৰ জন্ম হয় তোমাৰ হৃদয়তেই; তুমি পূৰ্বৰপৰাই জানা, মানুহৰ কৰ্ম আৰু সংকল্পৰ কথা। তথাপি, হে প্ৰভু, মই তোমাৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ, সেই পাপী মানৱ সন্তানবোৰৰ বাবে মই যি ক'বলৈ ওলাইছোঁ, তাক এবাৰ শুনা।"

প্ৰাৰ্থনা কৰি উঠি, ৰেচেলে ঈশ্বৰৰ সমুখত মূৰ দোঁৱালে। ঈশ্বৰে কেৱল তেওঁৰ বিনম্ৰ বদনখনেই দেখা নেপালে, দেখা পালে তেওঁৰ দুয়োগালেদি শোকৰ অশ্ৰু বৈ আহিছে। তেওঁ তেতিয়া ক্ৰোধ সংবৰণ কৰি, ৰেচেলৰ প্ৰাৰ্থনা শুনিবৰ বাবে মৌন হৈ ৰ'ল।

স্বৰ্গত বহি ঈশ্বৰে যেতিয়া কাৰোবাৰ কথা শুনে, তেতিয়া মহাকাশ মহাশূন্যত পৰিণত হয়, কাল তেতিয়া স্তব্ধ হৈ বৈ থাকে। সেইবাবে, বন্ধ হৈ গ'ল ধুমুহাৰ আস্ফালন আৰু বজ্ৰৰ সুতীব্ৰ গৰ্জন। স্তব্ধ হৈ বৈ গ'ল সৰীসৃপ প্ৰাণীৰ অবিশ্ৰান্ত গতি। ডেউকা জপাই নামি আহিল আকাশৰ পখী। কাৰো সাহস নহ'ল, এবাৰ নাকৰ উশাহ সলাবৰ বাবে। ৰুদ্ধ হৈ গ'ল সময়ৰ গতি। নিশ্চল



হৈ থিয় দি ৰ'ল দেৱশিশুৰ দল। আৰু নিশ্চল হৈ ৰ'ল কক্ষপথৰ চন্দ্ৰ, সূৰ্য আৰু অগণন নক্ষত্ৰমণ্ডলী; বন্ধ হৈ গ'ল কল্লোলিত নদীৰ শ্ৰান্তিহীন প্ৰবাহ।

তলৰ সেই অভিশপ্ত নগৰীৰ অধিবাসীসকলে গমেই নেপালে, ৰেচেলে যে সিহঁতৰ বাবে প্ৰাৰ্থনা জনাইছে। সিহঁতে নেজানিলে, সৰ্বশক্তিমান ঈশ্বৰে যে তেওঁৰ সেই প্ৰাৰ্থনা শুনিছে। কাৰণ, মৰজগতৰ মানুহৰ পক্ষে স্বৰ্গলোকৰ খবৰ জনাটোও সম্ভৱপৰ নহয়। সিহঁতে কেৱল জানিলে, ধুমুহাৰ আস্ফালন শান্ত হৈছে। কৃতজ্ঞ হৃদয়েৰে সিহঁতে আকাশৰ পিনে মূৰ তুলি চালে। সিহঁতে দেখিলে, দিগন্ত বিস্তৃত এডোখৰ ঘন ক'লা মেঘ, কফিনৰ ওপৰত থকা এডোখৰ কাপোৰৰ দৰে সেই মেঘডোখৰে যেন পৃথিৱীখনক ঢাকি ৰাখিছে। সেই গাঢ় সূচীভেদ্য অন্ধকাৰ দেখা পাই সিহঁত আকৌ এবাৰ ভয়ত শিয়ঁৰি উঠিল। সিহঁতে ভয় খালে : কফিনৰ ওপৰত থকা আচ্ছাদন-বস্ত্ৰই যিদৰে মৃতদেহ আচ্ছন্ন কৰি ৰাখে, সেই বিশাল নিস্তব্ধতাই যেন সিহঁতকো সেইদৰে আচ্ছন্ন কৰি পেলাব খুজিছে।

কিন্তু, ৰেচেলৰ অন্তৰৰপৰা ভয়ৰ ভাব নাইকিয়া হৈ গ'ল; ঈশ্বৰে তেওঁৰ মিনতি শুনিছে। মূৰ তুলি উঠি, তেওঁ আকৌ ক'বলৈ আৰম্ভ কৰিলে :

"প্ৰভু, তুমিতো জানাই, মোৰ বাসস্থান আছিল হাৰান নামৰ এডোখৰ ঠাইত। মোৰ পিতা লাবানৰ বহুতো ভেৰা ছাগলী আছিল। আৰু, সেই ভেৰা ছাগলীবোৰ চৰোৱাৰ দায়িত্ব আছিল মোৰ। এদিন আমি কেইজনীমান ছোৱালীয়ে ভেৰা ছাগলীবোৰক পানী খুৱাবলৈ এটা ফোঁৰাবাৰ ওচৰলৈ লৈ গৈছিলোঁ। কিন্তু, ফোঁৰাবাৰ মুখত আছিল এডোখৰ প্ৰকাণ্ড শিল। সেই শিলডোখৰ আঁতৰাবৰ শক্তি আমাৰ কাৰোৰেই নাছিল। সেই সময়তে তাত উপস্থিত হ'লহি এজন অচিনাকি যুৱক। অত্যন্ত সুঠাম তেওঁৰ দেহ। তেওঁ আগবাঢ়ি আহিল, আমাক সহায় কৰিবৰ বাবে। ইমান অনায়াসে তেওঁ সেই শিলডোখৰ আঁতৰাই দিলে যে, তেওঁৰ শক্তি দেখি আমি সকলোৰেই অবাক হৈ গ'লোঁ। তেওঁৰ নাম আছিল জেকব; মোৰ পেহী ৰেবেকাৰ ল'ৰা। পৰিচয় জানিব পাৰি, তেওঁক মোৰ পিতাৰ ওচৰলৈ লৈ আনিলোঁ। সেই ফোঁৰাবাটোৰ ওচৰত দেখাদেখি হোৱাৰ এক ঘণ্টাৰ ভিতৰতে আমাৰ মাজত হৃদয়ৰ বিনিময় ঘটিছিল। ওৰে নিশা মই উজাগৰে থাকিলোঁ। তোমাৰ ওচৰত এই কথা জনাবলৈ মোৰ কোনো লাজ লগা নাই; কাৰণ মই জানো, তোমাৰেই ইচ্ছা অনুযায়ী আমাৰ হৃদয়ত প্ৰেমৰ তুঁহ-জুই জ্বলে। প্ৰভু, তোমাৰ ইচ্ছাতেই নাৰীয়ে কামনা কৰে পুৰুষৰ আলিংগন; তোমাৰ ইচ্ছাতেই তৰুণ-তৰুণী

আকৃষ্ট হয়, পৰস্পৰে পৰস্পৰৰ প্ৰতি। আৰু সেইবাবেই, আমি সেই জুইকুৰা নুমাবৰ কাৰণে কোনো চেষ্টাই নকৰিলোঁ; সেই প্ৰথম ৰাতিয়েই মই আৰু জেকব, উভয়ে উভয়ৰ ওচৰত অংগীকাৰবদ্ধ হ'লোঁ।

"প্ৰভু, তুমিতো জানাই, মোৰ পিতা কি ধৰণৰ মানুহ আছিল! তেওঁৰ নাঙলে যি শিলাময় মাটি চাহ কৰে, ঠিক তাৰ দৰেই আছিল কঠিন তেওঁৰ হৃদয়। তেওঁৰ নাঙলৰ যুঁৱলি যিহাল বলধৰ কান্ধৰ ওপৰত থাকে, সিহঁতৰ শিঙৰ দৰেই আছিল পাষাণ তেওঁৰ প্ৰাণ। গতিকে, জেকবে যেতিয়া মোক বিয়া কৰাবৰ বাবে তেওঁৰ অনুমতি বিচাৰিলে তেতিয়া তেওঁ পৰীক্ষা ল'ব খুজিলে, তেওঁৰ কন্যাৰ পাণিপ্ৰাৰ্থী এই যুৱক, অৰ্থাৎ তেওঁৰ আপোন ভাগিনীয়েক, তেওঁৰ দৰেই কঠোৰ পৰিশ্ৰমী আৰু ধৈৰ্যশীল হয় নে নহয়! মোৰ পিতা লাবানে দাবী কৰিলে, তেওঁৰ কন্যাক লাভ কৰিবলৈ হ'লে সাত বছৰ গা-খাটনি খাটি দিব লাগিব। ভয়ত মোৰ প্ৰাণ কঁপি উঠিল আৰু জেকবৰ মুখ শুকাই গ'ল। আমাৰ বয়স আছিল কম; ধৈৰ্য হেৰুওৱাটো অত্যন্ত স্বাভাৱিক। আমাৰ বাবে সাতোটা বছৰ আছিল অনন্ত কালৰ প্ৰতীক্ষা। প্ৰভু, তোমাৰ বাবে অৱশ্যে সাতোটা বছৰ মানে কেৱল এটা মুহূৰ্ত, চকু পচাৰতে সি শেষ হৈ যায়; কাৰণ, তুমি অনাদি-অনন্ত, তোমাৰ ওচৰত সময়ৰ কোনো অৰ্থ নাই। কিন্তু আমাৰ নশ্বৰ জীৱনত, পাহৰি নেযাবা প্ৰভু, সাতোটা বছৰ মানে জীৱনৰ দহ ভাগৰ এভাগ। আমাৰ জীৱনৰ পৰিধি ইমান বেছি সীমিত যে, দুচকু জুৰাই তোমাৰ পৱিত্ৰ সৌন্দৰ্য চাই ল'বলৈ পোৱাৰ আগতেই মৃত্যুৰ ক'লা যৱনিকা নামি আহে। বসন্তৰ প্লাৱনৰ দৰেই প্ৰবাহমান এই মানুহৰ জীৱন, যিটো তৰংগ এবাৰ প্ৰবাহিত হৈ গুচি যায়, সেই তৰংগটো আৰু কোনোকালেই উভতি নাহে। সাতোটা বছৰ ধৰি ইমান ওচৰাওচৰিকৈ থাকিম, অথচ বিচ্ছিন্ন হৈ থাকিব লাগিব ইজনে সিজনৰ-পৰা; বুকুৰ ভিতৰত ভাব বান্ধি কটাব লাগিব চুম্বনৰ এক গভীৰ বাসনা। তথাপি, জেকবে তেওঁৰ মোমায়েকৰ প্ৰস্তাৱ মানি ল'লে; আৰু মই মোৰ পিতাৰ আদেশ নতশিৰে গ্ৰহণ কৰিলোঁ। আমি দুয়ো সাত বছৰ জোৰা দীঘলীয়া প্ৰতীক্ষা আৰু কঠোৰ ধৈৰ্যৰ ব্ৰত গ্ৰহণ কৰিলোঁ—আমাৰ প্ৰেম আছিল ইমান প্ৰগাঢ়।

"তথাপি, তুমিয়েই দিছা আমাৰ অন্তৰৰ দুৰন্ত আবেগ। আৰু, যিহেতু আমাৰ জীৱন-কাল অত্যন্ত সীমিত, সেইবাবে আমাৰ হৃদয় সদায় শংকাকুল। ধৈৰ্য বোলা বস্তুটো আমাৰ বাবে সিমান সহজ নহয়, প্ৰভু। কাৰণ, আমিতো জানো, আমাৰ জীৱনত বসন্তৰ সুৰভি শেষ নৌ-হওঁতেই হেমন্তৰ পদধ্বনি শুনো। 



আমি জানো, আমাৰ জীৱনত গ্ৰীষ্মৰ প্ৰখৰ দীপ্তি কিমান ক্ষণস্থায়ী। সেইবাবে, আমি জীৱনৰ হাতৰপৰা আনন্দৰ ভৰা পাত্ৰ কাঢ়ি আনিবৰ চেষ্টা কৰোঁ; ক্ষণিকৰ সামান্য সুখখিনি কণাই কণাই উপভোগ কৰিবৰ বাবে ব্যাকুল হৈ উঠোঁ। জীৱন যাৰ প্ৰতি মুহূৰ্ততে বাৰ্ধক্যৰ অভিমুখে আগবাঢ়ি গৈ আছে, তাৰ বাবে সুদীৰ্ঘ প্ৰতীক্ষা জানো ইমান সহজ? যিহেতু তোমাৰ নিৰ্দেশতেই সময়ে প্ৰতি মুহূৰ্ততে আমাক গ্ৰাস কৰি আনে, সেইবাবে আমাৰ হৃদয়ত সেই দাহনৰ জ্বালা খুব ভালকৈয়ে অনুভৱ কৰোঁ। সমুখত মৃত্যুৰ ছায়া ক্ৰমে যেতিয়া গভীৰ হৈ আহে, তেতিয়া অধীৰ চঞ্চল হৈ উঠাৰ বাহিৰে আমাৰ অন্য কি উপায় আছে, তুমিয়েই কোৱা! যদিও প্ৰতিটো দিনৰ প্ৰতীক্ষা আমাৰ বাবে হেজাৰ দিবসৰ প্ৰতীক্ষাৰ দৰে লাগিছিল, তথাপি আমি প্ৰকৃতিক জয় কৰি লবলৈ সক্ষম হৈছিলোঁ। অৱশেষত, যেতিয়া সেই সাতোটা বছৰ আমাৰ মূৰৰ ওপৰেদি পাৰ হৈ গ'ল, তেতিয়া মনে মনে ভাবিছিলোঁ, এই বোধকৰোঁ এটা দিন গচকি এৰি থৈ আহিলোঁ। জেকবৰ কাৰণে মই এইদৰেই প্ৰতীক্ষা কৰিছিলোঁ; আৰু তেৰোঁ মোক তেওঁৰ প্ৰেমেৰে এইদৰেই অভিষিক্ত কৰিছিল।

"সপ্তম বছৰৰ শেষত মই অতি উচ্ছ্বসিত চিত্তে মোৰ পিতাৰ ওচৰলৈ গৈ, তেওঁক মোৰ বিবাহৰ আয়োজন কৰিবলৈ প্ৰাৰ্থনা জনালোঁ। কিন্তু, মোৰ পিতাই মোৰ সেই উচ্ছ্বাসৰ প্ৰতি কোনো সহানুভূতি নেদেখুৱালে। তেওঁৰ কপালৰ গাঁথি থূপ খালে। দেখিলোঁ, তেওঁৰ চকুৰ দৃষ্টিত অনিশ্চয়তাৰ কুঁৱলী। অৱশেষত, তেওঁ মোক মোৰ বাইদেউ লিয়া'ক মাতি আনিবলৈ আদেশ দিলে।

"প্ৰভু, তুমিতো জানা, মোৰ বাইদেউ লিয়া আছিল মোতকৈ দুবছৰৰ ডাঙৰ। অতি হতভাগিনী তাই। কোনো পুৰুষে কেতিয়াও তাইৰ ওচৰত প্ৰণয় নিবেদন কৰা নাছিল বাবে তাইৰ হৃদয় দুখ আৰু বেজাৰে খুলি খুলি খাইছিল। তাইৰ সেই দুখ দেখি আৰু তাইৰ দৰদী স্বভাৱৰ বাবে মই তাইক খুব ভাল পাইছিলোঁ। কিন্তু মোৰ পিতাই যেতিয়া লিয়া'ক মাতি আনিবৰ বাবে আদেশ দিছিল, তেতিয়া হঠাৎ কিয় জানো মোৰ অন্তৰ সন্দেহৰ বতাহে কঁপাই গ'ল: মোৰ পিতাই নিশ্চয় জেকব আৰু মোক প্ৰতাৰণা কৰিব খুজিছে। সেইবাবে, লিয়া আৰু পিতাৰ কথোপকথন মই তম্বুৰ বাহিৰত গোপনে থিয় হৈ শুনি থাকিলোঁ। মোৰ পিতাই কৈছিল: 'ৰেচেলক বিয়া কৰাবৰ বাবে, যোৱা সাতোটা বছৰ ধৰি জেকবে অতি নিষ্ঠাৰে সৈতে তাৰ দায়িত্ব পালন কৰিছে। কিন্তু, তোৰ কথা ভাবি মই এই বিবাহত সন্মতি দিব পৰা নাই। কাৰণ, আমাৰ দেশত বায়েকৰ বিয়া নোহোৱাকৈ ভনীয়েকৰ

বিয়া হোৱাৰ নিয়ম নাই। সৃষ্টিৰ প্ৰথম পুৰাতে সৰ্বশক্তিমান ঈশ্বৰে আমাক নতুন প্ৰাণ সৃষ্টিৰ বাবে আদেশ দিছিল এই ভাবিয়েই যে, এই পৃথিবীৰ প্ৰতিটো কোণতে মানুহে তেওঁৰ মহিমা কীৰ্তন কৰিব। মৃত্তিকা আৰু নাৰী উভয়েই যেন বন্ধ্যা হৈ নেথাকে—এয়েই আছিল তেওঁৰ কামনা। সেইবাবে, মই আনকি বন্ধ্যা গৰু-ছাগলীকো মোৰ পথাৰৰ শস্যত মুখ দিবলৈ নিদিওঁ, মই মোৰ প্ৰথমা কন্যাক অনুৰ্বৰ জীৱন যাপন কৰিবলৈ অনুমতি জানো দিব পাৰোঁ? লিয়া, তই সোনকালে প্ৰস্তুত হৈ ল। বিয়াৰ সাজ-পাৰ পিন্ধগৈ যা। জেকবে গম নোপোৱাকৈ, ৰেচেলৰ সলনি তোৰ লগতেই মই তাক বিয়া দিম।' মোৰ পিতাৰ এই আদেশ, লিয়া'ই ভয়ে ভয়ে শুনি গ'ল।

"এই ভয়ংকৰ ষড়যন্ত্ৰৰ কথা শুনি, মোৰ পিতা আৰু বাইদেউৰ ওপৰত ভীষণ খং উঠিল। প্ৰভু, মোৰ এই কন্যাৰ অযোগ্য, ভগ্নীৰ অযোগ্য মনোভাৱক ক্ষমা কৰা। কিন্তু, তুমি এবাৰ ভাবি চোৱা: জেকব আৰু মই কি অসীম ধৈৰ্য ধৰি সাতটা বছৰ অপেক্ষা কৰিছিলোঁ। জেকবৰ কঠিন পৰিশ্ৰমৰ পুৰস্কাৰ স্বৰূপে লিয়া'ক তেওঁৰ হাতত অন্যায়ভাৱে গতাই দিয়া হ'ব। জেকবৰ জীৱন আছিল মোৰ নিজৰ জীৱনতকৈয়ো বেছি মূল্যবান। প্ৰভু, জেৰুজালেমৰ অধিবাসীসকলে যিদৰে তোমাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছে,ময়ো সেইদৰে মোৰ পিতাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিলোঁ। তুমিয়েই আমাক এনেদৰে সৃষ্টি কৰিছা যে, অন্যায় দেখিলে আমি সদায় তাৰ বিৰুদ্ধে বিদ্ৰোহ কৰোঁ। জেকবৰ লগত গোপনে দেখা কৰি মই তেওঁক পিতাৰ পৰিকল্পনাৰ কথা জনাই দিলোঁ। পিতাৰ এই ষড়যন্ত্ৰ ব্যৰ্থ কৰিবৰ বাবে মই তেওঁক এক গোপন ইংগিতৰ পৰামৰ্শ দিলোঁ। মই ক'লোঁ: 'বিয়াৰ পিচত, তোমাৰ ঘৰত সোমোৱাৰ আগতে ন-কইনাই তোমাৰ কপালত তিনিবাৰ চুমা খাব।' জেকবে মোৰ সেই প্ৰস্তাৱ অনুমোদন কৰিলে।

"সেইদিনা গধূলি পিতা লাবানে নিজৰ হাতেৰে লিয়া'ক বিয়াৰ সাজ পিন্ধাই দিলে। ওৰণিৰ তলত লিয়া'ৰ মুখখন এনেকুৱাকৈ সজাই দিলে যাতে জেকবে ঘৰৰ ভিতৰত সোমাই ওৰণি দাঙি নোচোৱালৈকে তাইক চিনিব নোৱাৰে। জানোচা মোক ঘৰৰ বান্দী-বেটীবোৰে বিয়াৰ উমান দিয়ে, সেই ভয়তে মোক ভঁৰাল-ঘৰত বন্দী কৰি থ'লে। মই সেই আন্ধাৰ কোঠাটোৰ ভিতৰত ফেঁচাৰ নিচিনাকৈ অকলশৰে বহি থাকিলোঁ। খং আৰু বেজাৰত মই অধীৰ হৈ পৰিলোঁ। প্ৰভু, তুমিতো জানা, জেকবৰ লগত বিয়া হোৱাৰ সৌভাগ্য লাভ কৰা বুলি লিয়া'ৰ প্ৰতি মোৰ অকণো অভিযোগ নাছিল। কিন্তু,



যিজন মানুহে মোক লাভ কৰাৰ আকাংক্ষাত সাত বছৰ দাসত্ব মানি লৈছিল, মোৰ সেই প্ৰিয়জনক এইদৰে প্ৰতাৰণা কৰা হৈছে বুলিহে মোৰ খং উঠিছিল। বিবাহমণ্ডপত যেতিয়া আনন্দৰ সুৰ বাজি উঠিল, তেতিয়া সিংহই যিদৰে তাৰ চিকাৰৰ দেহৰপৰা মাংসৰ টুকুৰাবোৰ আজুৰি-আজুৰি খায়, ঠিক সেইদৰে মোৰ খং আৰু অপমানে মোৰ অন্তৰ আজুৰি-আজুৰি খাবলৈ ধৰিলে।

"এইদৰে বন্দিনী হৈ মই সেই দীঘলীয়া সময় কটাই দিছিলোঁ। মোৰ মন তিক্ততাৰে ভৰি উঠিছিল। বাহিৰৰ অন্ধকাৰ যেতিয়া মোৰ অন্তৰৰ অন্ধকাৰৰ দৰেই গভীৰ হৈ উঠিছিল, ঠিক সেই সময়তে ভঁৰাল-ঘৰৰ শিকলি খুলি দুৱাৰখন কোনোবাই হেঁচুকি দিছিল। সেয়া আন কোনো নহয়, লিয়া। তাইৰ ভৰিৰ খোজৰ শব্দ মই চিনি পাওঁ। বিয়াৰ আগতে তাই মোক দেখা কৰিবলৈ আহিছে। তাইক শত্ৰু জ্ঞান কৰি, মই মুখখন ঘূৰাই দিলোঁ। তাই লাহে লাহে মোৰ চুলিৰ ওপৰত আঙুলি বুলাই দিলে। মূৰ তুলি তাই হাতত লৈ অহা চাকিৰ পোহৰত দেখিলোঁ, তাইৰ মুখত বিষাদৰ ছায়া। মই সৰলচিত্তে স্বীকাৰ কৰিছোঁ প্ৰভু, তাইৰ সেই মূৰ্তি দেখা পাই মোৰ মন এক কুটিল আনন্দেৰে উপচি পৰিছিল। মোৰ ভাল লাগিছিল, তাইৰ বিয়াৰ দিনত, তাই অস্বস্তি বোধ কৰিছে, তাই মনৰ ভিতৰতে যন্ত্ৰণাত পুৰি মৰিব ধৰিছে। বেচেৰী লিয়া, তাইৰ সৰল অন্তৰে মোৰ সেই গোপন আনন্দৰ উমান পোৱা নাছিল। আমি দুয়োজনীয়ে জানো একেই মাতৃৰ স্তন্য পান কৰা নাছিলোঁ? সৰল বিশ্বাসেৰে তাই মোক সাৱটি ধৰিছিল। মলিন মুখ লৈ তাই মোক কৈছিল: 'ৰেচেল, ইয়াৰ পৰিণতি কি হ'ব, কচোন বাৰু। পিতাৰ এই দুৰভিসন্ধিয়ে মোক যে কি কষ্ট দিছে, মই তোক কেনেকৈ বুজাম? তোৰ প্ৰেমিকক তোৰ হাতৰপৰা কাঢ়ি আনি মোক উপহাৰ দিবলৈ ওলোৱাটো কি যে ভয়াবহ কথা হ'ব পাৰে, মই জানো। তোৰ আসনত মই নিজকে বহুৱাবৰ সাহসতো মোৰ নাই! মোৰ ভৰিৰ কঁপনি উঠিব। মোৰ মনটো ভয়ত শিয়ঁৰি উঠিছে, তেওঁ নিশ্চয়েই এই প্ৰতাৰণা ধৰিব পাৰিব। তাৰ পিচত, তেওঁ যেতিয়া মোক ঘৰৰপৰা বাহিৰ কৰি পঠিয়াব, তেতিয়া মই মোৰ কলংক লুকুৱাম ক'ত? তিনি-চাৰি পুৰুষলৈকে মানুহে মোক ঠাট্টা কৰিবলৈ নেৰিব: 'সৌ মানুহজনী দেখিছ নহয়? তাইৰ নাম লিয়া। তাইৰ গল্পটো শুনিবি নেকি? ঠগবাজী কৰি এটাৰ লগত বিয়া সোমাইছিল। ধৰা পৰিলত, গিৰীয়েকে ফাপৰে ধৰা কুকুৰ খেদোৱাৰ দৰে খেদি পঠিয়ালে।' কচোন ৰেচেল, মই এতিয়া কি কৰোঁ? জানো, পিতা অতি নিষ্ঠুৰ—তেওঁৰ অন্তৰত দয়া-মমতাৰ সঁচ নাই। তথাপি জানো জানি-শুনি এনে এটা বিপদৰ বোজা ল'ব পাৰি? জেকবে এই

ঠগবাজীটো তৎক্ষণাৎ ধৰা পেলাব। আৰু মই নির্দোষ হোৱা সত্ত্বেও কলংক লুকুৱাবলৈ ঠাই বিচাৰি নেপাম। ভনীটি, ঈশ্বৰৰ নামত মই তোৰ ওচৰত প্রার্থনা কৰিছোঁ, তই মোক এই বিপদৰপৰা উদ্ধাৰ কৰ।'

"প্রভু, তথাপিতো মোৰ খঙৰ শাম নেকাটিল। বাইদেউক যদিও মই যথেষ্ট ভাল পাইছিলোঁ, তথাপি মোৰ অন্তৰত পাপ থকাৰ বাবে মই তাইৰ সেই উৎকণ্ঠা দেখা পাই এক বিৰল আনন্দ অনুভৱ কৰিছিলোঁ। কিন্তু, যি মুহূর্ততে তাই তোমাৰ পৱিত্র নাম উচ্চাৰণ কৰিলে, পৰম করুণাময়ৰ দোহাই দি মোৰ ওচৰত অনুনয় কৰিলে, সেই মুহূর্ততে তোমাৰ করুণা আৰু তোমাৰ কল্যাণবুদ্ধিৰ প্রভাৱ মোৰ ধমনীত মদৰ প্রবাহৰ দৰে প্রবাহিত হৈ গ'ল। মোৰ অন্ধকাৰ আত্মা তোমাৰ জ্যোতিৰে আলোকিত হৈ উঠিল। প্রভু, তোমাৰ চিৰন্তন অলৌকিক ক্ষমতাসমূহৰ মাজত ইও এটা : যি মুহূর্ততে আমি আমাৰ প্রতিবেশীৰ দুখত সহানুভূতি জনাওঁ আৰু আনৰ হৃদয়-বেদনাৰ অংশীদাৰ হওঁ, সেই মুহূর্ততে আমাৰ মাজত থকা বাধাৰ প্রাচীৰ ভাঙি যায়। মোৰ অন্তৰতো লিয়া'ৰ গভীৰ আশংকা সংক্রমিত হ'ল। নিজৰ দুখৰ কথা পাহৰি মই তাইৰ চৰম বিপদৰ কথা অনুভৱ কৰিলোঁ। প্রভু, এই কথা এবাৰ স্মৰণ কৰা : তোমাৰ সমুখত মই যেনেকৈ চকুৰ পানীৰে দুগাল তিয়াই থিয় দিছোঁহি, ঠিক তেনেকৈয়ে তায়ো মোৰ সমুখত চকুলো টুকি থিয় হৈ আছিল। মোৰ অন্তৰ সমবেদনাৰে উপচি উঠিছিল ; এই মুহূর্তত মই যেনেকৈ তোমাৰ করুণা ভিক্ষা কৰিছোঁ, তায়ো তেনেকৈ মোৰ ওচৰত করুণা ভিক্ষা কৰিছিল। নিজৰ সংকল্পৰ কথা পাহৰি গ'লোঁ ; তাইক মই গোপন সংকেতটো শিকাই দিলোঁ—"ঘৰত সোমোৱাৰ আগতে তই তেওঁৰ কপালত তিনিবাৰ চুমা খাবি।" পৰম করুণাময় তুমি, তোমাক ভাল পাওঁ বাবেই মই মোৰ ঈর্ষা জয় কৰিব পাৰিলোঁ— আপোন প্রেমাস্পদক প্রতাৰণা কৰিব পাৰিলোঁ।

"লিয়া'ক যেতিয়া এই গোপন সংকেতটো শিকাই দিলোঁ, তেতিয়া তাই নিজকে সংবৰণ কৰাটো কঠিন হৈ পৰিল। মাটিত আঁঠু কাঢ়ি লৈ, তাই মোৰ হাত দুখন সাৱটি ধৰিলে, মোৰ আঁচলৰ আগত চুমা খালে। প্রভু, তুমি তোমাৰ সৃষ্টি এই মানুহক এনেভাৱে তৈয়াৰ কৰিছা যে যেতিয়াই সি আনৰ হৃদয়ত তোমাৰ শুভবুদ্ধি সঞ্চাৰিত হোৱা দেখা পায়, তেতিয়াই সি বিনয় আৰু কৃতজ্ঞতাত অভিভূত হৈ পৰে। আমি উভয়ে উভয়ৰ ডিঙিত সাৱটি ধৰিলোঁ ; আমাৰ চকুৰ পাহিৰপৰা সৰি পৰা লুনীয়া চকুলো একেলগে মিহলি হৈ দুয়োজনীৰে আঁচল সেমেকি গ'ল। অৱশেষত লিয়া শান্ত হ'ল ; তাই যাবলৈ



ওলাল। কিন্তু, যাবলৈ ওলাওঁতেই দেখা পালোঁ, তাইৰ মুখখন আকৌ এবাৰ বিষাদৰ ছায়াৰে মলিন হৈ উঠিছে। তাই মোক ক'লে ; 'ভনীটি ৰেচেল, তোৰ দয়াৰ তুলনা নাই। তোৰ কথামতেই মই কাম কৰি যাম। কিন্তু, জেকবে যদি এই সংকেত পোৱাৰ পিচতো সন্দেহ কৰিয়েই থাকে, তেতিয়া কি হ'ব ? ৰেচেল, তই মোক আৰু অলপ দিহা-পৰামর্শ দে। জেকবে যদি মোক তোৰ নাম ধৰি মাতে, তেতিয়া মই কি কৰিম ? স্বামীৰ আসনত বহি তেওঁ যেতিয়া নিজৰ নৱ-বিবাহিতা পত্নীক এষাৰ কথা সুধিব, তেতিয়া মই মনে মনে থাকিম কেনেকৈ ? অথচ, যি মুহূর্ততে মই কথা কবলৈ মুখ মেলিম, সেই মুহূর্ততে তেওঁ বুজি পাব, যাক তেওঁ পত্নী বুলি গ্রহণ কৰিছে তাই ৰেচেল নহয়—লিয়া। মইতো তোৰ কণ্ঠস্বৰ নকল কৰি উত্তৰ দিব নোৱাৰিম ! তই কিবা এটা উপায় দে ; তোৰ বুদ্ধি মোতকৈ বহুত বেছি। পৰম করুণাময়ৰ দোহাই দিছোঁ, তই মোক সহায় কৰ।'

"আকৌ এবাৰ তাই তোমাৰ সকলোবোৰ নামৰ ভিতৰত পৱিত্রতম নাম উচ্চাৰণ কৰি মোৰ ওচৰত দয়া ভিক্ষা কৰিলে। আকৌ এবাৰ সেই পৱিত্র নামৰ মাদকতা মোৰ অন্তৰত প্রবাহিত হৈ গ'ল। আকৌ এবাৰ বিগলিত হ'ল মোৰ হৃদয়। মই অতি নিষ্ঠুৰভাৱে নিজৰ কামনা-বাসনা দমন কৰি, চৰম আত্মত্যাগৰ বাবে প্রস্তুত হ'লোঁ। তাইক অভয় দি ক'লোঁ ; 'ভয় নকৰিবি, লিয়া। সেই বিপদতো ৰক্ষা পাবৰ উপায় আছে। পৰম করুণাময়ৰ নাম স্মৰণ কৰি মই এনে এটা ব্যৱস্থা কৰিম, যাতে তোক গ্রহণ কৰাৰ আগ-মুহূর্তলৈকে ৰেচেল বুলিয়েই ভাবি থাকে, তই যে লিয়া— চিনিয়েই নেপাব মোৰ পৰিকল্পনাটো শুন। জেকবৰ ঘৰত মই তহঁতৰ ফুল-শয্যাৰ তলত লুকাই থাকিম। তেওঁ তোক কিবা সুধিলে, মই উত্তৰ দিম। সেয়ে হ'লে, তেওঁৰ মনত কোনো সন্দেহ নেথাকে। দ্বিধাহীনভাৱে তোক তেওঁ আলিংগন কৰিব, তোৰ দেহতেই ৰোপণ কৰিব মাতৃত্বৰ অংকুৰ। ভয় নকৰিবি লিয়া, তোৰ কাৰণে মই এইখিনি কৰি দিবলৈ প্রস্তুত আছোঁ। এই কাম কৰিম, যিহেতু মই তোক জন্মৰ দিনাখনৰেপৰা ভাল পাই আহিছোঁ। এই কাম কৰিম, যিহেতু মই পৰম করুণাময় ঈশ্বৰক ভাল পাওঁ ; মোৰ সন্তানসমূহে, মোৰ সন্তানৰো সন্তানসমূহে যেতিয়া তেওঁৰ পৱিত্র নাম স্মৰণ কৰিব, তেতিয়া হয়তো সিহঁতৰ ওপৰত তেওঁৰ অসীম করুণা বর্ষিত হ'ব।

"প্রভু, মোৰ কথা শুনি লিয়া'ই মোক সাৱটি ধৰি মোৰ ওঁঠত চুমা খালে। তাই যেন নতুনকৈ নাৰীজন্ম লাভ কৰিলে। সকলো উৎকণ্ঠাৰপৰা মুক্ত হৈ,

তাই মূৰৰ ওপৰলৈ ওৰণিখন আকৌ এবাৰ টানি লৈ, নিজকে জেকবৰ হাতত সমৰ্পণ কৰিবৰ বাবে কোঠাৰপৰা ওলাই গ'ল। আৰু মই? যিখন শয্যাত মোৰ প্ৰেমাস্পদৰ লগত মোৰেই সহোদৰাৰ মিলন হ'ব, সেইখন শয্যাৰ তলতে মনে মনে লুকাই থাকিলোঁ। গ্লানিৰ বিহেৰে পূৰ্ণ জীৱনৰ পিয়লা মই নিজৰ হাতেৰে ওঁঠৰ কাষলৈ চপাই আনিলোঁ। অলপ পিচতে, বিবাহ মণ্ডপত সুমধুৰ সংগীত বাজি উঠিল। অৱশেষত, নৱদম্পতী আহি জেকবৰ ঘৰৰ দুৱাৰদলিত থিয় দিলেহি। ন-কইনাক আশীৰ্বাদ দিয়াৰ আগতে জেকবৰ মন চঞ্চল হৈ উঠিল, সন্দেহৰ তাড়নাত আৰু গোপন সংকেতৰ প্ৰতীক্ষাত। ঠিক সেই সময়তে, লিয়া'ই তেওঁৰ কপালত তিনিবাৰ চুমা খালে। জেকব নিশ্চিন্ত হ'ল। লিয়া'ক তেওঁ সাৱটি ধৰিলে; আৰু অতি আলফুলকৈ দাঙি আনি শয়ন-কক্ষৰ শয্যাৰ ওপৰত থ'লেহি। মই সেই শয্যাৰ তলতে অতি সন্তৰ্পণে লুকাই থাকিলোঁ। তথাপি, লিয়া'ই অনুমান কৰাৰ দৰেই জেকবৰ সন্দেহ তেতিয়াও সম্পূৰ্ণৰূপে মাৰ যোৱা নাছিল। মিলনৰ আগ-মুহূৰ্তত জেকবে প্ৰশ্ন কৰিলে: 'মই যাক দুই হাতেৰে সাৱটি ধৰিছোঁ, তেওঁ সঁচাসঁচিকৈয়ে ৰেচেল হয়নে বাৰু?' প্ৰভু, তুমিতো সৰ্বজ্ঞ: তুমি নিশ্চয় জানা, সেই মুহূৰ্তত মোৰ কি কষ্ট হৈছিল, যেতিয়া মই অতি মৃদু কণ্ঠস্বৰেৰে উচ্চাৰণ কৰিছিলোঁ: 'প্ৰিয়তম, মই আন কোনো নহওঁ—তোমাৰেই ৰেচেল।'

"তেওঁ মোৰ কণ্ঠস্বৰ চিনি পালে। যিজন মানুহে মোক পাবৰ কাৰণে সুদীৰ্ঘ সাতোটা বছৰ প্ৰতীক্ষা কৰিছিল, সেই মানুহজনে অৱশেষত মই বুলি ভুল কৰি লিয়া'কেই গ্ৰহণ কৰিলে, যৌৱনৰ সমস্ত সম্ভাৰ নিঃশেষ কৰি। প্ৰভু, কাঁচিৰ চোকা-চোকা দাঁতেৰে শন-খেৰ কাটে; আৰু তোমাৰ দৃষ্টিয়েও সেইদৰে আন্ধাৰৰ মাজতো দেখা পায়। তুমিতো মোৰ দুৰৱস্থা দেখা পাইছিলা! যেতিয়া মই সিহঁতৰ অতি ওচৰতে নীৰৱে বহি আছিলোঁ, তেতিয়া মোকেই গ্ৰহণ কৰিছে বুলি ভাবি জেকবে মোৰ পৰিৱৰ্তে লিয়া'ৰ দেহতেই আপোন দেহ বিলীন কৰি দিছিল। অথচ, কি এক উদগ্ৰ কামনাৰে উন্মুখ হৈ বৈছিলোঁ, তেওঁৰ সেই বাহুবন্ধনৰ আশাত। হে সৰ্বব্যাপ্তিমান ঈশ্বৰ, তোমাৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ: এবাৰ মাথোন তুমি মনত পেলোৱা সেই স্মৰণীয় ৰাতিৰ কথা, যি ৰাতিৰ সাতোটা ঘণ্টাৰ প্ৰতিটো মুহূৰ্ততে এক সুতীব্ৰ শূন্যতাই মোক কুটি কুটি খাবলৈ ধৰিছিল। সি যে কি অন্তৰদাহ, যি সম্ভোগৰ তৃপ্তি একান্তৰূপে মোৰেই প্ৰাপ্য, তাৰ মাদকতাৰে মোৰেই সমুখত সমৃদ্ধ হৈ উঠিছিল অন্য এজনৰ জীৱন! সেই সাতোটা ঘণ্টা আছিল, সাতোটা যুগ! উশাহ নিৰোধ কৰি বহি আছিলোঁ সিহঁতৰ শয্যাৰ তলত; আৰু গোটেই নিশাটো কটাই দিছিলোঁ উঠি অহা কান্দোনৰ টেঁটু চেপা দি। কামনাৰ তীব্ৰতাত জেকব হৈ উঠিছিল উত্তালৰ-পৰা উত্তালতৰ—সমস্ত ৰাতিটো। জুৰি, পুৱাৰ পোহৰে পৃথিৱীক জগাই দিয়াৰ আগ-মুহূৰ্তলৈকে। জেকবৰ ওচৰত সাত বছৰৰ প্ৰতীক্ষা যিমান দীঘলীয়া আছিল, মোৰ ওচৰত তাতকৈ বহু বেছি দীঘলীয়া আছিল সেই ৰাতিৰ সাতোটা ঘণ্টা। কোনোমতেই সহ্য কৰিব নোৱাৰিলোহেঁতেন ধৈৰ্য-পৰীক্ষাৰ সেই ৰাতিটোৰ জ্বালা, যদি মোৰ নীৰৱ অন্তৰে বাৰংবাৰ উচ্চাৰণ নকৰিলেহেঁতেন তোমাৰ পৱিত্ৰ নাম, যদি নিজকে স্থিতপ্ৰজ্ঞ নকৰিলোহেঁতেন তোমাৰ অন্তহীন ধৈৰ্যৰ কথা স্মৰণ কৰি। এয়েই মোৰ একমাত্ৰ কীৰ্তি, প্ৰভু। যিমান দিনলৈকে মই মৰজগতত জীয়াই আছিলোঁ, সিমান দিনলৈকে মই এই কীৰ্তিটোকেই মোৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ কৰ্ম বুলি বিবেচনা কৰিছিলোঁ। আনকি, মাজে মাজে মোৰ মনত এই ধাৰণাও জন্মিছে: সৃষ্টিকৰ্তাৰ ধৈৰ্যধাৰণ আৰু কৰুণা প্ৰকাশৰ ক্ষমতাতকৈ মোৰ ক্ষমতাও কোনোগুণে কম নহয়। প্ৰভু, সেই ৰাতি তুমি মোক যি সুতীব্ৰ যন্ত্ৰণাৰে দগ্ধ কৰিছিলা, সেই একে যন্ত্ৰণাৰ বোজাৰে আৰু কেতিয়াবা আন কোনো নাৰীৰ হৃদয় গধুৰ হৈ উঠিছিল নে নাই—মোৰ সন্দেহ। তথাপি, মই ধৈৰ্যৰ পৰীক্ষাত উত্তীৰ্ণ হৈছিলোঁ।

"অৱশেষত এটা সময়ত প্ৰথম কুকুৰাই ডাক দি উঠিল। নৱদম্পতী তেতিয়া গভীৰ নিদ্ৰাত আচ্ছন্ন। মই মোৰ শ্ৰান্ত দেহ লৈ, মোৰ পিতাৰ ঘৰলৈ উভতিলোঁ। প্ৰতাৰণা ধৰা পৰিবলৈ আৰু বেছি পৰ নাই। জেকবৰ ভয়াবহ খঙৰ কথা কল্পনা কৰি, মই ভয়ত শিয়ঁৰি উঠিলোঁ। সঁচাসঁচিকৈয়ে, সেই ভয় অকাৰণ নহয় বুলি প্ৰমাণিত হ'ল। পিতাৰ ঘৰলৈ ঘূৰি অহাৰ অলপ পিচতে, প্ৰতাৰিত জেকবৰ চিৎকাৰ-ধ্বনিয়ে ক্ৰুদ্ধ বৃষভৰ আৰ্তনাদৰ দৰে প্ৰভাতৰ শান্ত বতাহক খণ্ড-বিখণ্ড কৰি তুলিলে। হাতত এখন কুঠাৰ লৈ, তেওঁ মোৰ পিতা লাবানৰ সন্ধানত চাৰিওপিনে দৌৰি ফুৰিবলৈ ধৰিলে। জেকবৰ সেই অগ্নি-মূৰ্তি দেখা পাই, মোৰ পিতা ভয়ত বিবৰ্ণ হৈ পৰিল। মাটিত আঁঠু কাঢ়ি তেওঁ তোমাৰ পৱিত্ৰ নাম জপিবলৈ ধৰিলে। প্ৰভু, আকৌ এবাৰ তোমাৰ নাম ধৰি এই প্ৰাৰ্থনা! মোৰ স্খলিত সাহস হৃদয়ত পুনৰ সঞ্চাৰিত হ'ল; মই যেন নতুন দৃঢ়তা আৰু নতুন প্ৰেৰণা লাভ কৰিলোঁ! মই জেকব আৰু মোৰ পিতা, দুয়োৰে মাজত থিয় হৈ দিলোঁ, যাতে মোৰ প্ৰেমাস্পদৰ সমস্ত ক্ৰোধ মোৰ ওপৰত বিক্ষিপ্ত হৈ পৰে, যাৰ ফলত মোৰ পিতাৰ প্ৰাণ ৰক্ষা হ'ব। সঁচাসঁচিকৈয়ে, জেকবৰ ৰক্তাভ দৃষ্টি তেওঁৰ প্ৰতাৰক প্ৰেমিকাৰ ওপৰত পৰিল। তেওঁ শৰীৰৰ সমস্ত শক্তিৰে

মোক প্ৰহাৰ কৰিলে; মই মাটিত লুটি খাই পৰিলোঁ। প্ৰভু, তুমিতো জানা, নিঃশব্দে মই সেই আঘাত সহ্য কৰি গ'লোঁ, কাৰণ মই জানিছিলোঁ, সেই ভয়াবহ ক্ৰোধ সুগভীৰ প্ৰেমৰেই প্ৰকাশ মাত্ৰ। তেওঁ যদি মোক মাৰিও পেলালেহেঁতেন, সঁচা কথা ক'বলৈ হ'লে, তেওঁ মোক মাৰিবৰ বাবে কুঠাৰখন দাঙিয়েই লৈছিল, তথাপি মই তোমাৰ সিংহাসনৰ সমুখত বিনা অভিযোগে থিয় হ'লোহেঁতেন। কিন্তু, যি মুহূৰ্ততে তেওঁ দেখা পালে, মোৰ ৰক্তাক্ত দেহ তেওঁৰ ভৰিৰ ওচৰত পৰি আছে, সেই মুহূৰ্ততে তেওঁৰ হৃদয় মমতাৰে উপচি উঠিল। তেওঁৰ শিথিল মুঠিৰপৰা খহি পৰিল, হাতৰ কুঠাৰ। মাটিত আঁঠু কাঢ়ি লৈ, ব্যথিত চুম্বনেৰে তেওঁ মোৰ অধৰপ্ৰান্তৰ ৰক্ত-ৰেখা মচি দিলে। মোৰ কাৰণেই তেওঁ মোৰ পিতা লাবানক ক্ষমা কৰিলে; আৰু লিয়া'কো পৰিত্যাগ নকৰিলে। এসপ্তাহৰ পিচত, মোৰ পিতাই দ্বিতীয়া ভাৰ্যা হিচাপে মোক তেওঁৰ হাততেই সম্প্ৰদান কৰিলে। জেকবৰ লগত মোৰ মিলন হ'ল; মই তেওঁৰ সন্তানৰ জননী হ'লোঁ আৰু মোৰ স্তন্যদান কৰি সিহঁতক প্ৰতিপালন কৰিলোঁ। প্ৰভু, তোমাৰেই অনুশাসন পালন কৰি মই সিহঁতক শিক্ষা দিলোঁ, তোমাৰ অনিৰ্বচনীয় নামৰ মহিমা; আৰু শিক্ষা দিলোঁ, দুৰ্দিনৰ সময়ত তোমাক স্মৰণ কৰি পৰিত্ৰাণ পাবৰ উপায়। হে সৰ্বশক্তিমান ঈশ্বৰ, আজি মোৰ চৰম প্ৰয়োজনৰ দিনত তোমাক কেৱল জেকবে মোৰ কাৰণে যি কৰিছিল, তুমিও তাকেই কৰিবৰ বাবে প্ৰাৰ্থনা কৰিছোঁ। তোমাৰ ক্ৰোধৰ কুঠাৰ হাতৰপৰা নমাই থোৱা, তোমাৰ এই বিৰূপতাৰ মেঘ আঁতৰাই পেলোৱা। ৰেচেলে দয়া কৰিছিল তেওঁৰ সহোদৰা লিয়া'ক; তুমিও জানো ৰেচেলৰ সন্তান-সন্ততিক দয়া নকৰিবা? মই যদি ধৈৰ্য ধৰিব পাৰিছিলোঁ, তুমিও জানো সামান্য ধৈৰ্য ধৰি এই পৱিত্ৰ নগৰীক চৰম বিপৰ্যয়ৰপৰা ৰক্ষা কৰিব নোৱাৰা? সিহঁতক দয়া কৰা, প্ৰভু; জেৰুজালেমক ৰক্ষা কৰা।"

সমস্ত স্বৰ্গলোক ধ্বনিত কৰি বাজি উঠিল, ৰেচেলৰ কণ্ঠস্বৰ। তেওঁৰ শক্তি নিঃশেষ হৈ আহিছিল। শ্ৰান্ত দেহেৰে তেওঁ মাটিৰ ওপৰত বহি পৰিল। অবিন্যস্ত চুলিৰ ৰাশি গাঢ় তিমিৰ বৰ্ণৰ জলপ্ৰবাহৰ দৰে বিস্ৰস্ত হৈ পৰিল তেওঁৰ কম্পিত দেহৰ ওপৰত। এই ভংগীৰে ৰেচেলে প্ৰতীক্ষা কৰিলে, ঈশ্বৰৰ উত্তৰ শুনিবৰ বাবে। কিন্তু, ঈশ্বৰ নিৰুত্তৰ হৈ ৰ'ল।

ঈশ্বৰৰ নীৰৱতা অতি ভংকৰ। ঈশ্বৰ যেতিয়া নীৰৱ হৈ ৰয়, তেতিয়া কালৰ গতি স্তব্ধ হৈ যায়; পোহৰ তেতিয়া বিলুপ্ত হৈ যায় আন্ধাৰৰ গৰ্ভত; দিনৰ অস্তিত্ব তেতিয়া বিলীন হৈ যায় ৰাতিৰ বুকুত। তেতিয়া বিশ্বজগতৰ সকলোবোৰ



বাসযোগ্য গ্ৰহমণ্ডলীতে বিৰাজ কৰে সৃষ্টিপূৰ্বৰ বিশৃংখলা। জংগম প্ৰাণীপুঞ্জ তেতিয়া স্থাবৰ পদাৰ্থত পৰিণত হয়; ৰুদ্ধ হৈ যায় নদীৰ গতি; বন্ধ হৈ যায় ফুলৰ প্ৰস্ফোটন, আৰু ঈশ্বৰৰ বাণী স্তব্ধ হৈ গ'লে, আনকি সমুদ্ৰৰ জোৱাৰ-ভাটা পৰ্যন্ত অচঞ্চল হৈ যায়। মৰণশীল কোনোৱেই ঈশ্বৰৰ এই স্তব্ধতা সহ্য কৰিব নোৱাৰে; এই ভয়ংকৰ শূন্যতাৰ প্ৰভাৱত সকলো প্ৰাণীৰে প্ৰাণস্পন্দন বন্ধ হৈ যায়; ঈশ্বৰৰ অবিহনে কাৰোৰেই অস্তিত্ব নেথাকে; আনকি তেওঁ নিজেও, সকলো জীৱৰ প্ৰাণকেন্দ্ৰ ঈশ্বৰো তেওঁৰ নীৰৱতাৰ লগে লগে প্ৰাণশূন্য হৈ পৰে।

পৰম ধৈৰ্যশীলা ৰেচেলেও তেওঁৰ প্ৰাৰ্থনাৰ উত্তৰত ঈশ্বৰৰ এই অন্তহীন নীৰৱতা সহ্য কৰিব নোৱাৰিলে। অদৃশ্যৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰি তেওঁ বাহু দুটা ওপৰলৈ তুলি ধৰিলে! প্ৰবল উন্মাত তেওঁৰ মুখৰ ভাষা অনলবৰ্ষী হৈ উঠিল। তেওঁ কৈ গ'ল:

"হে সৰ্বব্যাপিমান ঈশ্বৰ, তুমি তেনেহলে মোৰ কথা নুশুনিলা? সৰ্বজ্ঞ তুমি, তথাপি তুমি মোৰ কথা বুজি নেপালা? তোমাক বুজাবৰ কাৰণে তোমাৰেই সৃষ্টি এজনী নাৰীয়ে তেনেহ'লে আৰু সহজ ভাষাত ক'ব লাগিব? শুনা তেন্তে—যদিও তোমাৰ শ্ৰবণশক্তি দুৰ্বল, তথাপি শুনা—জেকবে মোৰ প্ৰাপ্যবস্তু মোৰ সহোদৰা লিয়া'ক দান কৰা বাবে মই ঈৰ্ষাকাতৰ হৈছিলোঁ; ঠিক যিদৰে তুমি ঈৰ্ষাকাতৰ হৈছা, যিহেতু মোৰ সন্তানসকলে তোমাৰ পৰিৱৰ্তে অন্য দেৱতাৰ বেদীত পূজা দিছে। যদিও মই এক দুৰ্বল নাৰী, তথাপি মই মোৰ ঈৰ্ষাক জয় কৰিব পাৰিলোঁ। তোমাৰ কথা স্মৰণ কৰি—হে দয়াময়, তোমাৰ কথা স্মৰণ কৰিয়েই অসম্ভৱক মই সম্ভৱ কৰি তুলিলোঁ। মই দয়া কৰিছিলোঁ লিয়া'ক; আৰু জেকবে দয়া কৰিছিল মোক। হে সৰ্বশক্তিমান, যদিও আমি সামান্য মানুহ, তথাপি আমি আমাৰ ঈৰ্ষাকাতৰ অসৎ মানসিকতাক দমন কৰিবলৈ সক্ষম! কিন্তু, তুমি সৰ্বশক্তিমান, বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টিকৰ্তা; তুমিয়েই আদি, তুমিয়েই অন্ত; তোমাতেই সূচনা,তোমাতেই সমাপ্তি; তোমাৰ সমুদ্ৰত আমি মাত্ৰ ক্ষণিকৰ বুদ্‌বুদ্। অথচ, তুমি দয়াৰ ক্ষেত্ৰত কৃপণ। জানো, মোৰ সন্তানসমূহ অবাধ্য, নিৰ্বোধ; বাৰে বাৰে সিহঁতে তোমাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছে; কিন্তু, তুমি যে ঈশ্বৰ, প্ৰাচুৰ্যৰ অধিপতি! তুমি জানো সিহঁতৰ সেই মূঢ় অবাধ্যতা সহ্য কৰিবলৈ অক্ষম? সিহঁতৰ পাপবুদ্ধিয়ে তোমাৰ অসীম ক্ষমাক ম্লান কৰি দিব—ইও জানো সম্ভৱপৰ? প্ৰভু, এবাৰ ভাবি চোৱা—এইটো কেনেকৈ হ'ব পাৰে যে দেৱদূতসকলৰ সমুখত নিজকে তুমি এনে এক লজ্জাজনক অৱস্থাত উন্মোচিত কৰি দিবা, যাৰ ফলত তেওঁলোকে

এনেদৰে ক'ব পাৰিব : 'এসময়ত পৃথিৱীত ৰেচেল নামেৰে এজনী ছোৱালী আছিল। যদিও তাই সামান্য এক মৰ্ত্যবাসিনী আছিল, তথাপি তাই নিজৰ ক্ৰোধ সংবৰণ কৰিবলৈ সক্ষম হৈছিল। কিন্তু, যিজন সৰ্বশক্তিমান; যিজন এই বিশ্বৰ অধিপতি পিতা, তেওঁ মাত্ৰ আপোন প্ৰবৃত্তিৰ দাস।' সেইটো যেন কেতিয়াও হ'ব নোৱাৰে। প্ৰভু, তোমাৰ দয়া যদি অনন্ত নহয়, তুমি নিজে অনন্ত হৈ ৰ'বা কেনেকৈ? অনন্ত যদি হ'ব নোৱাৰা, তুমি ঈশ্বৰ হৈ ৰ'বা কিদৰে? তেতিয়া হ'লে সেই ঈশ্বৰো নেথাকিব, যাক মই মোৰ অশ্ৰুজলেৰে অভিষিক্ত কৰিছিলোঁ, যাক মই মোৰ সহোদৰা লিয়া'ৰ অশ্ৰু-প্লাৱনত মূৰ্তিমান ৰূপে দেখা পাইছিলোঁ। তাৰ পৰিবৰ্তে তুমি হবা এক 'অদ্ভুত দেৱতা'— ক্ৰোধ আৰু প্ৰতিহিংসাৰ দেৱতা। আৰু মই, মই ৰেচেলে ভাল পাইছিলোঁ এনে এজন ঈশ্বৰক, যিজন প্ৰেমৰ দেৱতা। মই কেৱল সেই ঈশ্বৰৰেই পৰিচাৰিকা, যিজন ঈশ্বৰ পৰম কৰুণাময়। সেইবাবে, দেৱদূতসকলক সাক্ষী ৰাখি এই মুহূৰ্তৰপৰা তোমাক মই পৰিত্যাগ কৰিলোঁ। দেৱদূতসকল আৰু তোমাৰ প্ৰেৰিত পুৰুষসকল হয়তো মোৰ এই আচৰণত ক্ষুব্ধ হ'ব। কিন্তু, যিহেতু মই জননী, সেইবাবে তোমাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ বাধ্য হৈছোঁ। যিহেতু তুমি মোৰ সন্তানসকলৰ ওপৰত বৰ্ষিত অভিশাপ প্ৰত্যাহাৰ কৰিব খোজা নাই, সেইবাবে তোমাক মই তিৰস্কাৰ কৰিছোঁ। হে ঈশ্বৰ, তোমাৰ প্ৰবৃত্তি তোমাৰ আপোন স্বভাৱৰ বিৰোধী; তোমাৰ এই ক্ৰুদ্ধ আক্ৰোশ তোমাৰ অন্তৰৰ নিৰ্মলতাৰ অৱমাননা। হে প্ৰভু, তুমি বিচাৰ কৰি চোৱা, তুমি তোমাৰ স্বৰূপৰ লগত তোমাৰ প্ৰকাশৰ তুলনা কৰি চোৱা। তুমি যদি সঁচাসঁচিকৈয়ে ঈৰ্ষা আৰু প্ৰতিহিংসাৰ দেৱতা হোৱা, তেনেহ'লে এই মুহূৰ্ততে মই সৌ অতল অন্ধকাৰৰ মাজত জাপ দি মোৰ সন্তানবৃন্দৰ দুৰ্ভাগ্যৰ অংশীদাৰ হ'ম। মই কোনো ক্ৰুদ্ধ ঈশ্বৰৰ ৰূপ ধ্যান নকৰোঁ। ঈৰ্ষাপৰায়ণ ঈশ্বৰৰ কথা চিন্তা কৰাৰ লগে লগে মোৰ হৃদয়ত ঘৃণাৰ উদ্ৰেক হয়। কিন্তু, তুমি যদি ক্ষমাশীল প্ৰেমময় ঈশ্বৰ হোৱা, যাক মই চিৰকাল ভাল পাই আহিছোঁ, তেনেহ'লে তোমাৰ সেই ৰূপ মোৰ সমুখত উদ্ভাসিত কৰি তোলা। মোৰ সন্তানসকলক ক্ষমা কৰা, জেৰুজালেমক ৰক্ষা কৰা।'

ঈশ্বৰৰ সমুখত এইখিনি কথা কোৱাৰ পিচত ৰেচেল আকৌ শ্ৰান্ত হৈ পৰিল। তেওঁ উৎকৰ্ণ হৈ ৰ'ল, ঈশ্বৰৰ উত্তৰৰ প্ৰতীক্ষাত। মৃতদেহৰ চকুৰ দৰে তেওঁৰ চকুৰ পতা জাপ খাই ৰ'ল।

প্ৰেৰিত পুৰুষসকল আতংকগ্ৰস্ত হৃদয়েৰে কিছু দূৰ আঁতৰি গ'ল। তেওঁলোকৰ মনত কোনো সন্দেহ নেথাকিল : ঈশ্বৰক তিৰস্কাৰ কৰাৰ অপৰাধত অলপ পিচতে এই উদ্ধত আত্মা ঈশ্বৰৰ বিদ্যুত-দৃষ্টিত পুৰি ভস্ম হৈ যাব। তেওঁলোকে শংকাকুল-নেত্ৰে এবাৰ ঈশ্বৰৰ সিংহাসনৰ পিনে চালে। কিন্তু, তাত কোনো সান্ত্বনাৰ কাৰণ বিচাৰি নেপালে।



ঈশ্বৰৰ ক্ৰুদ্ধ মূৰ্তি দেখা পাই দেৱদূতসকলে তেওঁলোকৰ পাখিৰ তলিত মুখ লুকুৱালে। এবাৰ কেৱল মনে মনে চাব খুজিলে সেই উদ্ধত নাৰীৰ মুখ, যিজনে ঈশ্বৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছে। তেওঁলোকে দেখা পালে, তেওঁৰ কপালৰপৰা বিচ্ছুৰিত হৈছে পোহৰৰ জ্যোতি; সেই জ্যোতি যেন ভিতৰৰপৰা ওলাই আহিছে। স্নেহময়ী জননী ৰেচেলৰ দুয়োগালেদি বৈ অহা চকুলোৰ টোপালবোৰ ৰঙীন আভাৰে জলমল কৰি উঠিছে, যেন সেইবোৰ পুৱাৰ পোহৰত জিলিকি উঠা ৰাতি সৰা নিয়ঁৰৰ কণিকা। ইয়াৰ ৰহস্য কি? দেৱদূতসকলে লাহে লাহে বুজি উঠিল। ঈশ্বৰে ৰেচেলৰ সমুখত উদ্ভাসিত কৰি ধৰিছে তেওঁৰ প্ৰেমময় ৰূপ। তেওঁলোকে বুজিলে, ঈশ্বৰে ভাল পায় এই বিদ্ৰোহিনী নাৰীক, যিহেতু তেওঁ নিৰ্ভয় আৰু নিৰ্মল। ঈশ্বৰে তেওঁৰ প্ৰেৰিত পুৰুষসকলক যিমান ভাল পায়, তাতকৈ বহু বেছি ভাল পায় ৰেচেলক। আত্মবিশ্বাসৰ ভাব উলটি আহিলত দেৱদূতসকলে মূৰ তুলি চালে। তেওঁলোকে দেখা পালে, অপৰূপ আলোক-উজ্জ্বল শান্ত সমাহিত ঈশ্বৰক; তেওঁৰ মুখৰ হাঁহিত প্ৰস্ফুটিত উজ্জ্বল নীলেৰে ভৰি উঠিছে স্বৰ্গৰ অন্তহীন মহাশূন্য। দেৱশিশুবোৰ আকৌ এবাৰ ওলাই আহিল হাঁহি হাঁহি উমলি ফুৰিবৰ বাবে; সিহঁতৰ আনন্দবিহ্বল পাখিৰ মৃদু মৰ্মৰধ্বনি গুঞ্জৰিত হৈ বিয়পি পৰিল আকাশৰ প্ৰতিটো দিশত। সমস্ত আকাশ উজ্জ্বল হৈ উঠিল, ঈশ্বৰৰ মুখৰ প্ৰখৰ দীপ্তিৰে। দেৱদূতসকলে সমস্বৰে গাই উঠিল ঈশ্বৰৰ মহিমা-গান। সেই মহিমা-গানত মিহলি হৈ গ'ল, কবৰৰপৰা উঠি অহা মৃত-আত্মাসমূহৰ কণ্ঠস্বৰ। কল্লোলিত হৈ উঠিল আৰু বহু অগণিত নৰ-নাৰীৰ কণ্ঠস্বৰ, যদিও সিহঁতে এতিয়াও পৃথিৱীত জন্ম ল'বৰ বাবে ঈশ্বৰৰ পাৰপত্ৰ পোৱা নাই।

কিন্তু, যিবোৰ নৰ-নাৰীয়ে পৃথিৱীত বাস কৰিবলৈ ইতিপূৰ্বে পাৰপত্ৰ পাইছে, সেই মৰণশীল প্ৰাণীবোৰে ক'ব নোৱাৰিলে, স্বৰ্গলোকত কি ঘটনা সংঘটিত হ'ল। সিহঁতে কেৱল বিষণ্ণ দৃষ্টিৰে পৃথিৱীৰ গাঢ় অন্ধকাৰকেই লক্ষ্য কৰি আছিল। কেৱল দুই-এজনৰ কাণত পৰিল এটা মৃদু মৰ্মৰধ্বনি, যেন এপ্ৰিলৰ বতাহত উঠি অহা সংগীতৰ ক্ষীণ এটি সুৰ। ওপৰলৈ যেতিয়া মূৰ তুলি চালে, তেতিয়া সিহঁত অবাক হৈ গ'ল। মেঘৰ কুণ্ডলীবোৰ লাহে

লাহে পাতল হৈ বিয়পি পৰিছে আকাশৰ চাৰিওপিনে; আৰু আকাশৰ এমূৰৰপৰা আনটো মূৰলৈকে জিলিকি উঠিছে এখন উজ্জ্বল ৰামধেনু। বেচেলৰ জননী-অন্তৰৰপৰা বৈ অহা অশ্রুধাৰাত ঈশ্বৰৰ প্ৰদীপ্ত জ্যোতিৰ প্ৰতিফলনেৰে ৰঙীন হৈ উঠিছিল সেই ৰামধেনু।

# চীন

## ৰৌ শ্ৰ

তেওঁৰ আচল নাম, চাও ফি-ফু (১৮৯৬-১৯৩১)। কিছুদিন অধ্যাপনা কৰিছিল। পিচত, শিক্ষা-বিভাগৰ বিষয়া হৈছিল। 'বাওঁপন্থী লেখক সংঘ'ৰ বিশিষ্ট সভ্য আছিল। কুওমিন্টাং চৰকাৰৰ কোপ-দৃষ্টিত পৰি ১৯৩১ চনৰ ৭ ফেব্ৰুৱাৰী তাৰিখে ফাঁচীকাঠত এই দৰদী লিখকজনৰ জীৱনৰ করুণ সমাপ্তি ঘটে।

## হেৰোৱণীয়া মাক / চাও ফি-ফু

গিৰীয়েকটো আছিল চামৰাৰ বেপাৰী। আশে-পাশে থকা গাওঁবোৰত মৰা গৰুৰ ছাল বিচাৰি ফুৰা, চিকাৰীবিলাকৰপৰা বনৰীয়া জন্তুৰ চামৰা কিনি অনা আৰু সেই চামৰাবোৰ চহৰত দাম ধৰি বেচি থৈ অহাটোৱেই আছিল তাৰ ব্যৱসায়। তদুপৰি, মাজে মাজে সি আধি-খেতিও নকৰাকৈ নাছিল। পথাৰত যেতিয়া ভূঁই কৰৰ সময় হয়, তেতিয়া সি খেতিয়কবোৰক ভূঁই ৰোৱাত সহায় কৰি দিয়ে। ভূঁই ৰোৱাত তাৰ দৰে পাকৈত মানুহ অতি কমেই পোৱা যায়। গতিকে, দেখুৱাই-মেলি দিবৰ কাৰণেও তাক যেয়ে সেয়ে যেতিয়াই তেতিয়াই মাতি নিয়ে। হ'লে কি হ'ব, তাৰ কপালখন আছিল ফুটা। বছৰৰ পিচত বছৰ ধৰি তাৰ ধাৰ-ঋণ বাঢ়ি যাবলৈ ধৰিলে। মনৰ দুখতে সি মদ, কানি আৰু জুৱা—তিনিওটা বস্তুতে হাত দিলে। চাওঁতে চাওঁতে সি অতি খিংখিঙীয়া হৈ উঠিল। ইফালে দিনকদিনে তাৰ ধাৰৰ পৰিমাণো বাঢ়ি আহিল ; অৱশেষত সি ধাৰত টেঁটুলৈকে পোত খালে। লাহে লাহে মানুহে তাক ধাৰো নিদিয়া হ'ল।

কুঁজৰ মূৰত কিল পৰিল। নৰিয়াত পৰি তাৰ গাত মঙহৰ সঁচ নোহোৱা হ'ল ; ছালখনো হালধীয়া পৰি গ'ল। মুখখন দেখিলে পিতলৰ ঘটি এটা যেন লগা হ'ল। চকুৰ কোণৰ বগাখিনিও যেন হালধীয়া পৰিল। মানুহে কোৱা-কুই কৰিবলৈ ধৰিলে, তাৰ পাণ্ডুৰোগ হৈছে। গাৱঁৰ ল'ৰাবোৰে তাক 'হালধি পেটীয়া' বুলি জোকাবলৈ ল'লে। এদিন সি তাৰ ঘৈণীয়েকক ক'লে : "মই আৰু নোৱাৰা হৈ আহিছোঁ। এনেকৈ চলিলে এদিন কাঁহী-বাটিসোপাও বেচিব লাগিব। ভাবিছোঁ, এইবাৰ তোমাৰ দেহাটো খটুৱায়েই বাচিবৰ চেষ্টা কৰা ভাল। তুমি যদি এতিয়া মোৰ লগত এইদৰে ঘৰত বহি বহি পেট মাৰি থাকা, মইনো তোমাৰ কাৰণে কি কৰিব পাৰিম ?"

ঘৈণীয়েকে তেতিয়া জুহালৰ কাষত বহি তিনি বছৰীয়া ল'ৰাটোক কোলাত



বহুৱাই পিয়াহ খুৱাই আছিল। কথাষাৰ শুনি উচপ্ খাই উঠিল : "মোৰ দেহাটো খটুৱাই মানে ?"

গিৰীয়েকে দুৰ্বল মাতেৰে ক'লে : "কথা সেইষাৰেই। তোমাৰ দেহাটো খটুৱাই মানে, তোমাক মই ইতিমধ্যে ভাৰালৈ দিলোঁৱেই বুলি ক'ব পাৰা।"

"কি ক'লা তুমি ?" ঘৈণীয়েকে চকুৰে আন্ধাৰ দেখিলে।

অলপ সময় ঘৰটো নিজান পৰি ৰ'ল। তাৰ পচিত, সি ফোপাই-ফোপাই ক'বলৈ ধৰিলে : "পৰহি ৰাং আহিছিল। জোক লগাদি লাগিছিলহি। তাৰ টকাখিনি হেনো দিবই লাগিব। সি যোৱাৰ লগে লগে ময়ো ওলাই গ'লোঁ। বৰপুখুৰীটোৰ ওচৰ পালোঁগৈ। তাতে এজোপা গছৰ তলত বহি ভাবিলোঁ, বাচি থাকিনো কি লাভ ? গছজোপাৰ ওপৰত উঠি, দিওঁ নেকি পানীলৈ জাপ মাৰি ! কিন্তু, সাহসে নুকুলালে। ওপৰৰপৰা এটা ফেঁচাই কুৰুলিয়ালে। মনটো অলপ জুৰ পৰিল, তাৰ মাতটো শুনি। উভতি আহিলোঁ। বাটতে ছুনক লগ পালোঁ। তাই সুধিলে, অসময়ত মইনো ক'লৈ গৈছিলোঁ। মই তাইক মনৰ কথা খুলি ক'লোঁ। তাইক কৈছিলোঁ, তাইৰ হাতত থকা ছোৱালীবোৰৰপৰা দুপদমান অলংকাৰ দিবলৈ। এনেয়ে নহয়, ধাৰলৈ দিবলৈ কৈছিলোঁ। বন্ধকত থৈ দুটামান টকা আনিব পাৰিলোহেঁতেন। কৈছিলোঁ, ৰাঙৰ সেই কুকুৰনেচীয়া বাঘৰ দৰে সেউজীয়া চকুযোৰা সদায় মোৰ দুৱাৰদলিত দেখি দেখি অসহ্য লাগি গৈছে। মোৰ কথা শুনি ছুনে হাঁহি হাঁহি ক'লে :

"অৱস্থাটো যেতিয়া এনেকুৱাই, তুমিনো তোমাৰ ঘৈণীয়েৰাক এইদৰে পুহি ৰাখিব খুজিছা কিয় ? ইফালে, তোমাৰ চেহেৰাটোও দিনকদিনে আৰু বেছি হালধীয়া পৰি আহিছে।"

"মই একো উত্তৰ দিয়া নাছিলোঁ। তাই আকৌ ক'লে : 'ল'ৰাটো অৱশ্যে আঁতৰ কৰিব নোৱাৰা ; কাৰণ, ল'ৰা বুলিবলৈ মাথোন সেইটোৱেই। কিন্তু ঘৈণীয়েৰাক··· ?'

"ভাবিলোঁ, এই আকৌ কি ক'ব খুজিছে ? মানুহজনীক বেচিবলৈ কোৱা নাইতো ? তাই মোৰ মুখলৈ চাই ক'লে : 'যদিও তাই তোমাৰ ধৰ্মপত্নী, তথাপি তোমাৰ যি দুৰৱস্থা, তালৈ চাই উপায় মাথোন সেইটোৱেই আছে। তাইক ঘৰত ৰাখিনো কি কৰিবা ?' তাৰ পিচত, তাই কথাটো ভাঙি-পাতি ক'লে :

"এজন ভাল ধনী মানুহ আছে। বয়স আঢ়ৈ কুৰিমান হ'ব ; ল'ৰা-ছোৱালী নাই। তেওঁৰ এগৰাকী উপপত্নী গ্ৰহণ কৰাৰ ইচ্ছা ; কিন্তু গিৰিহঁতনীৰ মত নাই। তেওঁ তেওঁৰ গিৰীয়েকক কেৱল তিনি বছৰ নাইবা পাঁচ বছৰলৈ এজনী

মানুহ ভাৰা কৰি ৰাখিবলৈ অনুমতি দিছে। এতিয়া মোৰ ওপৰত ভাৰ পৰিছে, তেনেকুৱা মানুহ এজনী বিচাৰি দিব লাগে। মই সেইবাবে মানুহ এজনী বিচাৰি ফুৰিছোঁ। বয়স ডেৰ কুৰিমান হ'ব লাগে; আৰু দুই-তিনিটা ল'ৰাৰ মাক হ'লে ভাল। স্বভাৱ-চৰিত্ৰ ভাল, পৰিশ্ৰমী আৰু বৰ ঘৈণীৰ কথা-বতৰা শুনা বিধৰ হ'ব লাগে। অলপতে গিৰিহঁতনীয়ে নিজেই মোক এই বিষয়ে কৈছে। আৰু কৈছে যে, মানুহজনী পচন্দ হ'লে আঁশী ডলাৰৰপৰা এশ ডলাৰ পৰ্যন্ত দাম দিবলৈ তেওঁলোক সন্মত আছে। মই বহুত দিনৰেপৰা তেনেকুৱা মানুহ এজনী বিচাৰি ফুৰিছোঁ; কিন্তু কাকোৱেই পচন্দ হোৱা নাই।"

"তাৰ পিচত, তাই খোলাখুলিকৈয়ে ক'লে, মোক দেখা পোৱাৰ লগে লগে হেনো তোমাৰ কথা মনত পৰিল; আৰু তুমিয়েই হেনো এই কামটোৰ বাবে আটাইতকৈ উপযুক্ত হ'বা। সেইবাবেই, তাই কোনো লুক-ঢাক নকৰাকৈ মোৰ মত বিচাৰিলে। অলপ কন্দা-কটা কৰি উঠি, শেষত মত দিয়েই দিলোঁ।"

এইখিনি কথা কৈ উঠাৰ পিচত তাৰ মূৰটো দোঁ খাই গ'ল। মাতটো ক্ৰমে ক্ষীণ হৈ আহি, অৱশেষত একেবাৰে নোহোৱা হৈ গ'ল। ঘৈণীয়েকে গোটেই কথাখিনি নীৰৱে শুনি থাকিল। মানুহজনী বজ্ৰাহতৰ দৰে থৰ লাগি ৰ'ল।

অলপ পৰৰ পিচত মানুহটোৱে আকৌ ক'বলৈ আৰম্ভ কৰিলে: "কালি সেই মানুহজনৰ ঘৰলৈ ছুন গৈছিল। মানুহজনে হেনো এই বিষয়ে খুব উৎসাহ দেখুৱাইছে; আৰু গিৰিহঁতনীও হেনো সন্তুষ্ট হৈছে। দাম ঠিক হৈছে, এশ ডলাৰ। বন্ধকী থাকিব লাগিব, তিনি বছৰ; ল'ৰা-ছোৱালী নহ'লে, আৰু দুবছৰ, মানে পাঁচ বছৰ। ছুনে হেনো দিন-বাৰ ঠিক কৰি থৈ আহিছে। এই মাহৰ ওঠৰ তাৰিখে—মানে আৰু পাঁচ দিনৰ পিচতে যাব লাগিব। আজি দলিল-পত্ৰবোৰ পঠাই দিব।"

ঘৈণীয়েকৰ গোটেই গাটো কঁপি উঠিল। তাই অস্ফুট কণ্ঠেৰে ক'লে: "তুমি মোক আগতে কোৱা নাছিলা কিয়?"

"কালি তোমাক তিনিবাৰ ক'বলৈ আহি উভতি গৈছোঁ। কিয় জানো, কথাষাৰ মুখেৰে ওলাবই নোখোজে। আচল কথাটো হ'ল, তোমাক ব্যৱহাৰ কৰাৰ বাহিৰে আমাৰ এতিয়া আন কোনো উপায়েই নাই।"

মানুহজনীৰ ওঁঠ দুটা থৰ-থৰকৈ কঁপি উঠিছিল। তাই সুধিলে: "তুমি তেনেহ'লে কথা-বতৰা একেবাৰে পকা কৰি পেলাইছা?"

"ওঁ। কেৱল দলিলখন লিখিবলৈ বাকী আছে।"



"শুনাচোন, 'বসন্তমাণিক'ৰ দেউতাক!" মানুহজনীৰ কোলাত থকা ল'ৰাটোৰ নাম সেইটোৱেই—"আৰু জানো আন উপায় সঁচাসঁচিকৈয়ে নাই? ছিঃ, কি যে ঘিণ লগা কথা!"

"ঘিণ লগা কথা! মই সেইটো ভাবি চাইছোঁ। কিন্তু, আমি যে একেবাৰে ভিকহু। যেনে তেনে জীয়াই থাকিবই লাগিব। ইয়াৰ বাহিৰে কি কৰিব পাৰোঁ, কোৱা! মোৰ এই বেমাৰী দেহাটোলৈ এই বছৰত পথাৰত যে কাম কৰিব পাৰিম, তাৰ কোনো আশা নাই।"

"তুমি বাৰু 'বসন্তমাণিক'ৰ কথাটো ভাবি চাইছানে? তাৰ বয়স মাথোন তিনি বছৰ। মাকক এৰি সি কেনেকৈ থাকিব?"

"ময়েই দেখোন তাৰ যত্ন ল'ব পাৰিম। তাৰ উপৰি জানো পিয়াহ খাবলৈ এৰিবৰ সময় হোৱা নাই?"

মানুহটোৰ অলপীয়া খং এটা উঠি আহিছিল। সি দুৱাৰখন খুলি বাহিৰলৈ ওলাই গ'ল। তাৰ পিচত, সি উচুপি উচুপি কান্দিবলৈ ধৰিলে।

ঘৈণীয়েকজনী হতভম্ব হৈ বহি থাকিল। তাইৰ স্মৃতিৰ পৰ্দাবোৰ এখন এখনকৈ আঁতৰ হৈ গ'ল; চকুৰ আগত ভাহি উঠিল এবছৰ আগৰ দৃশ্য এটা। বেছি সময় হোৱা নাই,এজনী ছোৱালী জন্ম হৈছে। আৰু, তাই নিজে এজনী মৰা মানুহৰ দৰে পাটীৰ ওপৰত পৰি আছে। ওঁ-হো নহয়, মৰা মানুহ বুলিলে ভুল কোৱা হ'ব; কাৰণ, মৰা মানুহৰ অন্ততঃ এটা শৰীৰ থাকে। তাইৰ সেইটোও নাছিল বুলিয়েই ক'ব পাৰি। মজিয়াৰ ওপৰত একোছা শুকান খেৰ। আৰু, সেই শুকান খেৰখিনিৰ ওপৰত পৰি থকা কেঁচুৱাটোৱে চেৱেউ-কেৱেউকৈ কান্দিছে। কেঁচুৱাটোৰ গাত নাড়ীডাল তেতিয়াও পাক খাই আছে। মাকে কেঁচুৱাটোক ধুই-পখালি চাফ-চিকুণ কৰি ল'বলৈ চেষ্টা কৰিছে। কিন্তু, তাই কেৱল মূৰটোহে তুলিব পাৰিলে; দেহৰ বাকীখিনি যেন অসাৰ। ঠিক সেই মুহূৰ্ততে তাই গিৰীয়েকৰ নৃশংস মূৰ্তিটো দেখা পাইছিল। তাৰ মুখখন পকা অঙঠাৰ দৰে ৰঙা হৈ উঠিছিল। হাতত এচৰিয়া উতলা পানী লৈ সি ভিতৰলৈ সোমাই আহিল। তাই অতি কষ্টেৰে এবাৰ মাথোন প্ৰাণটাকি চিঞৰি উঠিছিল, "অলপ ৰ'বাচোন"। কিন্তু, সেই জানোৱাৰটোৱে মুখেৰেই নেমাতিলে। কচাইখানাৰ কচায়ে 'জবাই' কৰিবলৈ লোৱা ভেৰা-পোৱালিৰ দৰে সিও সেই নতুনকৈ অহা জীৱটো তাৰ খহটা হাতখনেৰে দাঙি আনি চৰিয়াটোত জপংকৈ পেলাই দিলে। তাৰ পিচত, তাই আৰু আন একোৱেই শুনিবলৈ নেপালে। কেৱল এটা জপং শব্দ আৰু উতলা পানীৰ সোঁ-সোঁৱনি। সেই অকণমানি

ছোৱালীজনীয়ে আন কোনো শব্দই নকৰিলে। এতিয়াও তাই অবাক হৈ ভাবে, কেঁচুৱাটোৱে বাৰু এবাৰো নিচিঞৰিলে কিয়? তাই বাৰু সেই অপমৃত্যুক ইমান নিঃশব্দে বৰণ কৰিলে কিয়? এৰা, এতিয়া মনত পৰিছে কথাটো। তাৰ পিচত যে তাই একোৱেই শুনিবলৈ পোৱা নাছিল। তাই অজ্ঞান হৈ গৈছিল। কোনোবাই যদি তাইৰ কলিজাটো আঁজুৰি উলিয়াই নিলেহেঁতেন, তেতিয়াও তাই ঠিক এনেকৈয়ে অজ্ঞান হৈ পৰিলেহেঁতেন।

এই ঘটনাটো যেতিয়াই তাইৰ মনত পৰে, তেতিয়াই তাইৰ বুকুৰ ভিতৰৰ কান্দোনটো যেন গোট মাৰি শিল হৈ যায়। তাই কেৱল হুমুনিয়াহ কাঢ়ি মনে মনে ভাবে, "হায়, মোৰ কপাল!"

'বসন্তমাণিকে' পিয়াহ খাবলৈ এৰি মাকৰ মুখলৈ চাই এনেয়ে মাত দিয়ে, "আই, আই।"

যাবৰ আগদিনাখন গধূলিপৰত ঘৰৰ আটাইতকৈ এন্ধাৰ চুকটো বাছি উলিয়াই, মানুহজনীয়ে আমন-জিমনকৈ তাতে বহি আছিল। আৰু জুহালৰ কাষৰ মাটি-চাকিটোৰ শিহাডাল জোনাকী পৰুৱাৰ দৰে ঢিমিক-ঢামাককৈ জ্বলি আছিল। 'বসন্তমাণিক'ক কোলাত লৈ তাৰ চুলিখিনিৰ মাজত মাকে নিজৰ মূৰটো গুজি দিবৰ চেষ্টা কৰিছিল। তাইৰ মনটো তেতিয়া বহুত দূৰলৈ ভাহি গৈছিল; কিন্তু সেই দূৰ যে কিমান দূৰ তাই নিজেই নেজানিছিল। লাহে লাহে তাই সেই চিন্তাৰ জালখন সামৰি-সুঁতৰি চকুৰ আগত দেখা পাই থকা এই জীৱন্ত সন্তানটোৰ বিষয়ে ভাবিবলৈ আৰম্ভ কৰিলে। ক্ষীণ কণ্ঠেৰে তাই তাক মাত দিলে: "বসন্তমাণিক! মোৰ ধনটো!"

পিয়াহ টানি থকা ল'ৰাটোৱে মুখখন একৰাই আনি সুধিলে: "আই!"

"মই যে কাইলৈ যামগৈ...।"

ল'ৰাটোৱে উত্তৰত কেৱল ক'লে: "হুঁ।" সি একো বুজি নেপালে। তথাপি, সি কিবা এটা বুজি নিজৰ মূৰটো মাকৰ মূৰটোত ঘঁহাই দিলে।

"মই যে উভতি নাহোঁ। তোৰ আইজনী তিনি বছৰলৈ উভতি নাহে।" কথাষাৰ কৈ উঠি তাই নিজৰ চকুহাল মোহাৰিলে।

এইবাৰ সি পিয়াহ খাবলৈ এৰি সুধিলে: "আই, তই ক'লৈ যাবি? মন্দিৰলৈ?"

"নহয় অ'। ইয়াৰপৰা দহ মাইল দূৰত লি-হঁতৰ ঘৰ আছে নহয়, তালৈ।"



"ময়ো যাম।"

"সোণটো, তই অকলে কেনেকৈ যাবি?"

আকৌ সি পিয়াহ খাবলৈ লাগিল। তাৰ বিদ্ৰোহী কণ্ঠত বাজি উঠিল: "উঁহ।"

"তই ঘৰতে থাকিবি দেই পিতাৰৰ লগত! পিতাৰে তোক খুব মৰম কৰিব। সদায় তোৰ লগত শুই থাকিব। সদায় তোৰ লগত উমলিব। পিতাৰে তোক যিহকে কয়, তাকে শুনিবি দেই। তাৰ পিচত......, তাৰ পিচত, তিনি বছৰ উকলি গ'লে—"

ল'ৰাটোৱে কন্দনামুৱা হৈ ক'লে: "পিতায়ে যে মোক মাৰিব।"

ল'ৰাটোৰ সোঁপিনৰ গালখনত এটা কটা দাগ আছিল। মাকে সেই দাগটোৰ ওপৰত আঙুলি বুলাই বুলাই সান্ত্বনা দিলে: "নহয়, মোৰ সোণটোক পিতাকে আৰু কেতিয়াও নেমাৰে।" ল'ৰাটোৰ কেঁচুৱা ভনীয়েকজনীক খুন কৰাৰ তিনি দিন পিচত বাপেকে তাক কোবৰ নালেৰে মৰিয়াইছিল। সেইটো তাৰেই দাগ।

'বসন্তমাণিক'ক আৰু যেন বহুত কথা ক'বলৈ আছিল। কিন্তু ঠিক সেই মুহূৰ্ত্তে, দুৱাৰখন ঠেলি গিৰীয়েকটো সোমাই আহিল। সি তাইৰ পিনে আগবাঢ়ি আহি জেপত হাত ভৰাই ক'লে: "শুনিছানে কথাটো, সত্তৰ ডলাৰ পালেঁৱেই। বাকী ত্ৰিছ ডলাৰ তুমি গৈ পোৱাৰ দহদিন পিচতেই দিব।"

অলপ সময় নিতাল মাৰি থকাৰ পিচত আকৌ ক'লে: "সিহঁতে তোমাক নিবলৈ দোলা পঠাব।"

আকৌ নীৰৱতা।

"দোলাভাৰীবোৰ পুৱা খাই-বৈ উঠিয়েই আহিব।"

এইখিনি কৈয়েই সি আকৌ বাহিৰলৈ ওলাই গ'ল।

সেইদিনা নিশা গিৰীয়েক-ঘৈণীয়েক কোনেও একোটোকে মুখত নিদিলে।

পিচদিনা পুৱা কিনকিনীয়া বৰষুণ দিছিল। বসন্ত কালৰ বৰষুণ। ৰাতি পুৱাবৰ লগে লগে দোলাখন পালেহি। মানুহজনীয়ে গোটেই নিশাটো শোৱা নাই। প্ৰথমতে তাই 'বসন্তমাণিক'ৰ কাপোৰ-কানি যিমানবোৰ ফাটিছিল, সেই আটাইবোৰ চিলাই কৰিলে। এতিয়া বসন্ত শেষ হোৱাৰ পিচত জহকালি

আৰম্ভ হ'ব। তথাপি, তাই তাৰ জাৰকালি পিন্ধা কপাহ-ভৰোৱা কোট-চোলাটোও মেৰামতি কৰিবলৈ নেপাহৰিলে। গোটেইবোৰ কাপোৰ-কানি টোপোলা বান্ধি তাই গিৰীয়েকৰ হাতত চমজাই দিবলৈ গ'ল। গিৰীয়েক তেতিয়াও টোপনিত লালকাল। তাৰ পিচত, তাইৰ তাৰ কাষত বহি দুটামান কথা পাতিবৰ মন গৈছিল। কিন্তু, তাই তাক নজগালে। চাওঁতে চাওঁতে দীঘলীয়া নিশাটো শেষ হ'বৰে হ'লহি। দুবাৰমান জগাব খুজিছিল ; কিন্তু, তাইৰ ডিঙিৰপৰা কোনো মাতেই ওলাব নুখুজিলে। তাই যিদৰে মাতিছিল, সেইদৰে মাতিলে কোনেও নুশুনে। অৱশেষত তায়ো শুই পৰিল।

টোপনিটো অকণমান চিকুণ হৈ উঠিছিল মাথোন, এনেতে 'বসন্তমাণিক' সাৰ পাই উঠিল। সি মাকৰ কাপোৰ টানি ধৰিলে। সি উঠিব খুজিলে। মাকে তাক কাপোৰ-কানি পিন্ধাই দিলে। আৰু এনেয়ে ক'লে : "মোৰ সোণটো খুব ভাল ল'ৰা হৈ থাকিব। সি কেতিয়াও কন্দা-কটা নকৰে। তেতিয়া হ'লে, তাক পিতাকেও মৰম কৰিব, নেমাৰে। নহয় জানো ? তোক মই ঢেৰ মিঠাই কিনি আনি দিম দেই। তই কেৱল নেকান্দিবি, কেতিয়াও নেকান্দিবি।"

ল'ৰাটোৱে একো নুবুজিলে। সি গান গাব খুজিলে। মাকে তাৰ মুখলৈ চাই দেখিলে, তাত কোনো দুখৰ চিনেই নাই।

মাকে তাক চুমা এটা খাই ক'লে : "গান নেগাবি দেই। পিতাৰৰ টোপনি ভাঙিব নহয়।"

দোলাভাৰীবিলাকে বাহিৰৰ কাঠ এচটাত বহি হোকা টানি টানি গল্প কৰিছিল। অলপ পিচতে ছুন আহি ওলালহি। তাই এইবোৰ কামত পাকৈত। কাৰণ, এইবোৰ কৰি কৰিয়েই তাইৰ চুলি পকিবৰ হ'লহি। ভিতৰলৈ সোমাই আহিয়েই গাৰ কাপোৰখন জোকাৰি তাত লাগি থকা বৰঘুণৰ টোপালবোৰ সকলোৱাই দিলে : "এয়া চোৱা, বৰঘুণৰ টোপাল ! তাৰ মানে ইয়াৰ পিচত তোমালোকৰ ঘৰৰ শ্ৰীবৃদ্ধি হ'ব।"

তাই এবাৰ ঘৰৰ ভিতৰখনত এনেয়ে এটা পাক মাৰি আহিল। ল'ৰাটোৰ বাপেকৰ ওচৰলৈ গৈ দুযাৰমান কথাও পাতিলে। কথাবোৰৰ অৰ্থও এটা আছিল। অৰ্থটো ঠিক এনেকুৱা : তাইক দালালি কৰি দিয়াৰ বাবে দুটকামান দিয়া উচিত। তাই চেষ্টা নকৰা হ'লে জানো সি এনেকুৱা লাভজনক বেপাৰৰ মুখ দেখিলেহেঁতেন। অৱশেষত, তাই ইংগিতৰ বাট এৰি পোনপটীয়াকৈয়ে ক'লে : "কথাষাৰ তেনেহ'লে খোলাখুলিকৈয়ে কওঁ। আৰু



আঢ়ৈ কুৰি ডলাৰ দিলে তেওঁ দেখোন উপপত্নী এগৰাকীয়েই পালেহেঁতেন !"

তাৰ পিচত, তাই সোনকালে ওলাবৰ কাৰণে খেজেলিয়াবলৈ ধৰিলে। মাকে কিন্তু 'বসন্তমাণিক'টোক কোলাত বহুৱাই লৈ প্ৰাণহীন প্ৰাণীৰ দৰে বহিয়েই থাকিল। অৱশেষত ছুনে কঠুৱা মাতেৰে ক'লে : "হেৰ', দোলাভাৰীবোৰে ঘূৰি গৈ গধূলিৰ আগে আগে পালেহে চকু জুৰিব পাৰিব। তই সোনকালে নোলাৰ কেলৈ ?"

মাকে তাইৰ পিনে এনে এটা চাৱনি দিলে, যেন তাই ক'ব খুজিছে, "কিন্তু, মোৰ যে যাবলৈ মনেই যোৱা নাই। তাতকৈ লাগিলে খাবলৈ নোপোৱা হৈ ইয়াতে মৰিম।"

ছুনে তাইৰ মনৰ কথাৰ উমান পালে। তাই সেইবাবে এমোকোৰা হাঁহি মাৰি ক'লে : "তয়ো যে আৰু ! আঁকৰী, এই হালধিপেটীয়াটোৱে তোক জানো খুৱাব পাৰিব ? তই যি ঘৰলৈ ওলাইছ, সিহঁতৰ চাৰিওপিনে নদন-বদন ; খাই ঢুকুৱায় কোনে ? ৬০০ বিঘা মাটি, এগোহালি গৰু, শ-ই শ-ই চিকাৰূপ, কাৰেং যেন ঘৰ-দুৱাৰ, এপাল বান্দী-বেটী আৰু যে কি নাই! তাতে আকৌ গিৰিহঁতনীজনী ! যিহে ভদ্ৰ ব্যৱহাৰ। মানুহ যাবহে লাগে, চাহ-মিঠাই জা-জলপান দিবই। আৰু, বুঢ়াটো ! বুঢ়া বুলিলে ভুলেই কোৱা হ'ব। মুখখন ধব্‌ধবীয়া বগা ; ডাড়ি-গোঁফৰ সঁচেই নাই। তাতে আকৌ পণ্ডিত মানুহ। লেখা-পঢ়া কৰি থকা বাবে কান্ধ দুখন যিহে ল-ণিকৈ বৈ পৰিছে ! মইনো তোক কি ক'ম, হেঁ ? দোলাৰপৰা নামি চোতালত ভৰি দিয়াৰ লগে লগে তই নিজেই বুজি পাবি। হেৰ, মই জানো কোনোবাদিনা কাৰোবাক মিছা কথা কৈ পাইছোঁ ?"

মানুহজনীয়ে তেতিয়া চকুপানী মচি লাহে লাহে ক'লে : "কিন্তু, 'বসন্তমাণিক'টোক মইনো বাৰু কি সতেৰে এৰি থৈ যাওঁ !"

ছুনে তেতিয়া মাক আৰু পুতেকৰ মুখৰ ওচৰলৈ মুখখন চপাই আনি ক'লে : "তাৰ কাৰণে কিয় ভাবিছ ? তাৰ দেখোন তিনি বছৰ হ'লহিয়েই। কথাতে কয় নহয়, 'বছৰ তিনিত দিলেহি ভৰি ; পঠাবি পুতাইক আঁতৰ কৰি।' তাক এতিয়া এনেয়ে পিয়াহ এৰুৱাবৰ হৈছে। তাৰ উপৰি, তাত যদি তোৰ পেটত দুটামান ল'ৰাৰ জনম দিব পাৰ, তেতিয়া চাবিচোন, ক'ৰ দুখ কেনি যায়।"

দোলাভাৰীবোৰো যাবৰ কাৰণে ব্যস্ত হৈ উঠিল। সিহঁতেও

ভোৰভোবাবলৈ ধৰিলে ঃ "বোলোঁ ন-কইনানে কিবা ? ইমান যে কান্দোন-কাটোনখন লগাইছে !"

ছুনে মাকৰ কোলাৰপৰা 'বসন্তমাণিক'ক আঁজুৰি নি ক'লে ঃ "ইয়াক বাৰু মই ৰাখিছোঁ।"

ল'ৰাটোৱে কান্দি-কাটি হাত-ভৰি আছাৰিবলৈ লোৱাত, তাক বাহিৰলৈ লৈ যোৱা হ'ল। মাকে দোলাখনত উঠি ক'লে ঃ "তাক ভিতৰলৈকে লৈ যোৱা। বাহিৰত বৰষুণ দিছে।"

গিৰীয়েকে মূৰে-কপালে হাত দি বহি থাকিল। সি নিথৰ হৈ ৰ'ল; তাৰ মুখেৰে কোনো কথা নোলাল।

ছুয়োখন গাঁৱৰ মাজত দহ মাইলৰ বাট। দোলাখন গৈ পাওঁতে বেছি পৰ নেলাগিল। ৰতাহৰ কোৱত দোলাখনৰ কাষৰ পৰ্দাখন উৰি যোৱাৰ ফলত বৰষুণৰ পানীয়ে তাইৰ গাৰ কাপোৰ-কানি গোটেইবোৰ তিয়াই পেলালে। চৌৱন কি পঁচপন্ন বছৰীয়া এগৰাকী শকত শিয়ান-চকুৰ মহিলাই তাইক আদৰি নিলেহি। "এইগৰাকীয়েই বোধকৰোঁ ঘৰৰ গিৰিহঁতনী"—তাই মনে মনে এইদৰে ভাবি, মহিলাগৰাকীক এবাৰ কেৰাহিকৈ চাই ল'লে; তেৰোঁ তাইক আদৰ-সাদৰ কৰি খট্‌খটিৰ পিনে আগবঢ়াই নিলে। এজন ওখ অথচ ক্ষীণ, আৰু ঘূৰণীয়া মুখৰ মানুহ ঘৰৰ ভিতৰৰপৰা ওলাই আহিল। তেওঁ নতুনকৈ অহা মানুহজনীক এবাৰ ভালকৈ নিৰীক্ষণ কৰি উঠি, এমোকোৰা-হাঁহিৰে সৈতে ক'লে ঃ "বৰ সোনকালে পালেহি দেখোন। তেওঁৰ কাপোৰ-কানিবোৰ তিতিল নেকি ?"

মহিলাগৰাকীয়ে মানুহজনৰ উপস্থিতিটো সম্পূৰ্ণৰূপে উপেক্ষা কৰি গ'ল। তেওঁ তাইক সুধিলে ঃ "দোলাখনৰ ভিতৰত তোমাৰ কিবাকিবি আছে নেকি ?"

"উঁ-হোঁ। একোৱেই নাই।"

ওচৰে-পাঁজৰে থকা ঘৰবোৰৰ ছোৱালীবিলাক পদুলিমুখত থুপ খাই পৰিছিলহি। তিনিওজনকে ভিতৰলৈ সোমাই যোৱা দেখি সিহঁতে ডিঙি মেলি মেলি চাবলৈ ধৰিলে।

কিয় জানো, বাৰে বাৰে তাইৰ কেৱল পুৰণি ঘৰটোলৈ মনত পৰিছিল। চেষ্টা কৰিও তাই 'বসন্তমাণিক'ৰ কথা পাহৰিব পৰা নাই। তিনি বছৰৰ কাৰণে জীৱনৰ যিটো নতুন অধ্যায় আৰম্ভ হৈছে, তাৰবাবে তাই যে সুখী হোৱা উচিত—সেই কথা অতি পৰিষ্কাৰ। এই ঘৰখন আৰু তাইক ভাৰালৈ



অনা এই মানুহজন—উভয়েই তাইৰ পুৰণি ঘৰ আৰু পুৰণি স্বামীতকৈ শতগুণে ভাল। মানুহজন নিশ্চয় কঅতি মৰমিয়াল। কথাবিলাক যে ইমান লাহে লাহে কয় ! গৃহিণীগৰাকীৰ মধুৰতা, আদৰ-আপ্যায়ন আৰু প্ৰগল্‌ভতাও আশাতীত। তেওঁ তাইক নিজৰ দাম্পত্য-জীৱনৰ গোটেইটো কাহিনীয়েই ক'লে। যিদিনা তেওঁলোকৰ আনন্দময় বিবাহিত জীৱন আৰম্ভ হৈছিল, সেই দিনটোৰ-পৰা আজিলৈকে ত্ৰিছটা বছৰ পাৰ হৈ গৈছে। প্ৰায় পোন্ধৰ বছৰমানৰ আগতে তেওঁৰ হেনো ল'ৰা এটি জন্ম হৈছিল। তেওঁৰ মতে ল'ৰাটো হেনো অসম্ভৱ ধুনীয়া আৰু ভীষণ বুদ্ধিমান আছিল। কিন্তু, তাৰ দহমাহমান হওঁতেই তাৰ গাত আয়ে দেখা দিছিল। সি নেবাচিল। তাৰ পিচত, তেওঁলোকৰ আৰু ল'ৰা-ছোৱালী নহ'লেই। গিৰিহঁতনীয়ে হেনো তেওঁৰ স্বামীৰ কাৰণে এগৰাকী উপপত্নী অনাৰ কথাই ভাবিছিল; কিন্তু তেওঁ তেওঁৰ মৰমতে হওক বা আন কাৰণতে হওক, এতিয়ালৈকে কোনো উপ-পত্নী ৰখা নাই। মানুহগৰাকীৰ মুখত এইবোৰ কাহিনী শুনি তেওঁৰ দুখো লাগিছিল, ভালো লাগিছিল। অৱশেষত, তেওঁ তেওঁলোকৰ মনৰ কামনাটো প্ৰকাশ কৰিলে। কথাষাৰ শুনি তাইৰ মুখখন ৰঙা পৰি উঠিল। তেওঁ কৈ গ'ল ঃ "শুনিছোঁ, ইয়াৰ ভিতৰতে তোমাৰ কেইবাটাও ল'ৰা-ছোৱালী হৈছে। গতিকে, এই বিষয়ে তুমি সকলো কথা জানা। অন্ততঃ মোতকৈ বহুত বেছি জানা।" এইবুলি কৈয়েই তেওঁ বহাৰপৰা উঠিল।

সেইদিনা গধূলি হোৱাৰ পিচত ঘৰৰ গিৰিহঁতেও নিজৰ সংসাৰৰ বিষয়ে বহুত কথাই ক'লে। অলপ-অচৰপ ৰহণ সানিয়েই ক'লে। হয়তো নিজৰ বিষয়ে নিজে নিশ্চিত হ'বৰ কাৰণেই সেইদৰে কৈছিল; নাইবা মানুহজনীৰ চকুত নিজকে আকৰ্ষণীয় কৰি তুলিবৰ মনেৰেও হ'ব পাৰে। মানুহজনী এটা ৰঙচুৱা কাঠৰ আলমাৰীৰ ওচৰত কুচিমুচি বহি আছিল। এনেকুৱা আলমাৰী তাই নিজৰ ঘৰত দেখিবলৈয়ে পোৱা নাছিল। তাই যেতিয়া অবাক চকুৰে সেই আলমাৰীটোৰ পিনে চাবলৈ লৈছিল, তেতিয়া মানুহজন আহি তাইৰ মুখামুখিকৈ বহিল।

"তোমাৰ নামটো কি ?" মানুহজনে সুধিলে।

তাই কোনো উত্তৰ নিদি গম্ভীৰভাৱে থিয় হ'ল; আৰু পালেংখনৰ পিনে আগবাঢ়ি গ'ল। মানুহজনে তাইৰ পাচ লৈ হাঁহি হাঁহি ক'লে ঃ "লাজ লাগিছে নেকি ? বুজিছোঁ, তুমি হবলা তোমাৰ স্বামীৰ কথা ভাবিছা ! কিন্তু, এতিয়াৰপৰা ময়েই তোমাৰ স্বামী— বুজিছা নহয় ?"

মানুহজনৰ কণ্ঠস্বৰ অতি শান্ত। তেওঁ হাতখন কোঁচাই লৈ আকৌ ক'বলৈ ধৰিলে: "দুখ নকৰিবা। তুমি হয়তো তোমাৰ ল'ৰাটিৰ কথা ভাবিছা। কিন্তু—"

কথাষাৰ অসম্পূৰ্ণ হৈয়েই ৰ'ল। আকৌ এবাৰ হাঁহি এটা মাৰি তেওঁ চোলাটো খুলিবলৈ ধৰিলে।

গিৰিহঁতনীয়ে বাহিৰত কাৰোবাক উৰাই-ঘূৰাই গালি পাৰিছিল। তাৰে ছিগা-ভগা টুকুৰাবোৰ আহি মানুহজনীৰ কাণত ঠহৰ্-ঠহৰ্কৈ বাজিছিল। কাক সেইদৰে গালি পাৰিছিল, একোৱেই ধৰিব নোৱাৰি। বোধকৰোঁ বান্ধনীজনীক গালি পাৰিছে! হয়তো তাইকো গালি পাৰিব পাৰে। মুঠতে, তাইৰ ধাৰণা হ'ল: উপলক্ষ্য যেয়েই নহওক, লক্ষ্য কিজানি তায়েই!

পালেংখনত গাটো ঢালি দি মানুহজনে ক'লে: "শোৱাহি আহাঁ। তেওঁ সদায় তেনেকুৱাই—ওৰেদিনটো গালি-শপনি পাৰিয়েই থাকে। তেওঁ আকৌ চাকৰ-ল'ৰাটোক বেছি মৰম কৰে; সেইবাবে, ৰান্ধনী-ছোৱালীজনীক হোৱাই-নোহোৱাকৈ গালি পাৰি থাকে। কাৰণ, চাকৰ-ল'ৰাটোৱে তাইক মৰম কৰে।"

দিনবোৰ পাৰ হৈ যায়। লাহে লাহে পুৰণি ঘৰখনৰ সোঁৱৰণী মচ খাই আহে; নতুন ঘৰখন বেছি আপোন হৈ পৰে। মাজে মাজে তাইৰ কাণত এনেয়ে বাজি উঠে, সেয়া যেন 'বসন্তমাণিকে' কান্দিছে। আকৌ কেতিয়াবা তাক সপোনতে দেখা পায়। কিন্তু, সপোনবোৰ ক্ৰমে যেন ম্লান হৈ আহিল। দৈনন্দিন কাম-কাজৰ বোজাও ক'ব নোৱাৰাকৈয়ে আগতকৈ অলপ গধুৰ হৈ আহিল। লাহে লাহে তাই আবিষ্কাৰ কৰিলে, তাইৰ প্ৰতি যেন গিৰিহঁতনীৰ কিবা এক অবুজ সন্দেহ! প্ৰথম দৃষ্টিত ধাৰণা হয়, মানুহগৰাকী অতি মৰমিয়াল; কিন্তু ভিতৰে ভিতৰে ইমান বেছি ঈৰ্ষা যে গোটেই দিনটো তাইৰ পাচত চোৰাংচোৱাগিৰি কৰোঁতেই যায়। মুহূৰ্তে মুহূৰ্তে কেৱল খবৰ লৈ থাকে, তেওঁৰ স্বামীয়ে তাইৰ কাৰণে কি কৰিছে, কি নকৰিছে। মানুহজনে যদি ক'ৰবাৰপৰা উভতি আহি প্ৰথমেই তাইৰ লগত কথা পাতে, গিৰিহঁতনীৰ লগে লগে সন্দেহ উপজিলেই, জৰুল তেওঁৰ স্বামীয়ে তাইক কিবা উপহাৰ দিছেহি। কোনো কথা নাই, সেই ৰাতিয়েই মানুহজনে গিৰিহঁতনীৰ কোঠালৈ গৈ তিতা-কেঁহা দুষাৰ শুনিব লাগিব। "শেষত, তোমাক হবলা এই ডাইনীজনীয়ে আহুদি কৰিলে?" নাইবা "বুঢ়া হ'লে



কি হ'ব, তোমাৰ পকা পীৰিতি কিমান, জানো নহয়!" —এই ধৰণৰ ছুকাকি-এফাকি বচন শুনিবই শুনিব। তাৰ পিচৰপৰা, মানুহজন ক'ৰবাৰ পৰা উভতি অহা দেখিলেই, তাই অকলশৰে থাকিলেও মুখামুখি নহ'বৰ চেষ্টা কৰিবলৈ ধৰিলে। আৰু, গিৰিহঁতনী যদি ওচৰে-পাঁজৰে ক'ৰবাত থাকে, তেনেহ'লে তাই কিবা এটা কাৰণ দেখুৱাই আঁতৰি পৰে। তাই এইদৰে ফালৰি কটা কামটো যিমানদূৰ সম্ভৱ স্বাভাৱিক আৰু নম্ৰ ধৰণে কৰিবৰ চেষ্টাত থাকে। সেয়ে নহ'লে, গিৰিহঁতনীয়ে ৰঙা চকু দেখুৱাই ক'ব: এইবোৰ কেৱল মানুহক দেখুউৱা ঢং—তাইক যেন তেৱেঁই কষ্ট দিছে, সেইটোকে প্ৰমাণ কৰাৰ বুদ্ধি!

সময় আগবাঢ়ি যোৱাৰ লগে লগে সংসাৰৰ সকলোবোৰ কাম আহি তাইৰ মূৰতে পৰিলহি। তাই যেন এই ঘৰখনৰ সামান্য এজনী লিগিৰীহে, আন একো নহয়! ইচ্ছা কৰিয়েই তাই আনকি গিৰিহঁতনীৰ তিয়নি-কাপোৰ কেইখনো ধুই দিয়ে। তাকে দেখা পালে তেওঁ কয়: "তুমিনো বাৰু মোৰ কাপোৰ-কানিবোৰ ধুবলৈ লৈছা কিয়? সেইবোৰ দেখোন ৰাঙেই পাৰে। তোমাৰ কাপোৰবোৰো তাইকে ধুবলৈ দিবা।"

অথচ, পিচ মুহূৰ্ততে হয়তো এনেদৰে ক'ব: "যোৱাচোন ভনীটি, গাহৰি-গঁৰালটো এবাৰ চাই আহাঁগৈ! কি হৈছে জানো গাহৰি দুটাৰ! অথনিৰেপৰা নোকনোকাই আছে দেখোন! খাবলৈ পোৱা নাই নেকি! এই ৰাংজনীও যে হৈছে, সিহঁতকনো কিবাকিবি এমুঠি দিব নেলাগেনে বাৰু!"

আঠ মাহ পাৰ হৈ যোৱাৰ পিচত জাৰকালি আৰম্ভ হ'ল। লগে লগে তাইৰো ভোকটো কমি আহিবলৈ ধৰিলে। কেৱল চেঁচৰ জলপান আৰু মোৱা-আলু খাবৰ মন যায়। লাহে লাহে সেইবোৰো জুতি নলগা হৈ আহিল। বেছিকৈ খালে, এনেয়ে ওকালি আহে। মাজে মাজে বগৰী খাবৰ মন যায়। কিন্তু, বতৰৰ বস্তু নহয় কাৰণে সেইবোৰো পাবলৈ নাই। লক্ষণটো যে কিহৰ, বুজিবলৈ সৰহ দিন নেলাগিল। মানুহজন আনন্দত অধীৰ হৈ উঠিল। তেওঁৰ মুখত সদায় হাঁহিৰ ৰেখা বিৰিঙি থকা হ'ল। মানুহজনীৰ কাৰণে তেওঁ সম্ভৱপৰ সকলোবোৰ ভাল বস্তুৱেই কিনি দিবলৈ ধৰিলে। নিজে বজাৰলৈ গৈ সুমথিৰা টেঙা কিনি আনে। চাকৰ-বাকৰকো সৰু সৰু সোণালী ৰঙৰ সুমথিৰা টেঙা বিচাৰি আনিবলৈ কয়। মাজে মাজে বাৰাণ্ডাত টহল দি নিজে নিজে কি গুণ-গুণাই থাকে, কোনেও বুজি নেপায়। এদিন তেওঁৰ চকুত পৰিল, নতুন বছৰৰ উৎসৱত খাবৰ কাৰণে পিঠা পুৰিবলৈ বুলি ৰাঙৰ লগতে মানুহজনীয়েও চাউল

খুন্দিবলৈ ধৰিছে। তেওঁ তাইক ওচৰলৈ মাতি আনি ক'লে : "তুমি আকৌ এইবোৰত লাগিছাহি কিয় ? সিহঁত আছে নহয়, সিহঁতেই কৰক। তুমি অলপ জিৰণি লোৱাগৈ, যোৱা।"

মাজে মাজে গধূলি পৰত আন সকলোবোৰে যেতিয়া হাঁহি-ধেমালিৰ গল্পত ব্যস্ত হৈ থাকে, তেতিয়া তেওঁ চাকি জ্বলাই অকলে অকলে কবিতা পঢ়ি থাকে। চাকৰবোৰে অবাক হৈ সোধে : "দেউতা, আপুনি এতিয়াও এইদৰে পঢ়া-শুনা কৰি থাকে কিয় ? আপুনি কিবা পৰীক্ষা দিবলৈ ওলাইছে নে !" তেতিয়া তেওঁ নিজৰ কোমল গাল দুখনত হাত বুলাই বুলাই হাঁহে আৰু কয় : "হেৰ', তহঁতে জানো বুজি পাব, জীৱনৰ আনন্দ কি ? শুন তেনেহ'লে—

পৃথিৱীত আছে মাথোঁ দুটি আশা
বিয়াৰ ৰাতিৰ বহুতো ফুল ;
জলপানী পাই শেষ হ'ব পঢ়া
নামটোত মোৰ নেথাকে ভুল।

এই দুটাই হ'ল মানুহৰ জীৱনৰ আটাইতকৈ ডাঙৰ আনন্দৰ বস্তু। দুয়োটা ঘটনাই মোৰ জীৱনত ঘটি গৈছে, কোন কাহানিবাই। তথাপি, আজি মোৰ যি আনন্দ লাগিছে, সি যে ইয়াতকৈয়ো অধিক।"

এইবোৰ কথা তেওঁৰ দৈনী দুগৰাকীৰ বাহিৰে আন যেয়ে শুনে সেয়ে হাঁহে। তথাপি, গিৰিহঁতনীয়ে কথাবোৰ বিশেষ ভাল পোৱা নাছিল। প্ৰথমতে অৱশ্যে তেওঁ মানুহজনী গৰ্ভৱতী হোৱা বুলি শুনি সঁচাসঁচিকৈয়ে ৰং পাইছিল। কিন্তু পিচলৈ মৰম-চেনেহৰ মাত্ৰা চৰি যোৱা দেখি তেওঁৰ খঙে মূৰৰ চুলি পাইছিলগৈ। তাইৰ সলনি তেওঁ যদি গৰ্ভৱতী হ'ব পাৰিলেহেঁতেন, তেনেহ'লে এইখিনি মৰম-চেনেহ তেওঁৰ ভাগ্যতে ঘটিলহেঁতেন। নতুন বছৰৰ তৃতীয় মাহৰ কথা। মানুহজনী অলপ নৰিয়াত পৰিল। তিনি দিনমান বিচনাতে পৰি থাকিল। মানুহজনে খা-খবৰ লৈ চিকিৎসাৰ ব্যৱস্থা কৰাত ত্ৰুটি নকৰিলে ! তাকে দেখি গিৰিহঁতনী জ্বলি-পকি উঠিল। বেমাৰ নে ভাও এইবোৰ ? তিনি দিন ধৰি তেওঁ কেৱল গালি-শপনি পাৰিয়েই কটালে। তেওঁৰ মতে, এইখন ঘৰলৈ আহি মানুহজনীয়ে নিজকে ধনী মানুহৰ বোৱাৰী বুলি ভাবিবলৈ ধৰিছে। কঁকালৰ বিষ, মূৰৰ বিষ, ইত্যাদি এশ-এটা বেমাৰ দেখুৱাই উপপত্নীৰ অভিমান জুৰিছে। তাই জানো নিজৰ ঘৰত থাকোঁতে ইমানখিনি প্ৰশ্ৰয় পাইছিল ! নিজৰ ঘৰত থকা হ'লে এতিয়া তাইৰ অৱস্থা



পেটৰ ভিতৰত এপেট পোৱালি লৈ চুৰা-পাতনিত ঘূৰি ফুৰা কুকুৰৰ নিচিনাই হ'লহেঁতেন। তাৰ পিচত, তেওঁ নিজৰ স্বামীক দোষ দি ক'লে, এই পঘাখোৱা বুঢ়াটোৱে আদৰ দি মূৰত তুলি লৈয়েই তাইক ইমানখিনি সাহস দিছে।

কথাই কথাই এদিন তেওঁ ৰাঙক ক'লে : "নক'বি আৰু। আমাৰ জানো ল'ৰা-ছোৱালী হোৱা নাই ? মই নিজেই দেখোন এটা দহ মাহ ধৰি পেটত লৈ ফুৰাইছিলোঁ। তেতিয়াতো মই এনে অসতি জোৰা নাছিলোঁ। হেৰ', ল'ৰা দেখোন এতিয়াও কুৰি হাত পানীৰ তলতে আছে। ওপজাৰ পিচত বেং-পোৱালিয়েই হয় নে মানুহৰ পোৱালিয়েই হয়, কোনে জানে ! আগতে ওলাওকচোন বাৰু পেটৰপৰা, পিচতো বুকু ফিন্দাই ফুৰিলে হ'ব। এতিয়াই ইমান মাটিত ভৰি থ'ব নোৱাৰা হ'বলৈ কিটো আছে ? এতিয়াও সেইটো লপ্‌থপ্‌ মাংসপিণ্ড হৈয়েই আছে—নকৈয়ো নোৱাৰোঁ।"

সেই নিশা মানুহজনীয়ে শুদা পেটেই কটালে। গাৰুত মূৰ গুজি গুজি কান্দিলে। মানুহজনে চোলা-কাপোৰ খুলি উদং গা'ৰে বিচনাৰ ওপৰত বহি বহি গিৰিহঁতনীৰ গালি-শপনিবোৰ শুনি খঙতে ঘামিবলৈ ধৰিলে। মাজে মাজে তেওঁৰ ইচ্ছা গৈছিল, চোলাটো পিন্ধি বাহিৰলৈ ওলাই গৈ গিৰিহঁতনীৰ চুলিকোছাত ধৰি দুচৰমান শোধাই দিয়ে। কিন্তু, এতিয়া তেওঁৰ সিমানখিনি শক্তিয়েই নাই। আজিকালি আঙুলিবোৰ এনেয়ে কঁপি থাকে ; বাহু দুটাতো যেন আগৰ দৰে শক্তিৰ নাটনি। অৱশেষত, তেওঁ হুমুনিয়াহ এটা কাঢ়ি ক'লে : "বেছি ছল দি দি ময়েই তাইৰ মূৰটো খালোঁ। বিয়া হোৱা ত্ৰিশ বছৰ হ'লহি, তাইক মই চৰ-ঘোচা মৰা দূৰতে থাওক, আনকি এটা চিকুট মাৰিও পোৱা নাই। তাৰ ফলতে আজি তাইৰ মেজাজটো বুঢ়ী বিধবাৰ দৰে এনেকুৱা খিংখিঙীয়া হ'বলৈ পাইছে।"

তেওঁ মানুহজনীৰ ওচৰ চাপি কাণে কাণে ক'লে : "নেকান্দিবা, মোৰ সোণজনী ! তাই বাৰু চিঞৰি থাককচোন ! নিজে হৈছে বাঁজী কুকুৰাৰ নিচিনা। আনে কণী পাৰি উমনি দিব, সেইটো তাইৰ সহ্য হ'ব কিয় ? তোমাৰ ল'ৰা হ'লে, তোমাক দিবৰ কাৰণে মই দুটা খুব ধুনীয়া বস্তু থৈ দিছোঁ। এটা পান্নাৰ আঙঠি আৰু এটা মুকুতা খটোৱা…"

বাহিৰৰপৰা গিৰিহঁতনীৰ মুখৰ আৰু এলানি গালি-শপনি ভাহি আহি কাণত পৰাত তেওঁৰ কথাৰ প্ৰবাহ বন্ধ হৈ গ'ল। লৰালৰিকৈ তেওঁ চোলাটো খহাই বিচনাৰ ওপৰত উঠি, কম্বলখন মূৰে-গায়ে ঘূম মাৰি ল'লে। তাৰ পিচত, আকৌ এবাৰ মানুহজনীৰ কাণে কাণে ক'লে : "মোৰ এটা মুকুতা-খটোৱা…"

লাহে লাহে তাইৰ পেটটো বাঢ়ি আহিল। অৱশেষত, ধান জোখা দোন এটাৰ সমান হ'লহি। গিৰিহঁতনীয়ে তেতিয়া ধাই এজনী বন্দোৱস্ত কৰিলে। আনকি, তেওঁ মানুহক দেখুৱাই এডোখৰ ৰংচঙীয়া কাপোৰেৰে এটা কণমান চোলাও চিলাই কৰি উলিয়ালে।

জহকালিৰ প্ৰচণ্ড উত্তাপটো কমি আহিল। সেই বছৰটোৰ প্ৰথম ছমাহ গোটেই পৰিয়ালটোৱে আশা-আকাংক্ষাৰ মাজেদিয়েই অতিবাহিত কৰিলে। হেমন্ত আৰম্ভ হোৱাৰ লগে লগে এজাক পাতল বতাহ বলিবলৈ ধৰিলে। তাৰ পিচত, এদিন সেই ঘৰখনলৈ পাৰ ভঙা আশাৰ জোৱাৰ বৈ আহিল। চাৰিওপিনে এটা প্ৰতীক্ষা আৰু আগ্ৰহৰ পৰিবেশ। ঘৰৰ গিৰিহঁতজনৰ মুখত এটা গভীৰ উৎকণ্ঠাৰ ভাব বিৰিঙি উঠিল। হাতত পঞ্জিকা এখন লৈ তেওঁ বাৰাণ্ডাত টহল দিবলৈ ধৰিলে। মাজে মাজে পঞ্জিকাৰ কথাবিলাক আওৰাব খুজিলে: 'এবা, বাঘৰ প্ৰভাৱটোৱেই বলী যেন লাগিছে।' মাজে মাজে তেওঁ কোঠাটোৰ বন্ধ দুৱাৰখনৰ পিনে চাবলৈ ধৰিলে। ভিতৰৰপৰ কেৱল ধাইজনীৰ অস্ফুট কণ্ঠস্বৰহে শুনা যায়। উপায় নেপাই তেওঁ আকাশৰ মেঘে ঢাকি থোৱা বেলিটোৰ পিনে চালে।

দুৱাৰখন মুকলি কৰি ৰাং ওলাই আহিল। তেওঁ তাইক সুধিলে: "খবৰ কি?"

ৰাঙে কেৱল মূৰ জোকাৰিলে। তাৰ পিচত ক'লে: "বেচিপৰ নাই যেন লাগিছে।"

মানুহজনে আকৌ পঞ্জিকাখন লৈ টহল দিবলৈ ধৰিলে।

এইদৰেই বহুতো ঘণ্টা পাৰ হৈ গ'ল। অৱশেষত, সন্ধ্যাৰ ধূসৰ ছায়াই চাৰিওপিনে ঘেৰি ধৰিলে আৰু আকাশৰ প্ৰতিটো কোণত এটা-দুটাকৈ বহুতো চাকি জ্বলি উঠিল—যেন সেইবোৰ বসন্ত ঋতুৰ বহুতো ফুল! ঠিক সেই মুহূৰ্ততে জন্ম হ'ল এটি পুৰুষ-সন্তান। ঘৰৰ ভিতৰৰপৰা তাৰ প্ৰথম কান্দোন ভাহি আহিল। মানুহজনে নিজেও আনন্দৰ আতিশয্যত কান্দি পেলালে।

সেই নিশা যদিও কাৰো ভোক লগা নাছিল, তথাপি এনেয়ে এমুঠি খাবৰ কাৰণে প্ৰত্যেকেই আহি মেজৰ ওচৰত বহিলহি। গিৰিহঁতনীয়ে সেই সময়তে চাকৰ-চাকৰণীবোৰক সতৰ্ক কৰি দিলে: "কথাটো অলপ সময় কোনেও নজনাকৈয়ে থাকক। নহ'লে ক'ৰবাত কাৰোবাৰ মুখ লাগিব পাৰে! কোনোবাই সুধিলে ক'বি, ছোৱালী জন্ম হৈছে।"



এমাহৰ পিচত কেঁচুৱাটোৰ কোমল বগা মুখখনত হেমন্তৰ সোণালী ৰ'দৰ পৰশ লাগিল। বাহিৰত কেঁচুৱাটোক কোলাত লৈ মাকে যেতিয়া পিয়াহ খুৱায়, তেতিয়া ওচৰে-পাঁজৰে থকা ছোৱালীবোৰ উবুৰি খাই পৰেহি। সিহঁতৰ কোনোবাজনীয়ে কয়, ল'ৰাটোৰ নাকটো অতি ধুনীয়া; কোনোবাজনীয়ে কয়, মুখখন বেছি ধুনীয়া; আকৌ কোনোবাজনীয়ে হয়তো কাণ দুখনৰহে সুখ্যাতি গায়। তাৰ ওপৰতে কোনোবাজনীয়ে কৈ উঠে, মাকজনীও আগতকৈ ধুনীয়া হৈছে, ৰংটো আগতকৈ বগা হৈছে আৰু গাটোও আগতকৈ চিকুণ হৈছে। আনহাতে, গিৰিহঁতনীয়ে ল'ৰাৰ আইতাকৰ দৰে মাকক ইটো-সিটো হেজাৰটা উপদেশ দিয়ে: "হৈছে হৈছে। তাকনো ইমানদৰে কন্দুৱাব লাগেনে?"

মানুহজনে বহুতো চিন্তা কৰিও ল'ৰাটোৰ কাৰণে ভাল নাম এটা উলিয়াব পৰা নাই। গিৰিহঁতনীৰ ইচ্ছা, যিটো নাম থোৱা হ'ব, সেইটো দীৰ্ঘজীৱন, ঐশ্বৰ্য আৰু সন্মান ইত্যাদি অৰ্থবোধক হ'ব লাগিব; নাইবা আনন্দ, সমৃদ্ধি, উল্লাস, পৰিপূৰ্ণতা প্ৰভৃতি অৰ্থবোধক হ'লেও চলিব। আটাইতকৈ ভাল হয়, নামটো যদি দীৰ্ঘজীৱনৰ কিবা প্ৰতিশব্দ হয়। মানুহজনৰ মতটো কিন্তু সুকীয়া। এইবোৰ অতি পুৰণিকলীয়া নাম আজিকালি কোনেও নোথোৱা নাম বিচাৰি তেওঁ অলেখ পুথি-পাঁজি লুটিয়াই চালে। চাওঁতে চাওঁতে এটা সম্পূৰ্ণ মাহ বাগৰি গ'ল, কিন্তু ভাল নাম এটা নোলাল। তেওঁৰ ইচ্ছা, নামটো এনেকুৱা হ'ব লাগে, য'ত এটা আশীৰ্বাদৰ ইংগিত থাকে; অথচ, সি যে বৃদ্ধ বয়সৰ সন্তান, সেই কথাটোও প্ৰচ্ছন্ন হৈ ৰ'ব। গতিকে, নামকৰণ মুঠেই সহজ নহয়।

এদিন তেওঁ তিনিমহীয়া পুতেকক কোলাত বহুৱাই লৈ, চাকিৰ পোহৰত বহি বিতচকুযোৰ পিন্ধি এখন পুৰণি পুথি লুটিয়াই-বগৰাই আছে, জানোচা ক'ৰবাত ভাল নাম এটা পায়! মাকে চুক এটাত বহি আন কিবা ভাবি আছে। তাইৰ মনটো তেতিয়া বহুত দূৰলৈ গুচি গৈছে হঠাৎ তাই কৈ উঠিল: "মোৰ মনেৰে ইয়াৰ নামটো 'হেমন্তমাণিক' থলেই ভাল হ'ব।" কোঠাৰ ভিতৰত থকা প্ৰত্যেকেই তাইৰ মুখলৈ চালে। তাই কৈ গ'ল: "সি জন্ম হৈছে হেমন্ত ঋতুত। হেমন্তৰেই দান সি। তাৰ নামটো 'হেমন্তমাণিক' থ'লে ৰজিতা খাই পৰিব।"

"অতি সুন্দৰ নাম।" মানুহজনে চিঞৰি উঠিল। "ইমানদিন ধৰি কত চেষ্টা কৰিলোঁ, সকলো ব্যৰ্থ হৈ গ'ল। মোৰ জীৱনলৈয়ো হেমন্ত নামি আহিছে।

পঞ্চাছৰ ডেওনা চেৰাই গ'ল মোৰ বয়সে। তদুপৰি তাৰ জন্ম হেমন্ত ঋতুত। প্ৰকৃতিৰ সকলোবোৰ ঋতুৰ ভিতৰত হেমন্ত ঋতুতেই সকলো বস্তুৰে পৰিপূৰ্ণতা আৰু পৰিপক্কতা দেখা যায়। 'হেমন্তমাণিক' নামটো সঁচাসঁচিকৈয়ে সুন্দৰ। সি মোৰ জীৱনৰ পৰিপূৰ্ণ বয়সৰে ফচল।"

তাৰ পিচত, তেওঁ ল'ৰাৰ মাকৰ গুণগান কৰিলে। তেওঁ ক'লে, লিখা-পঢ়াই সকলো নহয়, বুদ্ধি বোলা বস্তুটো আচলতে বিধাতাৰে দান। মানুহজনীয়ে কথাবোৰ শুনি অস্বস্তি অনুভৱ কৰিলে। তাই তলমূৰ কৰি চলচলীয়া চকুহাল মচি নিজকে নিজেই ক'লে: "মই মোৰ 'বসন্তমাণিক'ৰ কথা ভাবিছিলোঁ। নামটো তেনেকৈয়ে মনত পৰিল।"

'হেমন্তমাণিক'টো দিনক দিনে ধুনীয়া হৈ আহিল। লগে লগে তাৰ মাকৰ কোলাৰ প্ৰতি লোভটোও বাঢ়ি আহিল। তাৰ চকুহাল আছিল অদ্ভুত ধৰণে ডাঙৰ। সেই চকুহালেৰেই সি অচিনাকি কাৰোবাক দেখা পালে অবাক হৈ বহুত পৰলৈকে চাই থাকে। কিন্তু, মাকজনীক হ'লে তৎক্ষণাৎ চিনি পায়। দূৰত চকুৰে মণিব নোৱাৰা হৈ থাকিলেও সি চিনি পায়। ওৰে দিনটো সি মাকৰ কোলাতেই থাকে। কিন্তু, বাপেকে তাক ইমান বেছি মৰম কৰা সত্ত্বেও সি বাপেকৰ পিনে উভতিয়েই চাব নোখোজে। গিৰিহঁতনীৰ মৰমটো অলপ বেলেগ ধৰণৰ। তেওঁ যেন সকলোকে দেখুৱাব খোজে, সেইটো তেওঁৰেই ল'ৰা। কিন্তু, ল'ৰাটোৰ চকুত তেৰোঁ অপৰিচিতৰ দলতেই ৰৈ যায়। ইপিনে, ল'ৰাটো মাকৰ ওপৰত যিমানে বেছি নিৰ্ভৰশীল হৈ আহিল, মাকৰ বিদায়ৰ দিনটোও সিমানে চমু চাপি আহিল। শীত শেষ হোৱাৰ লগে লগে আহিল বসন্ত; আৰু, বসন্তৰ পাচে পাচে আহিল গ্ৰীষ্ম। এইদৰে মাকৰ তিনি বছৰৰ ম্যাদ যে উকলি আহিবলৈ ধৰিছে—সেই কথাষাৰ প্ৰত্যেকৰ মনতেই উদয় হ'বলৈ ধৰিলে।

পুত্ৰস্নেহত অন্ধ গিৰিহঁতেই প্ৰথমতে কথাটো উলিয়ালে। তেওঁ তেওঁৰ পত্নীক ক'লে: "আৰু এশ ডলাৰ দি মানুহজনীক একেবাৰে কিনি ল'লে কেনেকুৱা হয়?"

গিৰিহঁতনীয়ে উত্তৰ দিলে: "তাইক যদি কিনিবই খুজিছা, তেনেহ'লে তাৰ আগতে মোক বিহ খুৱাই মাৰি নোলোৱা কিয়?"

গিৰিহঁতে প্ৰথমতে খঙৰ ভমকত বহুত পৰলৈকে কথা নোকোৱাকৈ আছিল। তাৰ পিচত, হাঁহি হাঁহি ক'লে: "তুমি বাৰু ভাবি চোৱাচোন, মাকক এৰি এই পানী-কেঁচুৱা ল'ৰাটোৱে—"



গিৰিহঁতনীয়ে চোকা উত্তৰ শুনাই দিলে: "কথা হ'বলা সেইটো? তাৰ মানে মই তাৰ মাক হ'বৰ উপযুক্ত নহয়?"

আনহাতে, ল'ৰাৰ মাকৰ মনত তেতিয়া দুটা অনুভূতিৰ সংঘাত চলিছে। বহুদিন ধৰি তাইৰ মগজুৰ ভিতৰত বাৰে বাৰে কেৱল এটা কথাই গমগমাই আছে—"তিনি বছৰ, তিনি বছৰ, মাত্ৰ তিনি বছৰ।" তাই ভাবিছিল, তিনিটা বছৰ চাওঁতে চাওঁতে শেষ হৈ যাব। সেইবাবেই, তাই এইখন ঘৰত দাসীবৃত্তি কৰিবলৈ সন্মত হৈছিল। কিন্তু, এতিয়া দেখিছে, 'হেমন্তমাণিক'ৰ অস্তিত্ব যিদৰে বাস্তৱ আৰু জীৱন্ত, 'বসন্তমাণিক'ৰ স্মৃতিও সেইদৰে সমানে জীৱন্ত আৰু মোহময়। প্ৰাণ থাকে মানে 'হেমন্তমাণিক'ক যিদৰে এৰিব নোৱাৰে, ঠিক সেইদৰে 'বসন্তমাণিক'ক এৰি থকাটোও সমানে মৰ্মান্তিক। তাইৰ মনত এটা ইচ্ছা জাগি উঠিছে, জীৱনৰ বাকীছোৱা এই নতুন ঘৰখনতে কটাই দিয়াৰ। কিয় জানো তাইৰ মনত খেলাইছিল, 'বসন্তমাণিক'ৰ বাপেক আৰু বেছি দিন নেবাচে। হয়তো তিনি-চাৰি বছৰৰ ভিতৰতে সি পৰপাৰৰ যাত্ৰী হ'ব লাগিব। তাই মনে মনে ভাবে, তাইৰ দ্বিতীয় স্বামীক ক'ব 'বসন্তমাণিক'ক তোলনীয়া পুতেক কৰি ল'বৰ বাবে, যাতে তাইৰ দুয়াটো ল'ৰাকে তাই সদায় ওচৰত দেখা পাই থাকে!

শেষ বসন্তৰ কোমল ৰ'দৰ উম লৈ বাহিৰৰ বাৰাণ্ডাত বহি থাকিলে এইবোৰ অলীক স্বপ্নই সহজে মনৰ মাজত ভুমুকিয়াই যায়। মাজে মাজে যেতিয়া সেই বাৰাণ্ডাখনত বহি 'হেমন্তমাণিক'ক পিয়াহ খুৱাই থাকে, তেতিয়া তাইৰ চকুত ভাহি উঠে 'বসন্তমাণিক'টো—যেন সি ওচৰতে থিয় হৈ আছেহি। ক'ব নোৱাৰাকৈয়ে তাই হাতখন আগবঢ়াই নিয়ে, তাক বুকুৰ মাজলৈ টানি আনিবৰ বাবে। কিন্তু হায়, সি দেখোন তাত নাই!

চকুহাল মোহাৰি উঠি দেখে, ওচৰতে দুৱাৰমুখত থিয় হৈ আছে ঘৰৰ গিৰিহঁতনী। চকুৰ পচাৰ নমৰাকৈ তাইৰ পিনে চাই আছে। তেওঁৰ মুখত যদিও মৰম বিৰিঙি আছে, চকুহালত যেন নিষ্ঠুৰতা থুপ খাই আছে। তাই উচপ্ খাই উঠে: "ওঁ-হো নহয়, নহয়। ইয়াৰপৰা যিমান সোনকালে পাৰি, যোৱাটোৱেই উচিত। নহ'লে এই মানুহজনী মোৰ পিচত সদায় চোৰাংচোৱাৰ দৰে লাগিয়েই থাকিব।" কিন্তু পিচ মুহূৰ্ততে কোলাৰ কেঁচুৱাটোৱে যেতিয়া কান্দি উঠে, তেতিয়া তাই ভাবে: তাৰ মাজতেই জীৱনৰ অমিয়া লুকাই আছে, তাক লৈয়েই জীৱনটো কটাই দিব পাৰিব। নিজকে এইদৰে আকৌ অলপ সান্ত্বনা দিয়ে।

ঘৰৰ গিৰিহঁতে তেওঁৰ পৰিকল্পনাটো অলপ সালসলনি কৰিলে। তেওঁ সিদ্ধান্ত কৰিলে, ছুনক মাতি পঠিয়াব। তাইক আকৌ এবাৰ 'হেমন্তমাণিক'ৰ মাকৰ প্ৰথম স্বামীৰ ওচৰলৈ পঠাই দিব। প্ৰস্তাৱ এটা দিব, তাৰ ঘৈণীয়েকক আৰু তিনি বছৰ ৰাখিব; বিনিময়ত দিব ত্ৰিছ ডলাৰ, সিমানত সন্মত নহ'লে পঞ্চাছ ডলাৰ দিবলৈয়ো কুণ্ঠিত নহয়। ভাবি-চিন্তি তেওঁ গিৰিহঁতনীক ক'লে: "হেমন্তমাণিকে যেতিয়া পাঁচ বছৰত ভৰি দিব, তেতিয়া সি অনায়াসে তাৰ মাকক এৰিব পাৰিব।"

গিৰিহঁতনীয়ে তেতিয়া শাক্যমুনিৰ বেদীৰ সমুখত মালা জপি আছিল। মালা জপি থকাৰপৰাই উত্তৰ দিলে: "তাইৰ ঘৰতো তাইৰ নিজৰ ল'ৰা এটা আছে। গতিকে, তুমি তাইক তাইৰ বিবাহিত স্বামীৰ ওচৰলৈ ঘূৰি যাবলৈ দিয়াটোৱেই উচিত হ'ব।"

স্বামীয়ে কিছু সংকোচ কৰি ক'লে: "কিন্তু, 'হেমন্তমাণিক'ৰ কথাটো এবাৰ ভাবি চোৱাচোন। বেচেৰাই ছুবছৰ নৌ হওঁতেই মাকৰ লগত এইদৰে এৰাএৰি হোৱাটো..."

গিৰিহঁতনীয়ে হাতৰ মালাধাৰ থৈ ক'লে: "মই আছোঁ নহয়, তাক মানুহ কৰি তুলিবলৈ। মই জানো তাক চাব নোৱাৰিম? তোমাৰ ভয় লাগিছে নেকি, মই তাক খুন কৰোঁ বুলি?"

কথাষাৰ শুনাৰ লগে লগে তেওঁ তাৰপৰা উঠিল। গিৰিহঁতনীয়ে তেওঁক শুনাই শুনায়েই ক'বলৈ ধৰিলে: "পিচলৈ মোৰ সহায় হ'ব বুলিয়েই এই ল'ৰাটো উপজিছে। 'হেমন্তমাণিক' মোৰ। মোৰ নহয়, তোমাৰহে বংশ নিৰ্বংশ হোৱাৰ ভয় হৈছিল। যিহেতু মই তোমাৰ ঘৰৰ ভাত খাইছোঁ, সেইবাবে মই বাধা নিদিলোঁ। কিন্তু, যিমানে বুঢ়া হৈ গৈছা, সিমানে তুমি কেঁচুৱা হৈ আহিছা। এৰা, বুঢ়া হ'লে সঁচাসঁচিকৈয়ে পৰকিতি লৰে। তুমি যে সেই মানুহজনী সাৰট মাৰি ৰাখিব খুজিছা, আৰুনো কেইদিন বাচি থাকিবা বুলি ভাবিছা? নোৱাৰোঁ মই, তুমি মৰাৰ পিচত মই সতিনীৰ স'তে ঘৰ কৰিব নোৱাৰোঁ বুলি কৈছোঁ নহয়।"

গিৰিহঁতনীৰ এই উভঁহা উত্তৰ তেওঁৰ কাণত নপৰিল। কাৰণ, তেওঁ ইতিমধ্যে বহু দূৰ পালেগৈ।

গৰম পৰিলত ল'ৰাটোৰ মূৰত ফোঁহা এটা উঠিল। অলপ-অচৰপ জ্বৰো উঠিল। গিৰিহঁতনীয়ে নানা দেৱতাৰ নামত টোপোলা বান্ধিলে। ফোঁহাটোৰ ওপৰত নানা ধৰণৰ বেজালি দৰৱ ঘঁহিয়েই নেৰিলে, আসুৰিক



ঔষধ কিছুমানো খুৱাবলৈ ধৰিলে। মাকে কিন্তু নৰিয়া সিমান শকত বুলি ভবা নাই। সেইবাবে, কন্দুৱাই-কটোৱাই ল'ৰাক ইমানদৰে ঔষধ খুউৱাত আপত্তি কৰিলে। ঔষধবোৰ মুখৰ ওচৰলৈ নি মনে মনে পেলাই দিবলৈ ধৰিলে।

গিৰিহঁতনীয়ে তেওঁৰ স্বামীৰ ওচৰত দীঘলকৈ এটা হুমুনিয়াহ কাঢ়ি ক'লে: "এতিয়া দেখিলা নহয়, ল'ৰাৰ ইমান টান নৰিয়া, ইফালে লোকৰ উমঘামেই নাই। নোম এগছো লৰা নাই। ভিতৰৰ মৰমটোহে আচল মৰম। মুখৰ মৰমটো সদায় মিছা।"

মানুহজনীয়ে লুকাই লুকাই কান্দিলে। গিৰিহঁতে মুখেৰে একো নক'লে।

'হেমন্তমাণিক'ৰ প্ৰথম জন্মদিনৰ দিনা ওৰেদিন ধৰি উৎসৱৰ আয়োজন চলিল। সেইদিনা ঘৰখনত কমেও ছুকুৰি-ডেৰকুৰি আলহী গোট খালে। তেওঁলোকৰ প্ৰত্যেকৰে হাতে হাতে নানা ধৰণৰ উপহাৰ। কোনোৱে আনিছে ধুনীয়া ৰংচঙীয়া কাপোৰৰ টুকুৰা, কোনোৱে আনিছে চেঁচৈৰ টোপালা, কোনোৱে আনিছে কেঁচুৱাৰ ডিঙিত আঁৰিবৰ বাবে ৰূপালী সিংহৰ তাবিজ। আকৌ, আন বহুতে আনিছে টুপীত চিলাই কৰি দিবৰ বাবে সোণ-পানী চৰোৱা দীৰ্ঘায়ু দেৱতাৰ মূৰ্তি। প্ৰত্যেকেই নৱজাতকৰ অগাধ খ্যাতি আৰু অক্ষয় জীৱন কামনা কৰিলে। সেইবোৰ দেখি-শুনি পিতাকৰ মুখখন এনেয়ে ৰঙা হৈ উঠিল—যেন কোনোবাই তেওঁৰ গালে-মুখে অস্তমিত সূৰ্যৰ ৰহণ চতিয়াই দিছেহি।

সন্ধ্যাৰ পিচত যেতিয়া ভোজ আৰম্ভ হ'ল, ঠিক সেই সময়তে কুঁৱলীৰ মাজে মাজে খোজ কাঢ়ি অহা এজন অতিথি উপস্থিত হ'লহি। সকলোৱে চকুত পৰিল, এজন গাঁৱলীয়া মানুহ। চকু ছুটা ছুৰ্ভিক্ষ-পীড়িতৰ দৰে, কাপোৰ-কানিত অজস্ৰ টাপলি, মূৰৰ চুলিকোছা ভাবিব নোৱাৰা ধৰণে দীঘল আৰু তাৰ কাষলতিত এটা কাগজৰ টোপোলা। ঘৰৰ গিৰিহঁতে অলপ অবাক হৈ তাৰ পিনে আগুৱাই গ'ল। তেওঁ সুধিলে: "ক'ৰপৰা আহিছা?"

মানুহটোৰ মুখৰপৰা কোনো কথাই ওলাব নুখুজিলে। যিখিনি ওলাল, তাৰ একো সাৰমৰ্ম বুজিব নোৱাৰি। তথাপি, ঘৰৰ গিৰিহঁতৰ হঠাৎ মনত পৰিল, এইটো নিশ্চয় সেই চামৰাৰ বেপাৰীটো।

অলপ কোমল মাতেৰে তেওঁ সুধিলে: "তোমাক আকৌ উপহাৰ আনিবলৈ কিহে পাইছে? তুমি দেখোন এইবোৰ ননা হ'লেও হ'লহেঁতেন।"

মানুহটোৱে উত্তৰ দিয়াৰ আগতে চাৰিওপিনে এবাৰ ভয়ে ভয়ে চাই

ল'লে। তাৰ পিচত ক'লেঃ "মই, মই আহিছিলোঁ আপোনাৰ পত্নীৰ দীৰ্ঘজীৱন কামনা কৰিবলৈ। আৰু···"

এইখিনি কৈয়েই সি অলপ ৰ'ল। আৰু,লাহে লাহে কাগজৰ টোপোলাটো খুলি, ভিতৰৰ বস্তুখিনি কঁপা কঁপা হাতেৰে উলিয়াই আনিলে। চাৰিটা ৰূপালী বং চৰোৱা পিতলৰ আখৰ। প্ৰতিটো আখৰ এক বৰ্গ ইঞ্চিৰ। আখৰ কেইটাৰ মানেটো হ'ল, 'তোমাৰ দীৰ্ঘজীৱনে যেন সুদূৰ দক্ষিণৰ পাহাৰবিলাকৰ লগতো ফেৰ মাৰিব পাৰে'।

গিৰিহঁতনীয়ে আহি মানুহটোক দেখা পাই বিশেষ সুখী হ'ব নোৱাৰিলে। তথাপি, তেওঁৰ স্বামীয়ে তাক ভোজ-খোৱা মেজৰ ওচৰলৈ লৈ গ'ল। তাত তেতিয়া বাকী মানুহবোৰে নিজৰ ভিতৰতে কথা পাতি আছিল।

ছুঘণ্টা ধৰি নানা বিচিত্ৰ ব্যঞ্জন ভোজন আৰু দামী সুৰাপানৰ ফলত আনন্দৰ প্ৰবাহ বৈ গ'ল। বাজি লগাওঁতেই কলহে কলহে মদ শেষ হৈ যাবলৈ ধৰিলে। চিঞৰ-বাখৰ উখল-মাখলত ঘৰটোৰ মূধচ উৰোঁ-উৰোঁ হ'ল। চামৰাৰ বেপাৰীটোৱে ছুবাটি মদ খোৱাৰ পিচতো মনে মনে বহি থাকিল। কোনেও তাৰ পিনে ডিঙিটো ঘূৰায়েই নেচালে। মদৰ নিচা কমি অহাৰ লগে লগে প্ৰত্যেকেই লৰালৰিকৈ একোকাঁহী ভাত খাই শেষবাৰলৈ শুভেচ্ছা জনাই বিদায় গ্ৰহণ কৰিলে।

চামৰাৰ বেপাৰীটোৱে শেষলৈকে খালে। যেতিয়ালৈকে কাঁহী-বাটিবোৰ নিবৰ কাৰণে চাকৰবোৰ নাহিল, তেতিয়ালৈকে সি মেজৰ ওচৰৰ পৰা নুঠিল। তাৰ পিচত, সি বাৰাণ্ডাৰ এন্ধাৰ চুক এটালৈ গৈ তাৰ ভাৰালৈ দিয়া নিজৰ ঘৈণীয়েকক লগ ধৰিলে।

ঘৈণীয়েকে সুধিলেঃ "কিয় আহিলা তুমি?"

"তুমি হবলা ভাবিছা মই নিজৰ ইচ্ছামতে আহিছোঁ। সেইটো নহয়; কিন্তু কি কৰোঁ, নাহিলে যে নহয়।"

"তেনেহ'লে ইমান পলমকৈ আহিলা কিয়?"

"উপায় যে নাছিল। উপহাৰ কিনিবৰ বাবেওতো ধন লাগে। গোটেই ৰাতিপুৱাটো ঘৰে ঘৰে হাত পাতি ফুৰোঁতেই গ'ল। তাৰ পিচত, জিলালৈ গলোঁ বস্তুটো কিনিবলৈ। দিনটো ইমান খোজ কাঢ়িছোঁ যে, ভাগৰ লাগিছে, ভোক লাগিছে। সেইবাবেই, ইমান পলম হ'ল।"

মানুহজনীয়ে লৰাধপৰাকৈ সুধিলেঃ "আৰু 'বসন্তমাণিক' ভালে আছে নে?"



মানুহটোৱে হুমুনিয়াহ এটা কাঢ়ি ক'লেঃ "বসন্তমাণিকৰ বাবেইতো এইদৰে আহিবলগীয়া হ'ল।"

মানুহজনীয়ে ভয়ত উধাতু খাই সুধিলেঃ "বসন্তমাণিকৰ বাবে?"

মানুহটোৱে লাহে লাহে কৈ গ'লঃ "এইবেলি গৰম পৰাৰ পিচৰেপৰা সি শুকাই-খীণাই আহিছিল। তাৰ পিচত, হেমন্তৰ লগে লগে সি নৰিয়াত পৰিল। মোৰ হাততো টকা-পইচা নাছিল, ডাক্তৰ-কবিৰাজ মাতিবলৈ। মুখত এপালি ঔষধ নপৰিলেনো অৱস্থা বেয়া নহৈ কি হ'ব? এতিয়া কিবা এটা নকৰিলে, সি বোধকৰোঁ নেবাচিব।" অলপ পৰ থমকি ৰৈ আকৌ ক'লেঃ "তুমি মোক কেইটামান টকা ধাৰলৈ দিব নোৱাৰানে?"

মানুহজনীৰ ধাৰণা হ'ল, যেন কেইবাটাও মেকুৰীয়ে একেলগে তাইৰ বুকুখন আঁচুৰিবলৈ লাগিছে। সিহঁতে যেন তাইৰ পেটৰ ভিতৰৰ নাড়ীডাল কুটি কুটি খাবলৈ ধৰিছে। তাইৰ খুব কান্দিবৰ মন গ'ল। কিন্তু, আজিৰ এই উৎসৱৰ দিনত সকলোৱে যেতিয়া হাঁহি-ধেমালি কৰি 'হেমন্তমাণিক'ৰ দীৰ্ঘজীৱন কামনা কৰিছেহি, তাইনো বাৰু কান্দে কেনেকৈ?

চলচলীয়া চকুৰে তাই ক'লেঃ "মোৰ নিজৰতো টকা-পইচা নাই। এওঁলোকে মোক হাত-খৰচৰ বাবে প্ৰতি মাহতে এক ডলাৰকৈ দিয়ে। মোৰ নিজৰ কাৰণে একোৱেই নেলাগে। সেইবাবে, সেইখিনি ল'ৰাৰ লগতে খৰচ কৰোঁ। এতিয়া কি কৰা যায়, কোৱাচোন।"

ছুয়ো কিছু সময় নিতাল মাৰি ৰ'ল।

মানুহজনীয়ে সুধিলেঃ "বসন্তমাণিকক কাৰ লগত থৈ আহিছা?"

"গাৱঁৰে মানুহ এঘৰত থৈ আহিছোঁ। ভাবিছিলোঁ, গধূলিৰ লগে লগে উলটিব পাৰিম। এতিয়া তেনেহ'লে আহোঁ।"

মানুহটোৱে নীৰৱে চকু-লো মচিলে।

ঘৈণীয়েকে থোকাথুকি মাতেৰে ক'লেঃ "অলপ ৰ'বাচোন বাৰু। তেওঁক খুজি চাওঁ, কিজানি দিয়েই।"

এইবুলি কৈ তাই ভিতৰলৈ সোমাই গ'ল।

কিছুদিনৰ পিচত মানুহজনে তাইক এনেয়ে সুধিলেঃ "তোমাক যে মই পান্নাৰ আঙঠি এটা দিছিলোঁ, সেইটো কি কৰিলা?"

"সেইদিনা ৰাতি তেওঁৰ হাতত দিছোঁ। বন্ধকত থ'বৰ কাৰণে লৈ গৈছে।"

মানুহজনে খঙেৰে সুধিলে ঃ "কিয়, তোমাক সেইদিনা মই পাঁচ ডলাৰ দিয়া নাই জানো ?"

"পাঁচ ডলাৰে নোজোৰে বুলি ক'লে।"

মানুহজনে হুমুনিয়াহ কাঢ়ি ক'লে ঃ "বুজিছোঁ, তুমি কেৱল তোমাৰ প্ৰথম স্বামী আৰু প্ৰথম ল'ৰাটোৰ কথাহে চিন্তা কৰা। মোৰ মৰমৰ কোনো মূল্যই নাই। ভাবিছিলোঁ, তোমাক আৰু দুবছৰ ৰাখিম। এতিয়া দেখিছোঁ, বসন্তৰ লগে লগে তোমাক বিদায় দিয়াটোৱেই উচিত হ'ব।"

মানুহজনী থৰ লাগি ৰ'ল। তাই কান্দিব খুজিও কান্দিব নোৱাৰিলে।

কেইদিনমানৰ পিচত মানুহজনে আকৌ সেই আঙঠিটোৰ কথা উলিয়ালে। তেওঁ ক'লে ঃ "সেই আঙঠিটো খুব দামী আছিল। তোমাক দিবৰ সময়ত ভাবিছিলোঁ, তুমি নিশ্চয় সেইটো 'হেমন্তমাণিক'কে দিবা। সপোনতো ভবা নাছিলোঁ, তুমি সেইটো বন্ধকত দিবা বুলি। ভাগ্য ভাল, খবৰটো তোমাৰ সতিনীয়েবাই পোৱা নাই। নহ'লে, এই কথাটোৰ বাবেই তিনি মাহলৈ মোৰ সুখ-শান্তি নোহোৱা হ'লহেঁতেন।"

মানুহজনী দিনক দিনে শুকাই-খীণাই আহিল। তেজ-পূজ নোহোৱা হ'ল, চকু দুটা যেন ঘোলা হৈ আহিল। ওৰেদিনটো তাইৰ কাণত বাজি থাকে, নানা ধৰণৰ ককৰ্থনা আৰু গালি-গালাজ। তাই কেৱল চিন্তা কৰি থাকে, 'বসন্তমাণিক'ৰ অসুখটোৰ কথা। সকলো সময়তে কেৱল খা-খবৰ ল'বৰ চেষ্টা কৰে, তাইৰ গাঁৱৰপৰা কোনোবা আহিছে নেকি, তাইৰ গাঁৱলৈ কোনোবা যাব নেকি! মনটো আকুল হৈ থাকে, 'বসন্তমাণিক'ৰ সম্পূৰ্ণ আৰোগ্যৰ খবৰ শুনিবৰ বাবে। কিন্তু, তাই কোনো খবৰেই শুনিবলৈ নেপায়। মাজে মাজে তাই পুতেকৰ বাবে মিঠাই কিনি আনে। কিন্তু, পঠাবলৈ কাকোৱেই বিচাৰি নেপায়। গোটেই দিনটো 'হেমন্তমাণিক'ক কোলাত লৈ পদুলিমুখত ৰৈ থাকে। বাটৰ মানুহবোৰ চাই থাকে, জানোচা চিনাকি কোনোবা ওলায়! গিৰিহঁতনীৰ চকুত কথাটো মুঠেই ভাল নেলাগিল। তেওঁ মাজে মাজে স্বামীক সোঁৱৰাই দিয়ে ঃ "দেখিছা নহয়, তাইৰ ইয়াত ভাল নলগা হৈ আহিছে। এতিয়া যিমান সোনকালে পাৰা, তাইক বিদায় কৰি দিয়া।"

'হেমন্তমাণিক'ক বুকুত সুমুৱাই লৈ শুই থাকোঁতে, ৰাতি টোপনিতে কেতিয়াবা তাই চিঞৰি উঠে। ল'ৰাটোৰ টোপনি ভাগি যায়। সি কান্দিবলৈ আৰম্ভ কৰে। ল'ৰাৰ বাপেকে তেতিয়া সোধে ঃ "কি হ'ল ? নোকোৱা কিয় কি হ'ল ?"



মানুহজনীয়ে কোনো উত্তৰ নিদিয়ে। কেৱল 'হেমন্তমাণিক'ৰ পিঠিত হাত বুলাই তাক টোপনি যোৱাবৰ চেষ্টা কৰে।

"তুমি সপোন দেখিছিলা নেকি ? তোমাৰ ডাঙৰ ল'ৰাটোৰ কিবা অমংগল ঘটা দেখিলা নেকি ? উস্, তুমি কি ভীষণ জোৰেৰে চিঞৰি উঠিছিলা। চিঞৰ শুনি সাৰ পাই গলোঁ।"

তাই তেতিয়া লৰালৰিকৈ কয় ঃ "নহয়, নহয়। মই মানে—মই কবৰৰ দৰে কিবা এটা দেখিছিলোঁ।"

মানুহজন মনে মনে থাকিল। মানুহজনীৰ মানসপটত ভাহি উঠিল সেই কৰুণ, মৰ্মান্তিক দৃশ্য। তাইৰ ইচ্ছা হ'ল ঃ তাই নিজেই যেন সেই কবৰটোৰ ভিতৰত সোমাই পৰিব।

শীতকাল ক্ৰমে শেষ হৈ আহিল। শীতৰ বিদায় ঘোষণা কৰি এদল সৰু সৰু চৰায়ে খিৰিকী-কাষত গান গাই গ'লহি। এই সময়তে ল'ৰাটোক মাকৰ পিয়াহ গুচোৱা হ'ল। লগে লগে ল'ৰাৰ গ্ৰহ-শান্তি কৰাবৰ বাবে কেইজনমান তাওপন্থী পুৰোহিতক মতা হ'ল। তাৰ পিচত, মাকৰ লগত পুতেকৰ চিৰ-বিচ্ছেদৰ ব্যৱস্থাও সম্পূৰ্ণ হৈ গ'ল।

ৰাঙে গিৰিহঁতনীক মনে মনে সুধিলে ঃ "আইদেউ, এখন দোলা বন্দোৱস্ত কৰিবলৈ ক'ম নেকি ?"

গিৰিহঁতনীয়ে মালা জপি জপিয়েই ক'লে ঃ "হেৰ', খোজকাঢ়িয়েই যাবলৈ দে। দোলাত গ'লে যে ভাৰা দিব লাগিব, তাই ভাৰা জানো দিব পাৰিব ? শুনিছোঁ তাইৰ গিৰীয়েকৰ হেনো খাবলৈকে নাই। গতিকে, সেইবোৰ ডাঙৰ মানুহৰ ফুটনি তাই জানিবা নকৰিলেই! আৰু, বাটেই বা কিমানকণ ? হেৰ', জীয়ৰী হৈ থাকোঁতে এই অমুকীয়েও দহ মাইল বাট খোজকাঢ়ি গৈছিলোঁ। তাতে তাইৰ ঠেংকেইটাও মোতকৈ দীঘল, একে লৰে পাবগৈ।"

সেইদিনা পুৱা 'হেমন্তমাণিক'ক কাপোৰ-কানি পিন্ধাই দিবৰ সময়ত তাইৰ চকু-লোৱে বাধা নেমানিলে। ল'ৰাটোৱে একো নুবুজি মাতিলে ঃ "সৰু আই, সৰু আই।" গিৰিহঁতনীৰ নিৰ্দেশ মতে ল'ৰাটোৱে তাইক সেইবুলিয়েই সম্বোধন কৰিছিল, কাৰণ, তেওঁৰ ইচ্ছা, সি কেৱল তেওঁকেই 'আই' বুলি মাতিব। পুতেকৰ কথাত মাকৰ বুকু ফাটি কান্দোন ওলাল। পুতেকক কিবা এটা ক'ব খুজিলে।

শেষত কেৱল ক'লে : "সোণটো, আজি মই যামগৈ নহয়। তই মোৰ কথা নেভাবিবি দেই।"

ল'ৰাটো নিমাত হৈ ৰ'ল। ডেৰ বছৰীয়া ল'ৰাটোৱে বুজিয়েই বা পায় কিমানখিনি কথা!

এনেতে, ঘৰৰ গিৰিহঁত মোলান মুখ লৈ সোমাই হ'ল। তেওঁ তাইৰ হাতখন নিজৰ হাতলৈ টানি আনিলে। তেওঁৰ হাতত আছিল দহোটা কুৰি চেণ্টৰ মুদ্ৰা। লাহে লাহে তেওঁ ক'লে : "এইখিনি ৰাখাচোন। দুই ডলাৰ আছে।"

পুতেকৰ চোলাৰ বুতামটো লগাই উঠি, তাই মুদ্ৰাকেইটা ভিতৰ-জেপত ভৰাই থ'লে।

গিৰিহঁতনী অহাৰ আগতেই, তেওঁৰ স্বামী ওলাই গ'ল। গিৰিহঁতনীয়ে কোঠাৰ ভিতৰত সোমায়েই ক'লে : "হেমন্তমাণিকক মোৰ কোলাতে দিয়া। নহ'লে, তুমি যাবৰ সময়ত সি কান্দিব।"

মানুহজনীয়ে একো নেমাতিলে। কিন্তু, ল'ৰাটোৱে উৎপাত আৰম্ভ কৰি দিলে। সি তাৰ অকণমানি হাতখনেৰেই গিৰিহঁতনীৰ গালত থপৰিয়াবলৈ ধৰিলে। গিৰিহঁতনীৰ খং উঠি গ'ল। শেষত তেওঁ ক'লে : এতিয়া থাকক 'বাৰু। দুয়ো খাই আহাঁগৈ। তাৰ পিচত কিন্তু মোৰ হাতত দি যাবাঁহি।"

ৰাঙে তাইক ভালকৈ এমুঠি খাই ল'বলৈ কুটুৰিলেহি : "পোন্ধৰ দিন ধৰি তুমি একোৱেই খোৱা নাই। আগতকৈ তুমি বহুত খীণালা। আয়নাখনত এবাৰ নিজকে চাইছানে বাৰু? আজি কিন্তু নেৰিছোঁ, গোটেই বাটি ভাত খাব লাগিব। দহ মাইল বাট খোজ কঢ়া ধেমালি নহয় দেই।"

মানুহজনীয়ে শুকান উত্তৰ এটা দিলে : "তোমাৰ মৰম মই নেপাহৰোঁ।"

ৰ'দটো লাহে লাহে চোকা হৈ আহিল। বতৰটো খুব ধুনীয়া হ'ল। 'হেমন্তমাণিকে' মাকক এৰি দিব নোখোজা দেখি, গিৰিহঁতনীয়ে তাক আঁজুৰি নিলেহি। সি চিঞৰ-বাখৰ কৰি তাৰ অকণ অকণ ভৰি দুখনেৰে গিৰিহঁতনীৰ পেটত লঠিয়াবলৈ লাগিল; তাৰ কণমান হাতখনেৰে তেওঁৰ চুলিকোছা খামুচি ধৰিলে। মাকৰ মনটো বেয়া লাগি গ'ল। তাই ক'ব নোৱাৰাকৈয়ে কৈ পেলালে : "দুপৰীয়া ভাত-পানী খাই উঠালৈকে ৰৈয়েই যাওঁ নেকি?"

গিৰিহঁতনীয়ে খঙত দাঁত-মূৰ কৰচি উত্তৰ দিলে : "এতিয়াই—এতিয়াই



টোপোলা-টাপলি বান্ধি ওলাই যোৱা। যাবতো লাগিবই, আকৌ ৰোৱা-কুইখন কিহৰ?"

পুতেকৰ কান্দোনটো লাহে লাহে তাইৰ ওচৰৰপৰা আঁতৰ হৈ গ'ল।

টালি-টোপোলা বান্ধিবৰ সময়ত আকৌ এবাৰ কান্দোনটো কাণত পৰিলহি। ৰাং আহি ওচৰত থিয় দিলেহি, তাইৰ মনটো ভাল লগাই ৰাখিবৰ বাবে; লগতে চকুও ৰাখিছিল, জানোচা কিবাকিবি সৰকাই নিয়ে! অৱশেষত, মানুহজনীয়ে তাহানি লগত অনা টোপোলাটো কাষলতিৰ তলত লৈ বাহিৰলৈ ওলাই পৰিল।

নঙলা-মুখ পাৰ হ'বৰ সময়ত তাই আকৌ এবাৰ 'হেমন্তমাণিক'ৰ কান্দোনটো শুনিবলৈ পালে। এমাইলমান বাট যোৱাৰ পিচতো সেই কান্দোনৰ শব্দটো কাণৰ ভিতৰত বাজিয়েই থাকিল। চিৰাল-ফটা ৰ'দত তাইৰ সমুখত পৰি আছে সেই দীঘল বাটটো, যেন আকাশৰ দৰে অন্তহীন সেই বাট! কিছুদূৰ যোৱাৰ পিচত এখন পাহাৰী নদী পালে। তাইৰ মন গৈছিল, আয়নাৰ দৰে পৰিষ্কাৰ সেই পানীখিনি আপোন কৰি ল'ব। একো কৰিব নেলাগে—কেৱল জাপ মাৰি দিলেই হ'ল! কিছু সময় পানী-যুঁৰলিত বহি থকাৰ পিচত আকৌ আগবাঢ়ি গ'ল সমুখৰ পিনে। লগত তাইৰ কোনোৱেই নাই—কেৱল এটা ছাঁ, বেলিৰ পোহৰে মাটিত আঁকি থৈ যোৱা তাইৰ নিজৰ দেহৰ ছাঁ।

দুপৰীয়াটো পাৰ হৈ গ'ল। বাটৰ কাষত ৰৈ থকা এজন বুঢ়া খেতিয়কক সুধি জানিব পাৰিলে, তেতিয়াও পাঁচ মাইল বাট বাকী।

মানুহজনীয়ে তেওঁক ক'লে : "খুৰা, মোক এখন দোলা যোগাৰ কৰি দিব নোৱাৰেনে? মই আৰু খোজ কাঢ়িব নোৱাৰা হৈ আহিছোঁ।"

"আই, তোমাৰ অসুখ নেকি?"

"হয়।"

মানুহজন তেওঁলোকৰ গাঁৱলৈ সোমোৱা বাটৰ মুখতে বহি আছিল। তেওঁ আকৌ সুধিলে : "আই, তুমি ক'ৰপৰা আহিছা?"

কথাষাৰৰ উত্তৰ দিবলৈ তাইৰ সংকোচ লাগিল। অৱশেষত ক'লে : "সৌ সিখন গাঁৱলৈ গৈছিলোঁ। পুৱাতে ওলাইছিলোঁ। ভাবিছিলোঁ, খোজকাঢ়িয়েই যাব পাৰিম।"

বুঢ়াজনে তাইৰ লগত আৰু দুটামান কথা পাতি, দুজন দোলাভাৰীৰে

সৈতে এখন দোলা বন্দোবস্ত কৰি দিলে। দোলাখনৰ মূধচ নাই। কাৰণ, মূধচ লগাবলগীয়া গৰমটো এতিয়াও পৰা নাই।

আবেলি চাৰিমান বজাত গাঁৱৰ সেই লেতেৰা ঠেক বাটটোৰেদি এখন মূধচ নোহোৱা দোলা সোমাই আহিল। ভিতৰত এজনী আদহীয়া তিৰোতা। মানুহজনীৰ মুখখন বন্ধাকবিৰ শুকান হালধীয়া পাতৰ দৰে ম্লান আৰু নিস্তেজ। চকু দুটা মুদ খাই আহিছে; বোধকৰোঁ তাই উশাহ-নিশাহবোৰো অতি ক্ষীণ-কৈহে ল'ব পাৰিছে। বাটৰ কাষৰ মানুহবোৰে তাইৰ পিনে অলপ অবাক আৰু পুতৌ লগা চাৱনিৰে চালে। এদল সৰু সৰু ল'ৰা দোলাভাৰীকেইটাৰ পাচে পাচে হাই-উৰুমি লগাই যাবলৈ ধৰিলে। সিহঁতে কিজানি ভাবিছিল, সাধাৰণতে এই গাঁৱলৈ নহা এইটো কি আচৰিত বস্তু ওলালহি।

এই ল'ৰাবোৰৰ মাজত 'বসন্তমানিকো' আছিল। সি এনেদৰে চিঞৰি চিঞৰি আহিছিল, যেন সি গাহৰিৰ পাল এটাহে খেদি আনিছে। কিন্তু, সি যেতিয়া দেখিলে দোলাভাৰীকেইটাই আলি-কেঁকুৰিটো ঘূৰি সিহঁতৰ চুবুৰীতে সোমাইছে, তেতিয়া সি বৈ গ'ল। তাৰ পিচত, দোলাখন যেতিয়া সিহঁতৰ পদুলিতে ৰ'লহি, তেতিয়া সি আচৰিত হৈ গ'ল। সি খুটা এটাত আঁউজি ৰ'ল; আৰু তাৰ চাৰিওকাষে বাকীবোৰ ল'ৰাও ভয়ে ভয়ে ৰ'লহি। মানুহজনী দোলাৰপৰা নামিল। তাই যদিও ল'ৰাবোৰৰ মাজত 'বসন্তমানিক'কেই বিচাৰিছিল, তথাপি তাইৰ চকুৰে ওচৰতে বৈ থকা ফটা চোলা পিন্ধা, মূৰৰ চুলিত জঁট বন্ধা, 'বসন্তমানিক'ক চিনিয়েই নেপালে। মানুহজনীয়ে কান্দোনৰ সুৰত চিঞৰি উঠিল: "বসন্তমানিক!"

আনবোৰ ল'ৰা উচপ খাই উঠিল। আৰু 'বসন্তমানিকে' ভয়তে পিচ-ফুৱাৰেদি ঘৰৰ ভিতৰ সোমাই বাপেকৰ ওচৰ পালেগৈ।

সেই লেতেৰা, এন্ধাৰ ঘৰটোৰ ভিতৰত মানুহজনী বহুত পৰলৈকে এনেয়ে বহি থাকিল। গিৰীয়েকৰ লগত তাই কোনো কথাই নেপাতিলে। গধূলি হ'লত, মানুহটোৱে মূৰটো ওপৰলৈ তুলি ক'লে: "যোৱা, এতিয়া কিবা এমুঠি ৰান্ধাগৈ।"

তাই বহাৰপৰা উঠো-নুঠোকৈ উঠিল। তাৰ পিচত, ঘৰৰ চুক এটাত কিবাকিবি বিচাৰিলে। দুৰ্বল কণ্ঠেৰে তাই ক'লে: "ক'তা, কলহটোত দেখোন চাউল এমুঠিও নাই।"



"কলহটোত চাউল বিচাৰিছা?" মানুহটোৰ মুখত এটা ঠাট্টাৰ হাঁহি খেলি গ'ল: "ডাঙৰ মানুহৰ ঘৰত থাকি আহিছাতো! চাউল আছে। সেই চিগাৰেটৰ টিনটোত চোৱাচোন।"

সেইদিনা ৰাতি মানুহটোৱে পুতেকক ক'লে: "বসন্তমানিক! তই মাৰৰ লগতে শো'গৈ যা।"

ল'ৰাটো জুহালৰ কাষত থিয় দি আছিল। সি কান্দিবলৈ আৰম্ভ কৰিলে। মাকে তাৰ ওচৰলৈ গৈ তাক মাতিবলৈ ধৰিলে: "বসন্তমানিক, মোৰ সোণটো! আহ, মোৰ ওচৰলৈ আহ।" হাতখন আগবঢ়াই তাক মৰম কৰিব খোজোঁতেই সি দৌৰ মাৰিলে।

"হুঁ, এইকেইদিনতে তোৰ হবলা দুষ্টামি আৰম্ভ হ'লেই? দুষ্টামি কৰিলে, মই হ'লে শুদাই নেৰোঁ দেই।"

লেতেৰা চাংখনত শুই তাইৰ টোপনি অহা নাছিল। ওচৰতে শুই আছে, 'বসন্তমানিক'—যেন ক'ৰবাৰ এটা অচিনাকি ল'ৰা। তাইৰ দুৰ্বল মগজুৰ ভিতৰত ভাহি উঠিল আন এখন ছবি—ওচৰতে যেন 'হেমন্তমাণিক' শুই আছে। নোদোকা, মৰম লগা সেই ল'ৰাটো। ক'ব নোৱাৰাকৈয়ে তাই পুতেকৰ পিনে হাতখন আগবঢ়াই দিলে। টোপনিতে ল'ৰাটোৱে বাগৰ সলালে। তাই পুতেকক সাৱটি ধৰাৰ লগে লগে, তাৰ নাকৰ গৰম উশাহখিনি আহি তাইৰ বুকুত লাগিলহি। সিও ক'ব নোৱাৰাকৈয়ে মাকক সাৱটি ধৰিলে।

মৃত্যুৰ দৰে মৌন, শীতল আৰু অন্তহীন দীঘল ৰাতি একেটা গতিতে চলি থাকিল ··

তুৰস্ক

## চেভ্‌দেট্ কুদৰৎ

চেভ্‌দেট্ কুদৰৎ ( ১৯০৭- ) আধুনিক, তুৰ্কী সাহিত্যৰ এগৰাকী বিখ্যাত লিখক। প্ৰথম মহাযুদ্ধৰ সময়তে পিতাকক হেৰুৱায়; বিধৱা মাতৃয়েই অসীম কষ্ট কৰি তেওঁক সুশিক্ষিত কৰি তোলে। বিভিন্ন স্কুলত সাহিত্যৰ অধ্যাপনা কৰাৰ উপৰিও, কিছুদিনৰ বাবে আইনজীৱীৰ জীৱন যাপন কৰিছিল। প্ৰথম জীৱনত যদিও কবিতা লিখিছিল, পিচলৈ মাথোন গল্প আৰু উপন্যাসহে লিখিবলৈ লয়। তেওঁৰ তিনিখন উপন্যাস 'সহপাঠী', 'নিৰ্মেঘ আকাশ' আৰু 'তুমিতো পকৰা চিনি পোৱা' বিখ্যাত ৰচনাসমূহৰ অন্যতম।

## মৃতকৰ ভোজ/চেভ্‌দেট্ কুদৰৎ

জানুৱাৰী মাহটোৱে বতাহৰ বং সলনি কৰি দিলে। ধোৱাঁ-বৰণীয়া আকাশৰ তলত পৃথিৱীখন আৰু বেছি গম্ভীৰ হৈ উঠিল। কাম-বন থাকিলেহে মানুহ বাহিৰলৈ ওলোৱা হ'ল। বাট-পথবোৰত মানুহৰ চিন নোহোৱা হৈ আহিল। জহকালিৰ দিনত যিবোৰ ঠাইত ল'ৰা-ছোৱালীবোৰে জুম বান্ধি জুৰ লয়হি, আনকি সেই ওক গছৰ তল, মছজিদৰ চোতাল আৰু নিজৰাৰ পাৰৰ দৰে ঠাইবোৰতো মানুহ-তুনুহ দেখা পাবলৈ নোহোৱা হৈ আহিল। অৱশ্যে, নিজৰাৰ পাৰবোৰ সম্পূৰ্ণ জনশূন্য হৈ পৰা নাছিল। প্ৰায় প্ৰত্যেকদিনেই পানী আনিবলৈ কোনোবা নহয় কোনোবা এজন তালৈ গৈছিল।

সেইদিনা দুপৰীয়া নিজৰাৰপৰা পানী আনিবলৈ যোৱা ল'ৰা এটা দৌৰি উভতি আহিল। প্ৰথমতে যিজনক লগ পালে, তেওঁকে সি ফোপাই-জোপাই বাতৰিটো দিলে,—"দৰছুন আগা মৰিল"।

দৰছুন আগাক চুবুৰীটোৰ সকলোৱে চিনি পাইছিল। বেচ আঁটিল দেহ আৰু মুখত একোছা ঘূৰণীয়াকৈ কটা ক'লা ডাড়িৰে সৈতে তেওঁৰ বয়স প্ৰায় পঞ্চাছ বছৰমান হৈছিল। তেওঁ আছিল সামান্য পানীৱালা। এটা অকণমানি মাটিৰ দুমহলীয়া ঘৰত কোনোমতে ঘৈণীয়েক আৰু পুতেক দুটাৰ সৈতে এসাজ খাই এসাজ নেখাই দিন কটাইছিল। মূলধন বুলিবলৈ আছিল দুটা ডাঙৰ বাল্‌টি আৰু দুয়োমূৰে দুডাল শিকলি ওলমি থকা এডাল কান্ধমাৰি। সদায় ৰাতিপুৱা সি কান্ধমাৰিডালৰ দুয়োমূৰে বাল্‌টি দুটা ওলোমাই লৈ পানী বেচিবলৈ ওলাই যায়। প্ৰথমতে, নিজৰ চুবুৰীটোৰ বাটেদি চিঞৰি-চিঞৰি সুধি যায়—"পানী। পানী লাগিব নেকি কাৰোবাক ?"

তেওঁৰ সেই সৰু অথচ গভীৰ মাতটো চুবুৰীটোৰ শেষ ঘৰটো পৰ্যন্ত শুনিবলৈ পোৱা গৈছিল। যিবিলাক মানুহৰ পানীৰ প্ৰয়োজন, তেওঁলোকে

ছুৰাৰডলিৰপৰা চিঞৰি উত্তৰ দিছিল, "দৰছুন আগা, এইপিনে এভাৰ", নাইবা "ছুভাৰ", নাইবা "তিনিভাৰ"! এভাৰ মানে ছুবাল্‌টি পানী। তাৰ পিচত, দৰছুন আগা পাহাৰৰ ওপৰৰ নিজৰাৰ পাৰলৈ পায়গৈ। বাল্‌টি ছুটাত পানী ভৰাই লৈ চুবুৰীটোলৈ উভতি আহে। ওৰেদিন ধৰি তেওঁ এইদৰে নিজৰা আৰু চুবুৰীটোৰ মাজত মাকো মাৰি থাকে। প্ৰত্যেক ভাৰ পানীৰ বিনিময়ত তেওঁ পাইছিল মাথোন তিনি কুৰুছ। এইদৰে পেটৰ ভাত মোকোলোৱা আৰু বেজীৰ আগেৰে কুঁৱা খান্দি এটোপ-ছুটোপকৈ একাঁজলি পিয়াহৰ পানী গোটোৱা একেধৰণৰে কথা। যদি তেওঁৰ অকলশৰীয়া উপাৰ্জনৰ ওপৰতে ঘৰখন চলিব লাগিলহেঁতেন, তেনেহ'লে চাৰিখন মুখত ৰুটিৰ যোগান ধৰা অসম্ভৱেই হ'লহেঁতেন। কিন্তু, খোদাৰ অনুগ্ৰহত তেওঁৰ ঘৈণীয়েক গুলনাজেও সপ্তাহত অন্ততঃ তিনি-চাৰি দিনকৈ কোনোবা নহয় কোনোবা এঘৰত ঠিকাকৈ লিগিৰীৰ কাম পায়।

তাৰ মাজতে গুলনাজে গিৰিহঁতৰ পানী বেছিকৈ খৰচ কৰি গিৰীয়েকৰ আয় বঢ়াবলৈ যিখিনি পাৰে সেইখিনি চেষ্টা কৰিবলৈ নেপাহৰে। কামটোত হয়তো অলপ-অচৰপ ঠগবাজীৰ আভাস আছিল। কিন্তু, ভাবি চালে অতি কৰুণ, নিৰ্দোষ আৰু নিকা বুলিয়েই ক'ব লাগিব। কাৰণ, গিৰীয়েকে খুব বেছি এভাৰ বা ছুভাৰ পানী বেছিকৈ দি, মাথোন আৰু কেইটামান কুৰুছ উপাৰ্জন কৰিব পাৰিছিল।

এতিয়া এই সকলোবোৰ হঠাৎ শেষ হৈ গ'ল। দৰছুন আগাৰ মৃত্যুৰ কাৰণটোও অতি সোনকালেই জানিব পৰা গ'ল। পানীৰে চপচপীয়া কৰি লৈ বাল্‌টি ছুটা কান্ধমাৰিডালত আঁৰি লৈ, বৰফৰ ওপৰত থিয় হ'বলৈ লওঁতেই হঠাৎ তেওঁ পিছলি পৰিল। ৰাতি গোট মাৰি শিল হৈ পৰা বৰফবোৰ এনেয়েই কাঁচৰ দৰে মিহি আৰু পিছল হৈ আছিল; তাৰ ওপৰতে পানী পৰি আৰু বেছি পিছল হৈ পৰিছিল। ওপচ-পানীৰ ভাৰ লৈ তেওঁ থৰ-কাছুটি হেৰুৱাই পেলালে; নিজৰাৰপৰা টানি অনা নলীটোৰ মুখৰ কাষতে থকা শিলটোৰ ওপৰত মূৰটো দি লুটি খাই পৰিল। এনেকৈ ইমান সোনকালে দৰছুন আগা মৰি থাকিব পাৰে বুলি কোনেনো ভাবিছিল? দৰছুন আগাক চিনি পোৱা মানুহে ক'বলৈ বাধ্য, তেওঁৰ তুলনাত বৰং শিলহে বেছি চনকা; আৰু ঠেকাঠেকি লাগিলে তেওঁ আঘাত পোৱাতকৈ বৰং শিলেহে আঘাত পোৱাৰ সম্ভাৱনা বেছি। অথচ, ইকি কাণ্ড? তেনেকুৱাকৈ ঠেকাঠেকি লাগিয়েই দৰছুন আগাৰহে মূৰৰ লাওখোলাটো ভাগিল! আচলতে, মানুহ যিমানেই আঁটিল



নহওক, যিমানেই শক্তিমান নওহক, মৰণ যেতিয়া আহে, সি এইদৰে কোনেও নভবা বাটেৰেই আহি ওলায়হি।

বাতৰিটো পায়েই গুলনাজ থৰ লাগি ৰ'ল। তেওঁ যে মাজে মাজে সৰুসুৰা ঠগবাজী কৰিছিল, ই কি তাৰেই শাস্তি? ওঁ-হো, খোদা ইমান নিষ্ঠুৰ হ'ব নোৱাৰে। ই মাথোন এটা ছুৰ্ঘটনা—আন একোৱেই নহয়। ঘটনাটোৰ সাক্ষী আছে: তেওঁ পিছল খাইছিল, লুটি খাই পৰিছিল, আৰু সেই লুটি খাই পৰাতেই শেষ। যিকোনো মানুহেই সেইদৰে লুটি খাই পৰি মৰিব পাৰে।

অৱশ্যে, মৰিব পাৰে। কিন্তু, মৰিলেও আন সকলো মানুহেই পৰিয়ালৰ ভৰণ-পোষণৰ কাৰণে কিবা বাট এটা থৈহে মৰে। দৰছুন আগাই সম্পত্তি বুলিবলৈ এৰি থৈ গৈছে, মাথোন ছুটা বাল্‌টি আৰু এডাল কান্ধমাৰি।

গুলনাজে এতিয়া কি কৰিব? তেওঁ কেৱল ভাবিলে আৰু ভাবিলে। ভাবি একো পাৰ নেপালে। ছুটাকৈ ল'ৰা, এটাৰ বয়স ন বছৰ আৰু আনটোৰ ছবছৰ, বুকুত বান্ধি সংসাৰ চলোৱা ধেমালি নহয়। সপ্তাহত মাথোন ছুদিন বা তিনি দিন আনৰ ঘৰত কাপোৰ ধুই এই ছুখন মুখৰ ভোক গুচোৱাটো জানো সম্ভৱ হ'ব? তেওঁৰ মনত পৰিল, এসময়ত তেওঁ কেনেকৈ ইচ্ছামতে পানী খৰচ কৰিছিল। এতিয়া আৰু পানী খৰচ কৰাৰ পিনে মন নিদিলেও চলিব। এক মুহূৰ্তৰ ভিতৰতে গোটেইবোৰ সলনি হৈ গ'ল। এতিয়া পানী বেছিকৈ খৰচ কৰিও লাভ নাই, কমকৈ খৰচ কৰিলেও লোকচান নাই। কিবা এটা উপায় বিচাৰি পালেই তেওঁ হাজিৰা-দৰত কাপোৰ ধোৱা লিগিৰীৰ কাম লোৱা বাটটো এৰি দিব। ইমান দিন তেওঁ যি নিজৰাৰ পানীক ভাল পাই আহিছিল, হঠাৎ সেই নিজৰাৰ পানীৰ প্ৰতি তেওঁৰ মনটো ঘৃণাৰে উপচি উঠিল। সেই নিজৰাৰ পানীৰ চিকমিকনিত যেন বিশ্বাসঘাতকতাৰ আভাস আছে, তাৰ প্ৰবাহত যেন শত্ৰুতাৰ ভাব আছে। তেওঁ আৰু সেই নিজৰাখন চাবলৈয়ো নিবিচাৰে তাৰ কল কল শব্দটোও শুনিবলৈ নিবিচাৰে।

যেতিয়া কাৰোবাৰ ঘৰত কোনোবা মৰে, তেতিয়া সেই ঘৰত কোনেও ৰন্ধা-বঢ়াৰ কথা নেভাবে। ঘৰৰ মানুহে প্ৰথমতে যিটো কথা পাহৰি যায় সেয়া হ'ল ভাতমুঠিৰ কথা। এইদৰে ছয়ত্ৰিশ ঘণ্টা পাৰ হৈ যায়, কেতিয়াবা আঠচল্লিশ ঘণ্টাও হয়, কিন্তু তাতকৈ বেছিকৈ নহয়। তাৰ পিচত, পেটৰ কলমলনি আৰম্ভ হয়। ভোকত পেটটো চিকুটি ধৰে। লগে লগে কোনোবা এজনে মাত লগায়,—"আহঁা, কিবা এমুঠি খাই লওঁ।" এইদৰে খাই-বৈ উঠাৰ পিচৰেপৰা জীৱন তাৰ স্বাভাৱিক কক্ষপথলৈ উভতি আহে।

মুছলমান সমাজৰ নিয়মমতে, প্ৰথম দুই-এদিন ওচৰ-চুবুৰীয়াই শোকসন্তপ্ত পৰিয়ালৰ বাবে আহাৰ পঠিয়ায়। গুলনাজ আৰু ল'ৰা দুটাৰ কাৰণে প্ৰথম সাজ ভাত আহিল চুকৰ বগা ঘৰটোৰপৰা। সেই ঘৰটো হ'ল, ৰেইফ এফেন্দি নামৰ এগৰাকী ব্যৱসায়ী মানুহৰ। এমাইল দূৰৈৰপৰাই ঘৰটো দেখা পায়েই মানুহে কৈ দিব পাৰে, ঘৰটো নিশ্চয় কোনোবা চহকী মানুহৰ। দৰছুন আগাৰ মৃত্যুৰ পিচদিনা দুপৰীয়া সেই বগা ঘৰটোৰপৰা এজনী লিগিৰীয়ে এখন প্ৰকাণ্ড ট্ৰে'-ত খোৱা-বস্তুৰ কাঁহী-বাটি লৈ আহি গুলনাজৰ ঘৰত দি গ'লহি। ট্ৰে'খনত আছিল, কুকুৰা-মাংসৰ জোলত সিজোৱা একাঁহী চেঁৱৈ, ধুনীয়া চাট্‌নি দিয়া কেইডোখৰমান মাংস, অলপ পনিৰ আৰু কিছু মিঠাই।

সঁচা কথা ক'বলৈ হ'লে, সেইদিনা খোৱাৰ কথা কোনেও ভবা নাছিল। কিন্তু ট্ৰে'খনৰপৰা ঢাকনিখন গুচাই দিয়াৰ লগে লগে খোৱাৰ ইচ্ছাটোৱে আটাইৰে মনত ভুমুকিয়াই গ'লহি। মনৰ বেজাৰো যেন অলপ পাতলি আহিল। তেওঁলোক আটায়েই নিঃশব্দে মেজৰ ওচৰত বহিলহি। হয়তো কোনোকালেই তেনেকুৱা ভাল বস্তুৰ জুতি লৈ নোপোৱাৰ কাৰণেই নাইবা দুখ আৰু বেজাৰে অনুভূতিবোৰ বেছি তীক্ষ্ণ কৰি তুলিছিল কাৰণেই, মুঠতে দুয়োটাৰে এটা কাৰণত তেওঁলোকে আটাইকেইপদ বস্তু খায়েই বৰ সোৱাদ পালে। বোধকৰোঁ সেইবাবেই, দিনত এবাৰ ভালকৈ এমুঠি খোৱাৰ পিচতো ৰাতি আকৌ এবাৰ মেজৰ ওচৰত বহি দিনৰ অৱশিষ্টখিনি খাই ভোক পলুৱালে।

পিচদিনা আহাৰ যোগান ধৰাৰ ভাৰ ল'লে আন এগৰাকী প্ৰতিবেশীয়ে। এইদৰে তিনি-চাৰিদিন চলিল। অৱশ্যে, প্ৰথম দিনৰ তুলনাত পিচৰ কেইদিনৰ খোৱা-বস্তুবোৰ সিমান সোৱাদ আৰু প্ৰচুৰ নাছিল। তথাপি, গুলনাজৰ চকুত সিজোৱা বস্তুবোৰৰ তুলনাত বহু বেছি ভাল আছিল। যদি এইদৰেই চলি থাকিলেহেঁতেন, গুলনাজ আৰু ল'ৰা দুটাই কিজানি তেওঁলোকৰ জীৱনৰ শেষলৈকে সেই দুখৰ বোজা সহজে বৈ নিব পাৰিলেহেঁতেন। কিন্তু, যেতিয়া খোৱা-বস্তুৰ ট্ৰে' অহা বন্ধ হৈ গ'ল আৰু সদৰ বজাৰৰ দোকানখনৰপৰা খুচুৰাকৈ কয়লা কিনাৰ উপায় নোহোৱা হৈ আহিল, তেতিয়াহে তেওঁলোকে উপলব্ধি কৰিলে, তেওঁলোকৰ দুখৰ বোজা সঁচাসঁচিকৈয়ে কিমান গধুৰ!

প্ৰথম যিদিনাখন খোৱা-বস্তু অহা বন্ধ হ'ল, সেইদিনা তেওঁলোকে



দুপৰীয়ালৈকে আশা কৰি বৈ আছিল। বাটেদি যোৱা কাৰোবাৰ ভৰিৰ শব্দ শুনিলেই দুৱাৰ-মুখলৈ ওলাই গৈ চাইছিল। জানোচা কোনোবাই বগা কাপোৰৰ ঢাকোন দি এখন ডাঙৰ ট্ৰে' লৈ আহিছে! তাৰ সলনি প্ৰত্যেকবাৰেই তেওঁলোকে দেখা পালে, বাটেদি মানুহবোৰ গৈ আছে তেওঁলোকৰ নিজ নিজ দৈনন্দিন দায়িত্বৰ বোজা লৈ। প্ৰত্যেকৰে হাতবোৰ শূন্য। ৰাতি খাবৰ পৰ হ'লত, তেওঁলোকৰ বুজিবলৈ বাকী নেথাকিল—কোনেও আৰু খোৱা-বস্তুৰ যোগান নধৰেহি। গতিকে, আকৌ আগৰ দৰে ঘৰতে চৰু জুৰিব লাগিব। কেইবাদিনো ধৰি তেওঁলোকে বেলেগ ধৰণৰ আহাৰত অভ্যস্ত হৈ পৰিছিল। এতিয়া আকৌ গুলনাজে প্ৰায় বিনা মাখনেৰে বন্ধা আলুৰ আঞ্জা খাই জুতিয়েই নেপাব। কিন্তু, তাকে খাবলৈ অভ্যাস কৰাৰ বাহিৰে আন কোনো উপায় নাছিল। তিনি-চাৰিদিনলৈ তেওঁলোকৰ ভালকৈ ভোকেই নেলাগিছিল। অৱশেষত, মাখন, ময়দা আৰু আলু—আটাইবোৰ ঢুকাই আহিল। পাচৰ পিনলৈ কেইদিনমান ঘৰৰ চুকে-কোণে যি পালে, তাকে খালেঃ দুটা গোটা পিঁয়াজ, একোঁহা নহৰু, পাচলিৰ পাচিত শুকাবলৈ লোৱা কেইগছিমান উৰহী—সেইখিনিৰেই পেটৰ ভোক গুচালে। অৱশেষত, সেই দিনটোত উপনীত হ'লহি, যিদিনা পাচি-খৰাহী, বটল-টেমা, বাকচ-মোনা আটাইবোৰ উদং হৈ পৰিল। সেইদিনাখনেই প্ৰথমবাৰৰ বাবে শুদা পেটেৰেই পাটিত পৰিবলগীয়া হ'ল।

পিচদিনাখনো একেদৰেই কটাবলগীয়া হ'ল। আবেলিৰ পিনলৈ সৰুটো ল'ৰাই কান্দি কান্দি ক'লে, "মা, মোৰ পেটটো বিষাইছে।" মাকে সান্ত্বনা দি ক'লে, "বোপাই, অকণমান ধৈৰ্য ধৰ। কিবা এটা হ'বই হ'ব।" তেওঁলোক আটাইকেইজনৰে ধাৰণা হ'ল, প্ৰত্যেকৰে পেটটো যেন কোঁচ খাই সৰু ল'ৰাৰ হাতৰ মুঠি এটাৰ সমান হৈ পৰিছে। উঠি থিয় হ'লেই, তেওঁলোক প্ৰত্যেকৰে মূৰটো আচন্দ্ৰাই কৰা হ'ল। গতিকে, থিয় হ'বৰ চেষ্টা নকৰি বৰং শুই থকাই ভাল। তেওঁলোক প্ৰত্যেকেই সপোন দেখাৰ দৰে অনুভৱ কৰিলে। চকুৰ আগত যেন কিছুমান সেউজীয়া আৰু ৰঙচুৱা মূৰ্তি ভাঁহি ফুৰিছে; আৰু কাণৰ কাষত যেন উদং কিবা এটাৰ গুম-গুমনি এটা বাজি আছে! তেওঁলোকে লক্ষ্য কৰিলে, তেওঁলোকৰ মাতবোৰ লাহে লাহে ক্ষীণ হৈ আহিছে।

তাৰ পিচদিনা গুলনাজে এটা সপোন দেখিলেঃ যেন চুবুৰীৰ কাৰোবাক এজনী লিগিৰী লাগে! কোনে ক'ব পাৰে, হয়তো এদিন

ৰাতিপুৱাই কোনোবাই খবৰটো লৈ আহিব: "গুলনাজক ক'বা, আজি কাপোৰখিনি ধুই দি যাবহি।" এবা, যি গুলনাজে এদিন নিজৰাৰপৰা অনা পানীলৈ উলটিকে নেচাওঁ বুলি ভাবিছিল, এতিয়া সেই পানী লৈয়েই কাম কৰাৰ আহ্বান পাবৰ কাৰণে ব্যাকুল হৈ উঠিল। আনহাতে, চুবুৰীৰ মানুহবোৰে এই সময়ত গুলনাজক কাপোৰ ধুবলৈ মতাটো অন্যায় হ'ব বুলিয়েই ভাবিলে। তেওঁলোকে কোৱাকুই কৰিছিল,—"বেচেৰীৰ চাগৈ এতিয়াও বুকুখন জুৰ পৰা নাই। এতিয়া তাই কাপোৰ ধুই দিব পৰা অৱস্থাত নাই।"

সেইদিনা ৰাতিপুৱা কোনেও চাবি-পাটী নেৰিলে। শুই শুয়েই খোৱা-বস্তুৰ সপোন দেখিলে। সৰু ল'ৰাটোৱে মাজে মাজে চিঞৰি উঠিছিল,—"ৰুটি—ৰুটি! চোৱাচোন চোৱা মা, এইখন (হাতেৰে সপোনতে খামুচি ধৰিব খোজে) কি সুন্দৰ কোমল, ফচফচীয়া ৰুটি! ধুনীয়াকৈ সেঁকা ৰুটি—।"

ডাঙৰ ল'ৰাটোৱে মিঠাইৰ সপোন দেখিলে। সি যে কি বুৰ্বকৰ ঘোঁৰা-চহিছ! ট্ৰে'ত অনা মিঠাইবোৰ সাঁচি-সাঁচি নেখাই ঘপ্‌কৈ খাই ঢুকুৱালে! আকৌ যদি কোনোবাই তেনেকৈ মিঠাই দি থৈ যায়হি, সি কি কৰিব—সেইটো থিৰাং কৰি পেলাইছে: এইবাৰ সি ৰস লগাই লগাই সাঁচি-সাঁচি চেলেকি চেলেকি খাব!

গুলনাজ পাটীতে পৰি থাকিল। ল'ৰা দুটাৰ সপোনত কোৱা কথাবোৰ শুনি দাঁতেৰে ওঁঠ দুটা কামুৰি ধৰিলে, জানোচা কেনেবাকৈ হাওঁ-হাওঁকৈ কান্দোনটো ওলাই আহে! তথাপি, বন্ধ চকুৰ পাহিৰপৰা দুয়োপিনে কুমৰ ওপৰেদি দুধাৰ চকুলো বৈ আহিল। বাহিৰৰ পৃথিৱীখনৰ জীৱন আগৰ দৰেই চলি থাকিল। শুই থকাৰপৰাই কাণখন অলপ উনায়েই তেওঁ কৈ দিব পাৰে, ক'ত কি ঘটিছে!—কাৰণ, তেওঁৰ প্ৰায় গোটেই জীৱনটো এই চুবুৰীটোতে কটাই দিছে।

এখন দুৱাৰ বন্ধ কৰাৰ শব্দটো কাণত পৰিল। সেয়া কাষৰ ঘৰটোৰ চেবাং নামৰ ল'ৰাটো স্কুললৈ ওলাইছে; কাৰণ, সদায় সি এইদৰেই দুৱাৰখন খটংকৈ বন্ধ কৰি থৈ যায়! চুলেমান নামৰ তাৰ ককায়েকটো হোৱা হ'লে, দুৱাৰখন আলফুলকৈ জপাই থৈ গ'লহেঁতেন। দুয়োটা ককায়েক-ভায়েক —-অথচ স্বভাৱ যে কি আচৰিত ধৰণে বিপৰীত! তাৰ পিচত, এগৰাকী বাতৰ বেমাৰত ভোগা বুঢ়ী খুপি খুপি খোজ দি পাৰ হৈ গ'ল। বুঢ়ীগৰাকী হ'ল জাহাজত কেবিন-বয়ৰ কাম কৰা চালেহৰ মাক। বুঢ়ী বজাৰলৈ গৈছে।



তাৰ পিচত, আকৌ কাৰোবাৰ ভৰিৰ খোজৰ শব্দ। এইবাৰ চুবুৰীটোৰ সিটো মূৰত ৰঙা ঘৰটোত থকা তহচীন এফেন্দী নামৰ নাপিতটো। সি সদায় পুৱাৰ ফালে এইটো সময়তে সদৰ আলিত থকা দোকানখন খুলিবলৈ যায়। তাৰ পিচত আহিল, হাচান বে'। ইদ্ৰিচ আগা নামৰ দালালটোৰ নাতিয়েক। সি আজিকালি বিজুলী-চাকিৰ কোম্পানীত কেৰাণীৰ কাম কৰে। ভাল শিক্ষিতা ছোৱালী এজনী পালেই সি বিয়া কৰাব। বিয়া কৰিয়েই সি এই চুবুৰীটোৰপৰা উঠি যোৱাৰ মতলবত আছে। এইবাৰ এইজন স্কুলৰ মাষ্টৰ—নুৰিয়ে হানিম। তাৰ পিচত, এয়া ফয়জুল্লা এফেন্দী—ভাল চটি-জোতা তৈয়াৰী কৰে। তাৰ পিচত, এয়া চেমিল বে'—খাজনা-সধা টেকেলা। অৱশেষত, এয়া সেই ৰুটিৱালাজন—সদায় ৰিফ্‌কী বে'ৰ ঘৰৰ আগত ৰয়হি। সদায় এনেকুৱা সময়ত ওলায়হি। ঘোঁৰাটোৰ দুয়োকাষে ডাঙৰ ডাঙৰ টোম কেইটামান ৰুটিৰে ওপচ খাই ওলমি থাকে। সেই টোমকেইটাৰ কিৰিক্-কাৰাক্ শব্দবোৰ বহুত দূৰৰপৰা শুনিবলৈ পোৱা যায়।

ডাঙৰ ল'ৰাটোৱেই সেই কিৰিক্-কাৰাক্ শব্দটো প্ৰথমতে শুনিবলৈ পালে। লগে লগে সি ভায়েকৰ মুখলৈ চালে। তাৰ পিচত, সৰু ল'ৰাটোৱেও শব্দটো শুনিবলৈ পালে। সিও ককায়েকৰ মুখলৈ চালে; দুয়োটাৰে চকুৱে চকুৱে পৰিল। সৰু ল'ৰাটোৱে অস্ফুট মাতেৰে কৈ উঠিল—"ৰুটি!"

শব্দটো কাষ চাপি আহিল। গুলনাজ ঠাণ্ডা কোঠাটোৰ ভিতৰত লাহে লাহে থিয় হৈ উঠিল। বাহিৰলৈ ওলাবৰ বাবে গাত এখন চাদৰ মেৰিয়াই ল'লে। তেওঁ থিৰাং কৰিলে, ৰুটিৱালাৰপৰা দুখন ৰুটি ধাৰলৈ বিচাৰিব। পিচত, কাপোৰ ধোৱা কাম কৰি পইচা পালেই শোধ কৰি দিব। তেওঁ দুৱাৰখনৰ শলখাত হাত থৈ, ভিতৰতে অলপ পৰ থমকি ৰ'ল। শব্দটো গভীৰ মনোযোগ দি শুনিবলৈ ধৰিলে। ঘোঁৰাৰ খুৰাৰ শব্দ যিমানে ওচৰ চাপি আহিল, তেওঁৰ সাহসটো সিমানে বেছিকৈ গুৰি হৈ আহিল। যেন তেওঁৰ সাহসটো ঘোঁৰাৰ খুৰাৰ তলত পৰি লাহে লাহে ধূলি হৈ পৰিল। শব্দটো যেতিয়া মাথোন কেইখোজমান আঁতৰত, তেতিয়া গুলনাজে একে কোবে দুৱাৰখন খুলি পেলালে। গুলনাজে তেওঁৰ বিস্ফাৰিত চকুৰে খোদাৰ করুণাস্বৰূপ এই খাদ্য-সম্ভাৰৰ পিনে চাই ৰ'ল। চাৰিচুকীয়া টোমবোৰ ৰুটিৰে ঠাহ খাই আছে। বগা ঘোঁৰাটোৰ পিঠিৰ দুয়োপিনে টোমবোৰ ওলমি মাটি চুই যাওঁ যাওঁ হৈছে। ৰুটিবোৰ শুধ্ বগা ময়দাৰে তৈয়াৰী। একেবাৰে গৰম আৰু ফচফচীয়া হৈ আছে - চুবলৈ পালেও কি যে আৰাম নেলাগিব! আঙুলিবোৰ কিজানি ৰুটিৰ মাজত

সোমাই পৰিব! এটা ধুনীয়া মলমলীয়া গোন্ধ নাকৰ ভিতৰেদি সোমাই ডিঙিৰ তললৈ নামি যোৱা যেন লাগিল! গুলনাজে ঢোক গিলিলে। গুলনাজে মুখখন মেলি ৰুটিৱালাক কিবা এটা ক'বলৈ লওঁতেই, সি চিঞৰি উঠিল, —"আস্তে-আস্তে!" লগে লগে গুলনাজৰ সাহসৰ তলি উদং হৈ আহিল—থৰ লাগি বৈ গ'ল, মুখৰপৰা এটা কথাও নোলাল। ৰ' লাগি মাথোন তেওঁলোকৰ ঘৰৰ দেৱালৰ কাষেদি পাৰ হৈ যোৱা ৰুটিখিনিলৈ অনিমেষ নয়নে চাই ৰ'ল। খোদাৰ করুণাস্বৰূপ সেই ৰুটিৰ পাহাৰটো চকুৰ আগেদি পাৰ হৈ গৈছে। অথচ হাতখন আগবঢ়াই সেই করুণা গ্ৰহণ কৰাৰ সামৰ্থ্য তেওঁৰ নাই। ঘোঁৰাটো আগবাঢ়ি গ'ল। তাৰ নেজৰ বগা চুলিখিনি ৰুমাল এখনৰ দৰে জোকাৰি জোকাৰি সি যেন কৈ গ'ল,—"বিদায় গুলনাজ! বি-দায়!"

দুৱাৰখন ঘটংকৈ জপাই, গুলনাজ ভিতৰলৈ সোমাই আহিল। তেওঁ ল'ৰা দুটাৰ ৰঙা পৰি অহা চকুকেইটাৰ পিনে চাবলৈ সাহস কৰিব নোৱাৰিলে—সিহঁতে বৰ আশা কৰি বৈ আছিল। তেওঁ তেওঁৰ শূন্য হাত দুখন লুকুৱাবলৈ ঠাই বিচাৰি নেপালে। হঠাৎ, তেওঁৰ তেনেকুৱা দুখন হাত থকাৰ বাবেই নিজৰ ওপৰত ধিক্কাৰ উপজিল। কোনেও কোনো কথা নক'লে; ল'ৰা দুটাই মাথোন মুখ দুখন ওভোতাই নিলে। ডাঙৰ ল'ৰাটোৱে মাকৰ শূন্য হাত দুখন দেখা নেপাবৰ বাবে চকুহাল জপাই ধৰিলে। সৰু ল'ৰাটোৱেও তাকে কৰিলে। গুলনাজ মজিয়াৰ ওপৰত পাৰি থোৱা গাদী এখনৰ ওপৰত বহি পৰিল। যেন তেওঁ কোনো মানুহ নহয়—মাথোন এটা কোমল ওপঙি থকা ছাঁ। ভৰি দুখন ঘাগ্ৰাৰ মাজত লৈ, মলিয়ন চাদৰখনেৰে বাহু দুটা ঢাকি ঘৰৰ চুকত এনেদৰে কুচিমুচি ৰ'ল, যেন তেওঁ এক অসীম শূন্যতাৰ মাজত বিলীন হৈ যাব খুজিছে, মস্ত এটা ফটাকানিৰ টোপোলাৰ দৰে তেওঁ তাতে পৰি ৰ'ল। ঘৰটোৰ পৰিবেশ আৰু বেছি নিথৰ হৈ পৰিল; নিস্তব্ধতাও বাঢ়ি গ'ল। প্ৰায় আধা ঘণ্টাতকৈয়ো বেছি সময় কোনেও অকণো লৰচৰ নকৰাকৈ থাকিল। অৱশেষত, সৰু ল'ৰাটোৱেই আকৌ এবাৰ নিস্তব্ধতা ভাঙি দিলে। সি শুই থকাৰপৰাই চিঞৰি উঠিল,—"মা! মা!"

"কি?"

"মই আৰু নোৱাৰোঁ। মোৰ পেটৰ ভিতৰত কিবা এটা হৈছে।"

"সোণটো! মোৰ সোণটো!"

"এইখিনিতে - ঠিক এইখিনিতে। কিহবাই যেন চিকুটি ধৰিছে।"

"ভোকৰ কাৰণে। মোৰ পেটৰ ভিতৰতো তেনেকুৱা হৈছে ভয়



নকৰিবি, একো নহয়। মাথোন পেটু-নাড়ীবোৰ উজাৰ খাই উঠিছে।"

"মই কিজানি মৰিম। মৰি থাকিম, মা।"

ডাঙৰ ল'ৰাটোৱে তাৰ চকুহাল মেলিলে আৰু ভায়েকটোৰ পিনে চালে। গুলনাজে ছুৱোটাৰ মুখৰ ওপৰত চকু থ'লে। সৰু ল'ৰাটো জলকা লাগিল। তাৰ চকুৰ পাহি দুটা ক'লা পৰি উঠিছে; ওঁঠ দুখন শুকান, কৰ্কৰীয়া আৰু বগা হৈ পৰিছে; গাল দুখন সোমাই গৈছে; আৰু তাৰ গাৰ ছালখন সোঁতোৰা-সোঁতোৰ আৰু মুগা-বৰণীয়া হৈ উঠিছে। অৱশেষত, গুলনাজে ডাঙৰ ল'ৰাটোক ওচৰলৈ মাতিলে। সি উঠি অহাৰ লগে লগে, ছুৱো কোঠাৰ ভিতৰৰপৰা ওলাই গ'ল। ছুৱোটা কোঠাৰ মাজৰ চ'ৰাখনত থিয় হৈ, মাকে তাৰ কাণত ফুচফুচাই ক'লে,—"যাচোন, তাই বদজৰ দোকানৰপৰা আহগৈ। যেনে তেনে আনিবই লাগিব। কেইটামান চাউল, অলপ ময়দা আৰু দুটামান আলু। ক'বি, দুদিন মানৰ পিচতে ধাৰ মাৰি দিম।"

ল'ৰাটোৰ আপচু কোট-চোলাটো, বাহিৰত যি জাৰ পৰিছিল, তাৰ জোখাৰে গৰম নহয়। তাৰ ভৰি দুখনো শক্তিহীন হৈ পৰিছিল। গতিকে, কোনোমতে দেৱালত ভেজা দি খুপি খুপি খোজ চলালে। অৱশেষত, সি চেৰাপাছা পাহাৰলৈ যোৱাৰ বাটতে পৰা দোকানখন পালেগৈ। দোকানখনৰ ভিতৰত একুৰা জুই ধৰি থোৱাত সি অলপ উম অনুভৱ কৰিলে। বাকীবোৰ গ্ৰাহকে বস্তু কিনি দোকানৰপৰা ওলাই যোৱালৈ সি বাট চাই ৰ'ল। লগতে সি জুইৰ ওচৰত হাত-ভৰিবোৰো সেকি ল'লে। আটাইবোৰ যোৱাৰ পিচত সি এক পাউণ্ড চাউল, এক পাউণ্ড ময়দা আৰু এক পাউণ্ড আলু বান্ধি দিবলৈ ক'লে। তাৰ পিচত, জেপটো খেপিয়াই পইচাখিনি ঘৰতে এৰি অহাৰ ভাও ধৰি ক'লে,—"ছেঃ! পইচাখিনি ঘৰতে এৰি থৈ আহিলোঁ। কি কৰোঁ এতিয়া! এই হাড়-কঁপোৱা জাৰত আকৌ এবেলি ঘৰলৈ গৈ উভতি অহাৰ কথাও ভাবিবই নোৱাৰি। নহ'লে, কাম এটা কৰক—লেখি থওক। পইচাখিনি কাইলৈকে দি যামহি।"

বদজে এইবোৰ কায়দা-কানুন ভালকৈয়ে জানে। গতিকে, চশমাৰ ওপৰেদি তাৰ পিনে দৃষ্টি এটা হানি উত্তৰ দিলে,—"বাপু, তুমি দেখোন শুকাই-খীনাই নোহোৱাই হ'লা! ঘৰত পইচা-পাতি থকা মানুহ এইদৰে খীনাব নেলাগে যেন পাওঁ।"

ল'ৰাটোক বান্ধি দিয়া টোপোলাকেইটা একাষৰীয়া কৰি আঁতৰাই লৈ

ক'লে—"আগতে পইচাকেইটা লৈ আহাঁগৈ! বস্তুখিনি তেতিয়াই নিবা।"

"ঠিক আছে।" —ল'ৰাটোৱে মিছা কথা কৈ ধৰা পৰি চুচুক-চামাক কৰিলে। "মই বাৰু লৈ আহোঁগৈ।"—বুলি সি দোকানৰপৰা ওলাই আহিল।

ল'ৰাটো যোৱাৰ পিচত, দোকানৰ মাল বেচা কামত সহায় কৰিবলৈ বহি থকা বৈণীয়েকৰ পিনে চাই বদজ আগাই ক'লে,—"ইহঁতৰ কথা ভাবিলে দুখেই লাগে। এতিয়াৰপৰা কি কৰি কেনেকৈ যে জীয়াই থাকিব!"

বৈণীয়েকে মূৰ দুপিয়াই ক'লে,—"এৰা, ভাবিলে মোৰো বৰ দুখ লাগে। বেচেৰাহঁত কেনেকৈ যে জীয়াই থাকিব!"

বাটৰ বৰফ-চেঁচা জাৰটো দোকানত সোমোৱাৰ আগতে যিমান আছিল; ওলাই অহাৰ পিচত যেন আৰু বেছি বাঢ়ি গ'ল! ল'ৰাটোৰ চকুত পৰিল, চুকৰ বগা ঘৰটোৰ চিমনিয়েদি ধোৱাঁ ওলাই আছে। সেই ঘৰটোৰ ভিতৰত থকা মানুহবোৰ কিমান যে সুখী! কিন্তু, তেওঁলোকৰ প্ৰতি তাৰ অকণো ঈৰ্ষা নুপজিল। বৰং তেওঁলোকৰ প্ৰতি তাৰ শ্ৰদ্ধাহে আছে। কাৰণ, জীৱনৰ ভিতৰত আটাইতকৈ বঢ়িয়া ভাতসাজ সেই মানুহঘৰেই খুৱাইছে!

যিমান পাৰে সিমান বেগাবেগিকৈ সি ঘৰমুৱা হ'ল। জাৰ লাগি তাৰ দাঁতবোৰ সিৰসিৰাই উঠিছিল। ঘৰলৈ আহি, সি মাককো একো নক'লে, ভায়েককো নক'লে। তাৰ খালী হাত দুখনেই তাৰ ব্যৰ্থতাৰ কথা কৈ দিলে।

সিহঁতৰ প্ৰশ্নমুখৰ চকুৰ সমুখতে, সি কাপোৰ-কানি সলাই তেতিয়াও উমাল হৈ থকা পাটীত বাগৰ দিলেগৈ। অলপ পৰৰ পিচত সি ক'লে,—"মোৰ জাৰ লাগিছে। জাৰ লাগি কঁপনি উঠিছে।" গাৰ কম্বলখন তাৰ দেহৰ কঁপনিৰ লগে লগে উঠা-নমা কৰিবলৈ ধৰিলে।

গুলনাজে হাতৰ কাষত যিহকে পালে তাকে তাৰ গাত জাপি দিবলৈ লাগিল। ভয়-ভয় চকুৰে তেওঁ সেই কাপোৰৰ দ'মটো উঠা-নমা কৰা চাই থাকিল। প্ৰায় ডেৰ ঘণ্টামানলৈকে সি তীৱকঁপে কঁপিয়েই থাকিল। তাৰ পিচত জ্বৰ উঠি ঘামিবলৈ ধৰিলে আৰু অৱশ হৈ পৰিল। ল'ৰাটো পাটীৰ ওপৰত লালকাল দি পৰি থাকিল। তাৰ চকুহাল থৰ লাগি ৰ'ল। গুলনাজে কাপোৰ-কানিবোৰ গুচাই তাৰ কপালখনৰ ওপৰত চেঁচা হাতখনেৰে চুই চালে। কপালখন জুই যেন গৰম হৈ উঠিছে!

সন্ধিয়ালৈকে গুলনাজে ঘৰটোৰ ভিতৰতে অস্থিৰভাৱে ঘূৰি ফুৰিবলৈ ধৰিলে। তেওঁ ভাবি ভাবি মোৰ নেপালে, কি কৰিলে ভাল হ'ব! ভাবিবৰো



শক্তি নোহোৱা হৈ আহিল। মাথোন বাহিৰ-ভিতৰ কৰি, শূন্য দৃষ্টিৰে দেৱাল, চিলিঙি আৰু আচবাবসমূহলৈ চাই থকাৰ বাহিৰে তেওঁ একোৱেই কৰিব নোৱাৰিলে। হঠাৎ তেওঁৰ ধাৰণা হ'ল, তেওঁৰ যেন ভোকটো নোহোৱা হৈ গ'ল! যেন অতিপাত গৰম নাইবা জাৰত দেহাটো একেবাৰে অনুভূতিহীন হৈ পৰিছে! ক্ষুধাৰ জ্বালাত দেহাৰ সকলোবিলাক স্নায়ু নিষ্পন্দ আৰু নিষ্ক্ৰিয় হৈ পৰিল।

বেলিটো এইমাত্ৰ ডুব গ'ল; জ্বৰ হোৱা ল'ৰাটোৰ গাৰপৰা আঁতৰাই মজিয়াৰ ওপৰত পেলাই থোৱা কাপোৰৰ দ'মটো এটা মূৰ্তিমান আন্ধাৰৰ স্তূপ যেন হৈ পৰিল। সেই কাপোৰ দ'মলৈ চাই হঠাৎ গুলনাজৰ মূৰত এটা বাস্তৱ-বুদ্ধি খেলাই গ'ল। এই কাপোৰৰ দ'মটো কিনি লোৱা মানুহ নোলাবনে? তেওঁৰ মনত পৰিল, চুবুৰীটোৰ কোনোবা এজনে যেন তাহানিখনেই কৈছিল—বজাৰত কোনোবা এখন দোকান আছে, পুৰণি বস্তু সস্তা দৰত কিনে। এতিয়ামানে দোকানখন কিজানি বন্ধই হ'ল। গতিকে, ৰাতিপুৱালৈকে ৰ'ব লাগিব।

সমাধানৰ বাট এটা পাই তেওঁৰ মনলৈ অলপ শান্তি আহিল। ঘৰৰ ভিতৰতে উপায়বিহীনৰ দৰে খোজ কাঢ়িবলৈ এৰি, গুলনাজ আহি পুতেকৰ পাটীৰ কাষত বহিলহি।

পুতেকৰ জ্বৰ আগতকৈয়ো চৰিছে। গুলনাজ স্থিৰ আৰু নিষ্পন্দ হৈ বহি ৰ'ল। সৰু ল'ৰাটোৰেও পেটৰ কলমলনিত শুব পৰা নাই। নৰিয়া ল'ৰাটোৱে লাহে লাহে কেঁকাবলৈ ধৰিলে; অশান্তি পাই ছটফটাবলৈ ধৰিলে। তাৰ গাল দুখন পকা-অঙঠাৰ দৰে ৰঙা পৰি উঠিল। মাজে মাজে সি ভ্ৰম বকিবলৈ ধৰিলে। সি তাৰ থৰ চকুহালেৰে চিলিঙিখনৰ পিনে চাই ৰ'ল। যদিও চাই ৰ'ল, তথাপি সি একোকে মণিব নোৱাৰিলে। স্থিৰ, বিস্ফাৰিত আৰু ঘোলা চকুহালেৰে মাথোন চায়েই ৰ'ল। সৰু ল'ৰাটোৱে শোৱাৰপৰাই ককায়েকৰ গতি-গোত্ৰ চাই আছিল। নৰিয়া ল'ৰাটোৱে যেতিয়া আকৌ এবাৰ ভ্ৰম বকিবলৈ আৰম্ভ কৰিলে, সৰুটো ল'ৰা বিচনাৰ ওপৰতে উঠি বহিল। তাৰ পিচত, সি অতি ক্ষীণ মাতেৰে মাথোন মাকে শুনাকৈ ফুচফুচাই সুধিলে,—"মা, ককাইটি বাৰু মৰিব নেকি?"

গুলনাজৰ গোটেই গাটো জিকাৰ খাই উঠিল! হঠাৎ যেন এজাক চেঁচা বতাহে কোবাই গ'লহি। তেওঁ অতি ভয়-ভয়কৈ সৰুটো ল'ৰাৰ পিনে চালে আৰু সুধিলে,—"কিয় সুধিলি তেনেকৈ?"

ল'ৰাটোৱে মাকৰ চকুৰ পিনে চাই অলপ ৰ'ল। তাৰ পিচত, মাকৰ কাণৰ ওচৰলৈ মুখখন নি, ককায়েকৰ কাণত যাতে কোনোপধ্যেই নপৰে তেনেকুৱাকৈ লাহে লাহে উত্তৰ দিলে ঃ

"তেতিয়া কিজানি সেই বগা ঘৰটোৰপৰা আকৌ খোৱা-বস্তু দি যাবহি।"

# যুগোশ্লাভিয়া

## মিলোভান জিলাছ

মিলোভান জিলাছ বিংশ শতিকাৰ নিৰ্যাতিত ৰাজনীতিবিদ্‌সকলৰ অন্যতম। এওঁৰ 'নতুন শ্ৰেণী' নামৰ পুথিখনে পৃথিৱীৰ সাম্যবাদী আন্দোলনৰ বাবে কিছুমান মৌলিক প্ৰশ্নৰ অৱতাৰণা কৰিছে। বৰ্তমান এওঁ বন্দীশালৰ আন্ধাৰ কোঠাত। এওঁৰ গল্পসমূহ প্ৰত্যক্ষ অভিজ্ঞতাৰে মহিমামণ্ডিত। সেই গল্পসমূহ যুগোশ্লাভ সাহিত্যৰ অমৰ সম্পদ বুলি পৰিগণিত।

## যুদ্ধ/মিলোভান জিলাছ

পশ্চিমৰপৰা পূবলৈ এখন ডাঙৰ নদী বৈ গৈছে। সেই নদীখন তাতোকৈয়ো ডাঙৰ আন এখন নদীত পৰিছেগৈ। প্ৰকৃতিৰ এয়েই নিয়ম, সৰু সৰু নদীবোৰ সদায় ডাঙৰ ডাঙৰ নদীত পৰেগৈ। আৰু, এই নদীবোৰৰ পাৰে পাৰে কত যে যুদ্ধ-বিগ্ৰহ লাগিছে, কতবাৰ যে সীমান্ত নিৰ্ধাৰিত হৈছে! কাৰণ, জীৱনৰ প্ৰবাহ নদীৰ প্ৰবাহৰ দৰেই একে। এই নদীবোৰে বিভিন্ন সময়ত বিভিন্ন জাতিৰ মাজত বিভাজন-ৰেখা টানি দিছে অথবা সম্পৰ্কৰ সেঁতু ৰচনা কৰি দিছে।

এই ডাঙৰ নদী দুখনৰ পাৰতে তিনি মাহ ধৰি যুদ্ধ চলিছে। উভয় পক্ষৰে সৈন্যবল যিহেতু সমান, কোনেও কাকো জোকাই ল'বলৈ সাহস কৰিব পৰা নাই। আৰু, এই নিষ্ক্ৰিয় অৱস্থাটো শীতকাল আৰম্ভ হোৱাৰ লগে লগে আৰু বেছি সম্পূৰ্ণ হৈ উঠিছে; কাৰণ, শীতকালত আক্ৰমণ-পদ্ধতি গ্ৰহণ কৰিবলৈ হ'লে বেছি সৈন্য-সামন্ত আৰু বেছি ৰছদ-পাতি লাগে। দুয়োটা সৈন্য বাহিনীয়ে নদীৰ পাৰে পাৰে খাৰৈ খান্দি সুবিধাজনক ঠাইত ঘাটি স্থাপন কৰি লৈছে, যাতে বসন্ত অহাৰ লগে লগে বতৰ যেতিয়া বেছি উমাল হ'ব আৰু ঘাঁহ-বনবোৰ যেতিয়া গজি উঠিব, তেতিয়া পৰস্পৰে পৰস্পৰৰ ওপৰত চূড়ান্ত আঘাত হানিব পাৰে। যুদ্ধক্ষেত্ৰৰ সীমাৰেখা এই ডাঙৰ নদীখনৰ ওপৰেদিয়েই পাৰ হৈ গৈছে। তেনে সীমাৰেখা যিকোনো নদীৰ ওপৰেদি পাৰ হৈ যাব পাৰে অথবা নেযাবও পাৰে, কিন্তু তাৰ প্ৰতি সকলো নদীয়েই সমানে নিৰ্বিকাৰ। এই নদীখনৰ ক্ষেত্ৰতো সেই একে ঘটনাই ঘটিছে। দক্ষিণৰ পিনে অথবা উত্তৰ-পশ্চিম দিশে কিমান দূৰলৈকে এই যুদ্ধক্ষেত্ৰ বিস্তৃত, বৃহত্তৰ নদীখনৰ কোন ঠাইত উভয় পক্ষৰ যোগাযোগ ঘটিছে, এইখন নদীৰ পাৰত যুদ্ধ এতিয়াও চলি আছে নে নাই—এই সকলোবোৰ কথা অত্যন্ত উপেক্ষাৰ বিষয়। মাত্ৰ ত্ৰিছ মাইল বহল এটুকুৰা সংকীৰ্ণ ঠাই আছে, দুয়োখন নদীৰ মাজত। এই ঠাইডোখৰ 'ট্ৰেন্স' আৰু 'ফক্সহোল' প্ৰভৃতি বিভিন্ন



ধৰণৰ খাৰৈৰে সৈতে এখন যুদ্ধক্ষেত্ৰত পৰিণত হৈছে। এইদৰে ক্ষত-বিক্ষত হোৱা সত্বেও ঠাইডোখৰ তাৰ প্ৰতি সম্পূৰ্ণ নিৰ্বিকাৰ, ঠিক যেনেকৈ নিৰ্বিকাৰ ঘেঁহুৰ পথাৰ, খেজুৰৰ বন, গাওঁ আৰু চহৰসমূহ।

কিন্তু, যিবোৰ মানুহ এই নদী দুখনৰ পাৰত বাস কৰি আহিছে, সিহঁত এই বিষয়ে নিৰ্বিকাৰ হৈ থাকিব পৰা নাই, যদিও চলি থকা এই যুদ্ধখনৰ বাবে সিহঁত মুঠেই দায়ী নহয়। ইয়াত বহুদিন ধৰি পৃথিৱী আৰু সূৰ্যই মানুহৰ জীৱনৰ ওপৰত সিহঁতৰ অমেয় মৰম উজাৰ কৰি দি আহিছে। এই ঠাইডোখৰতেই মানুহবোৰে চিৰকাল কটাই আহিছে। মানুহ আৰু সিহঁতে বাস কৰা পৰিবেশৰ ওপৰত প্ৰভুত্ব বিস্তাৰৰ কাৰণে চলা সংঘৰ্ষৰে স্বৰূপটো হ'ল যুদ্ধ। এই যুদ্ধ যি ঠাইতেই সংঘটিত হয়, সেই ঠাইৰেই মানুহৰ জীৱন উৎপাটিত কৰি যোৱাটোৱেই তাৰ স্বভাৱ। এই নদী দুখনৰ পাৰৰ মানুহখিনি যদি সেই ঠাইত নেথাকি আন ক'ৰবাত থাকিলেহেঁতেন, তথাপি যুদ্ধই সিহঁতক খেদি খেদি লগ ধৰিলেহেঁতেন।

যিকোনো যুদ্ধতে অন্ততঃ দুটা পাৰস্পৰিক শত্ৰুভাৱাপন্ন সৈন্য বাহিনীৰ প্ৰয়োজন। সিহঁতৰ অবৰ্তমানে কোনো যুদ্ধই সম্ভৱপৰ নহয়। প্ৰত্যেকটো পক্ষই বিপৰীত পক্ষৰ কামত আহিব পৰা প্ৰত্যেকটো বস্তু ধ্বংস কৰিবলৈ বিচাৰে। কিন্তু, মানুহৰ মগজু আৰু হাতেৰে তৈয়াৰী কৰা এনে কিবা বস্তু পৃথিৱীত আছে জানো, যিটো বস্তুৱে শত্ৰুৰ শক্তি অলপীয়াকৈ হ'লেও বৃদ্ধি কৰিব নোৱাৰে? সেইবাবে শত্ৰুক দুৰ্বল কৰি তোলাৰ প্ৰকৃষ্টতম পন্থা হ'ল, হাতৰ কাষত যিহকে পোৱা যায় তাকে ধ্বংস কৰা। যুদ্ধৰ কোনো বিচাৰ-বুদ্ধি নাই আৰু ই ক'ব নোৱাৰে, কোনটো বস্তু কেতিয়া শত্ৰুৰ কামত আহিব পাৰে। সেইবাবে বিজ্ঞতম পন্থা হ'ল, প্ৰত্যেকটো বস্তুৰেই ধ্বংসসাধন - ঘৰ আৰু পথাৰৰ খেতি, দলং আৰু মিউজিয়াম সকলোৰে ধ্বংসসাধন—আৰু সেই ধ্বংস-যজ্ঞৰ প্ৰধান লক্ষ্য হ'ল, মানুহৰ জীৱন আৰু জীৱন-ধাৰণৰ সকলোবোৰ ইন্ধন।

সিহঁত যেতিয়া পশ্চিম অভিমুখে পিচ-হুঁহকি গৈছিল, তেতিয়া শত্ৰু বাহিনীয়ে নদীৰ ওপৰত থকা সকলোবোৰ দলং আৰু নাও ধ্বংস কৰি থৈ গৈছিল। আনকি, সেই সৰু সৰু দুজনীয়া নাওবোৰো বাদ যোৱা নাছিল, যিবোৰ নাৱত এহাল প্ৰেমিক-প্ৰেমিকা একেলগে বহি যাব পাৰে, যিবোৰ নাৱত ইজনে সিজনক সাৰটি ধৰিবলৈ বিচাৰে আৰু পৰস্পৰে পৰস্পৰৰ জীৱন ৰক্ষা কৰিবলৈ বিচাৰে। যুদ্ধক্ষেত্ৰৰ ওচৰে-পাঁজৰে ক'তোৱেই এখন দলঙো বাদ নপৰিল, এখন ফেৰী-জাহাজ, এখন সৰু নাও পৰ্যন্ত বাদ নপৰিল। ওচৰৰ কথা নেলাগেই,

দূৰবৰিলাকো বাদ নপৰিল ; কাৰণ, যুদ্ধক্ষেত্ৰখন আজি যদি ইয়াত আছে, কাইলৈ সৌখিনি পাবগৈ পাৰে। যিবোৰ নাও শত্ৰুৰ চকুৰপৰা মাছমৰীয়া-বিলাকে লুকুৱাই ৰাখিবলৈ সক্ষম হৈছিল, সেই নাওবোৰ আগবাঢ়ি অহা সৈন্য বাহিনীয়ে অধিগ্ৰহণ কৰি ল'লে। সেই নাওবোৰ তেওঁলোকৰ কামত প্ৰয়োজন বুলি তেনেকৈ লোৱা নাছিল, লৈছিল, জানোচা সেই নাওবোৰ কেনেবাকৈ শত্ৰুৰ কামত আহে, জানোচা অনুপ্ৰবেশকাৰী চোৰাংচোৱা আৰু পশ্চাদ্‌ঘাতীহঁতৰ কামত আহে! কেৱল সেয়ে নহয়, শত্ৰু-বাহিনী উভতি আহিলে, সিহঁতৰ কামতো আহিব পাৰে।

যুদ্ধৰ মাজতো, যুদ্ধ চলি থকা সত্বেও মানুহে জীৱন যাপন কৰিবই লাগিব। সেইবাবে, যুদ্ধক্ষেত্ৰৰ পিচপিনে থকা অঞ্চলসমূহৰ অধিবাসীসকলে জলপথৰ যাতায়াত মুকলি কৰিবৰ কাৰণে চেষ্টা কৰিলে। কিন্তু, তেওঁলোকৰ আৰ্থিক সামৰ্থ্য নাছিল আৰু তেওঁলোকে বঢ়িয়াকৈ বুজিছিল যে, নতুনকৈ সজা যি কোনো নাও বাজেয়াপ্ত হোৱাৰ সম্ভাৱনা আছে। গতিকে, তেওঁলোকৰ যাতায়াতৰ একমাত্ৰ উপায় হ'ল, সামৰিক বিভাগৰ এখন ফেৰী জাহাজ। এই ফেৰীখন সৈন্য-বাহিনীৰ নিজৰ প্ৰয়োজনতে চলিছিল। কাৰণ, শত্ৰু সৈন্যৰ হাতত যিবোৰ বস্তু আছে, যিবোৰ বস্তু নাই আৰু যিবোৰ বস্তু থকাৰ সম্ভাৱনা, সেই সকলোবোৰ বস্তুৰ গৰাকী হ'বৰ বাবেই সৈন্য-বাহিনীৰ অস্তিত্ব।

ফেৰী জাহাজখনৰ সৈনিকসকল খুব ভাল মানুহ। সকলোবোৰ সৈনিকেই ভাল মানুহ, যেতিয়ালৈকে সিহঁতে সৈনিকৰ সাজ নিপিন্ধে ; আনকি সৈনিকৰ সাজ পিন্ধাৰ পিচতো সিহঁত ভাল মানুহ, যেতিয়ালৈকে সিহঁত যুদ্ধত ব্যস্ত হৈ নেথাকে। সিহঁতে কোনো ভাৱা নোলোৱাকৈয়ে স্থানীয় মানুহক নৈখনৰ ইপাৰ-সিপাৰ হ'বলৈ দিয়ে। যিখন ঠাইত যুদ্ধ চলি আছে, সৈনিকবোৰ যদি সেই ঠাইৰেই মানুহ হ'লহেঁতেন, তথাপি সিহঁতে এই কামটো ইয়াতকৈ বেছি মৰম আৰু সহানুভূতিৰে সম্পাদন কৰিব নোৱাৰিলেহেঁতেন। ফেৰীখন যদি যুদ্ধৰ কামত নেলাগিলহেঁতেন, তেতিয়া যদি সিহঁতে এই কাম কৰি দিলেহেঁতেন, তেনেহ'লে কথাটো বুজিব পাৰি ; কিন্তু সিহঁত যেতিয়া যুদ্ধৰ কামতেই সেই ঠাইত আছে আৰু যুদ্ধৰ কামকে কৰি আছে, তেনে এটা সময়ত সিহঁতৰ এই মৰম আৰু সহানুভূতি সঁচাকৈয়ে বিস্ময়কৰ।

যিহেতু শত্ৰুপক্ষৰ বিমান বাহিনী গোটেই দিনটো আকাশত উৰি ফুৰে, সেইবাবে ৰাতিহে সেই ফেৰীখন সৈন্য-বাহিনীৰ কামত লগোৱা হয়। দিনৰ ভাগত কেৱল স্থানীয় মানুহবোৰক অনা-নিয়া কৰাত লগোৱা হয় ; আৰু এই পৰিস্থিতি-



টোৰ লগত মানুহবোৰে নিজকে খাপ খুৱাই লৈছে। তেওঁলোকে দিনৰ মাজ-ভাগত অহা-যোৱা নকৰিছিল। চাকি জ্বলিবৰ পৰত যেতিয়া আকাশত শত্ৰুৰ কোনো বিমান দেখা নেযায় আৰু যেতিয়া ফেৰীখনত তেওঁলোকৰ নিজৰ সৈন্য বাহিনীৰ মানুহে অহা-যোৱা কৰিবলৈ আৰম্ভ নকৰে, অথবা দোকমোকালিৰ পৰত যেতিয়া শত্ৰুৰ কোনো বিমানেই উৰিবলৈ আৰম্ভ নকৰে আৰু যেতিয়া তেওঁলোকৰ সৈন্য-বাহিনীৰ মানুহবোৰৰ অহা-যোৱা শেষ হয় - ঠিক এই ছুটা সময়তে মানুহবোৰে নৈখন পাৰ হ'বলৈ ঘাটৰ পাৰত থুপ খায়হি।

জাৰকালি যিকোনো এটা আবেলিৰ দৰেই, সেই আবেলিটোও আছিল গোমা ডাৱৰে ঢকা, সেমেকা বতাহে কোবাই যোৱা আৰু হাড় কঁপোৱা শীতল আবেলি। নৈখনৰ বাওঁপিনৰপৰা, অৰ্থাৎ যুদ্ধক্ষেত্ৰৰ পিনৰপৰা এটা কান্দোনৰ শব্দ ওপঙি আহিছিল। পাৰত তেতিয়া কেইজনমান সাধাৰণ সৈনিক, তিনিজন অফিচাৰ, এজন গুপ্তচৰ বিভাগৰ মেজৰ আৰু তেওঁৰ অধীনস্থ এজন কেপ্তেইন আছিল। আৰু আছিল এজন লেফটেনাণ্ট ; তেওঁৰ ওপৰতে ফেৰীখনৰ সকলো দায়িত্বভাৰ ন্যস্ত আছিল। তেওঁলোকে অনুমান কৰিলে, কোনোবা খেতিয়কে যুদ্ধত নিহত তাৰ ভায়েকৰ মৃতদেহটো লৈ ঘৰলৈ উভতি আহিছে অথবা কোনোবা খেতিয়ক-তিৰোতাই নিজৰ পুতেক নাইবা স্বামীৰ মৃতদেহ লৈ ঘৰমুৱা হৈছে। কিন্তু, কান্দোনটো যে খেতিয়ক শ্ৰেণীৰ মানুহৰ—সেই বিষয়ে অকণো সন্দেহ নাই ; কাৰণ, কান্দোনৰ শব্দটো অতি তীক্ষ্ণ, দৃঢ় আৰু বিস্ৰস্ত। অফিচাৰ-সকলে এনেকুৱা ছুৰ্ভগীয়া যাত্ৰীবোৰক সন্ধিয়াৰ আগে আগে পাৰ কৰি দিবলৈ বিচাৰে ; কিন্তু কোনো উপায় নাই, তেওঁলোকে ফেৰীখন উইলো গছৰ এটা জোপোহাৰ আঁৰত লুকুৱাই ৰাখিবলৈ বাধ্য হৈ পৰিছে। দিনৰ প্ৰত্যেকটো মুহূৰ্ততে ডাৱৰৰ মাজৰপৰা একোখন বিমান ঘপ্‌কৈ ওলাই আহে। যেন যিখন নদীৰ পানী ৰূপালীও নহয়, নীলচীয়াও নহয়, বৰং ঘোলা ৰঙৰ, সেই নদীৰ পানীখিনি আৰু গোমা আকাশৰ ৰংটোৰ লগত মিলি থকা ঘোলা জলাহৰ মাজত নিমগ্ন উইলো গছৰ ক'লা নঙঠা ৰূপটো পৰিদৰ্শন কৰাৰ আমোদকণ লাভ কৰাটোৱেই সেই বিমানখনৰ একমাত্ৰ লক্ষ্য।

যেতিয়া নদীৰ পানীৰ ওপৰত কঠিন ধূসৰ ৰঙৰ ডাৱৰখিনি ওলমি পৰিল আৰু লাহে লাহে আনবোৰ দিনতকৈ অলপ সোনকালেই সন্ধ্যাৰ আন্ধাৰ নামি আহিল, তেতিয়া অফিচাৰসকলে সিদ্ধান্ত কৰিলে যে বিমান আক্ৰমণৰ বিপদ পাৰ হৈ গ'ল। জলাহৰ মাজৰপৰা সশব্দে সেই ফেৰীখন ঘাটৰ পিনে লৈ অনা হ'ল।

ইমানপৰে বন্ধ হৈ থকা কান্দোনৰ শব্দটো আকৌ এবাৰ বাজি উঠিল, যেন আশংকা হৈছে, ফেৰীখন আকৌ এবাৰ জলাহৰ মাজলৈ উভতি যাব! এজাক মানুহ এপাল গৰু-ছাগলীৰে সৈতে ফেৰীৰ ওপৰলৈ হুৰমূৰকৈ উঠি আহিল। কেইবাদিনো নুখুৰুৱাকৈ থকা ডাড়িৰে ভোবোকাৰ এজন বয়সীয়া মানুহে তেওঁৰ অবাধ্য ঘোঁৰাকেইটাক সমুখৰ পিনে আগ বাঢ়িবৰ বাবে প্ৰাণপণে হেঁচুকিবলৈ ধৰিলে। মানুহজনৰ কপালত বিৰক্তিৰ ধলিৰেখা স্পষ্ট হৈ উঠিল, ঠিক যেনেকৈ তেওঁৰ আপোন সংসাৰত মাজে মাজে এই বিৰক্তি প্ৰকাশ পায়। অৱশ্যে, সেই বিৰক্তিৰ ওপৰত অলপ কোমলতাৰ আৰু অলপ বিষাদৰ প্ৰলেপ এটাও নপৰাকৈ নাছিল; কাৰণ, তেওঁৰ গাড়ীখনত এটা কফিন আছিল। কফিনটোৰ দাঁতিতে এগৰাকী বুঢ়ী ; তেওঁৰ কপালৰ ওপৰত এখন ৰুমাল বন্ধা আছিল আৰু সেই ৰুমালখনে তেওঁৰ চকু-মুখ ঢাকি ৰাখিছিল। মানুহজনীয়ে তেওঁৰ বিশাল বাহুৰে কফিনটো সাৱটি ৰাখিছিল, যেন তেওঁৰ মনত এটা অজান ভয়, জানোচা সেই কফিনটো তেওঁৰ হাতৰপৰা কোনোবাই কাঢ়ি লৈ যায়!

"আঃ! নেযাৱ কেলৈ? তহঁতে মোৰ উদং ঘৰটোলৈ এবোজা দুখহে কঢ়িয়াই আনিছ।" খেতিয়কজনৰ কণ্ঠত হাঁহাকাৰৰ সুৰ বাজি উঠিল। লগে লগে তেওঁ ঘোঁৰাকেইটাৰ লেকামত ধৰি সমুখৰ পিনে টানিবলৈ ধৰিলে। বুঢ়ীগৰাকীয়ে আৰু বেছি উচ্চস্বৰেৰে কান্দি কান্দি কিবাকিবি কিছুমান ইনাই-বিনাই কফিনটো আন বাহুটোৰেও সাৱটি ধৰিলে।

কেপ্টেইনৰ চুলিকোছা আছিল ক'লা, দেহটো অত্যন্ত সুদৃঢ় আৰু মুখখন পেশীবহুল। তেওঁৰ মুখভংগী তেনেকুৱা হোৱাটোৱেই স্বাভাৱিক, কিয়নো, তেওঁ যে এজন কেপ্টেইন! তেওঁ খংমুৱাকৈ মানুহৰ জুমটোক গাড়ীখন তুলিব পৰাকৈ ফেৰীৰ মাজত অকণমান ঠাই আঁজৰাই দিবলৈ ক'লে। তাৰ পিচত, তেওঁ পাৰলৈ জাপ মাৰি গৈ এফেকোৱেই লেকামকেইডালত ধৰি সমুখৰ পিনে আজুৰিবলৈ ধৰিলে: "ককা! চাওঁ, মোক দিয়কচোন। সৰুৰেপৰা মই ঘোঁৰাৰ লগতে মানুহ হৈছোঁহি। এই মানুহবোৰ—আঃ, ইহঁতে অলপ আঁতৰি নিদিয়ে কেলৈ?"

ঘোঁৰাকেইটাই সিহঁতৰ লেকামত এখন সবল হাতৰ মুষ্টিবন্ধন অনুভৱ কৰিলে আৰু তক্তাখনৰ ওপৰত খুৰাৰে লঠিয়াই তাৰ শক্তি পৰীক্ষা কৰি ফেৰীৰ ওপৰলৈ একেচোঁচাই উঠি আহিল। খেতিয়কজনে কেৱল কেপ্টেইনকে ধন্যবাদ জনাই ক্ষান্ত নহ'ল, গোটেই সৈন্য-বাহিনীটোৰে গুণকীৰ্তন আৰম্ভ কৰি দিলে। বুঢ়ীয়েও তেওঁৰ লগতে সুৰ মিলাই ধন্যবাদ জনালে; অৱশ্যে তেওঁৰ কণ্ঠস্বৰত



অলপ বেছি শান্ত আৰু বিষণ্ণ অনুভূতিৰ আভাস ফুটি উঠিল। কেপ্টেইন ৰীতিমতে বিব্ৰত হ'ল। তেওঁ যেন হাতৰ বোকাখিনি মচিছে, ঠিক এনে ধৰণে হাত দুখন মোহাৰি মোহাৰি অত্যন্ত শান্ত কণ্ঠেৰে ক'লে: "ঠিক আছে ককা! আমাৰ কামেই হ'ল ৰাইজৰ সেৱা কৰা। সেইবাবেইতো আমি এই ঠাইত আছোঁহি। অ' হেৰি নহয়, কফিনটোৰ ভিতৰত কোন আছে?"

"কোন?" খেতিয়কজন চক্ খাই উঠিল, মুখৰ ওপৰত এক গভীৰ যন্ত্ৰণাৰ আভাস ফুটি উঠিল। তাৰ পিচত ক'লে: "ভগবানে মোক এই শাস্তি দিছে—সেইটো মোৰ ল'ৰা, মোৰ একমাত্ৰ ল'ৰা। দুটা—বুজিছে, দুটা ল'ৰা মই আগৰখন যুদ্ধতে হেৰুৱাইছোঁ। এতিয়া এইটোও—"

কেপ্টেইনে তেওঁক সান্ত্বনা দিবৰ কাৰণে কিবা এষাৰ ক'ব খুজিছিল। কোৱা হ'লে হয়তো কথাষাৰ গীৰ্জাৰ স্বীকাৰোক্তিৰ দৰে অত্যন্ত গম্ভীৰ শুনা গ'লহেঁতেন: "এৰা, স্বাধীনতা বোলা বস্তুটোৰ দাম অতি বেছি।" তেওঁ হয়তো ভাষা বিচাৰি পোৱা নাছিল অথবা হয়তো ভাবিছিল তেওঁ যিয়েই নকওক এই বিষাদৰ লগত একোৱেই খাপ নেখাব। সেই মানুহজনী তেনেহ'লে মৃতকৰ মাতৃ! তেওঁ মনে মনে আছিল আৰু মাজে মাজে কেৱল হুমুনিয়াহ কাঢ়িছিল।

কেপ্টেইনৰ পৰিৱৰ্তে লেফটেনাণ্টজনেই কথা ক'লেহি। ইমানপৰ তেওঁ ফেৰীৰ আনটো মূৰত বহি আছিল। তেওঁৰো চুলিকোছা ক'লা, কিন্তু কেপ্টেইনতকৈ বেছি ওখ। তেওঁৰ মুখত একোছা গোফ আছিল; গোফকোছা ইমান বেছি কোমল আৰু পাতল যে সি তেওঁৰ বয়স নিচেই কম বুলি বঢ়িয়াকৈ ঘোষণা কৰি দিছিল। তেওঁৰ মুখতো কেপ্টেইনৰ মুখৰ অনুৰূপ ভাব; কাৰণ, তেওঁ এজন লেফটেনাণ্ট! তেওঁ ক'লে: "এৰা, এয়েই যুদ্ধ। প্ৰত্যেক দিনেই মানুহৰ মৃত্যু ঘটে। কেতিয়াবা এনেকুৱা হয় যে আমাৰ ফেৰীত জীৱন্ত যাত্ৰীতকৈ মৃত যাত্ৰীৰ সংখ্যাই বেছি হয়।"

এজন ওখ, বয়সিয়াল খেতিয়কে তেওঁৰ বেদনা-মিহলি চকুহাল তুলি সেই বাপেকজনলৈ চাই সুধিলে: "তেনেহ'লে সেইটি আপোনাৰে ল'ৰা, যুদ্ধক্ষেত্ৰৰপৰা ওলোটাই আনিছে?"

খেতিয়কজনে বহলাই বৰ্ণনা দিলে, তেওঁ কেনেকৈ নিজৰ পত্নীৰ সৈতে পুতেকক চাই আহিবলৈ গৈছিল আৰু লগত কেনেকৈ পৰিষ্কাৰ কানি-কাপোৰ আৰু খাদ্যবস্তু অলপ লৈ গৈছিল। তেওঁ নিজেও এসময়ত এজন সৈনিক আছিল; গতিকে, সৈনিকৰ প্ৰয়োজন সম্পৰ্কে তেওঁ খুব বঢ়িয়াকৈ জানে। কিন্তু, ঠিক তাৰ আগদিনা শত্ৰু বাহিনীয়ে সিহঁতৰ দলটোক আক্ৰমণ কৰিছিল

আৰু তেওঁলোকৰ দুৰ্ভাগ্য যে তেওঁলোকৰ এই কুৰি বছৰতকৈয়ো কম বয়সীয়া ল'ৰাটোৰ গাত গুলী লাগিছিল। ল'ৰাটো সম্পূৰ্ণৰূপে ক্ষত-বিক্ষত হৈ পৰিছিল। আৰু, বাপেক-মাকে তাৰ শেষ ইচ্ছাৰ বিষয়ে একোৱেই জানিবলৈ নেপালে। বৃদ্ধৰ মুখখনত এটা কৰুণ যন্ত্ৰণা ফুটি উঠিল; তেওঁ যেন নিজৰ কথা কোৱা নাই, আন কাৰোবাৰহে জীৱনৰ কাহিনী কৈ গৈছে। মাকে বাধা দি কান্দোনমিহলি কণ্ঠেৰে ক'লে: "উস্, তুমি সেইবোৰ নক'বা। হায় ভগবান, এতিয়া মই বাৰু মোৰ উদং ঘৰখনলৈ কেনেকৈ ঘূৰি যাম? মোৰ ঘৰখন যে চিৰকাললৈ শূন্য হৈ গ'ল।"

ওখ খেতিয়কজনৰ দীঘল ডিঙিটোৰ ঘটিকাটো উঠা-নমা কৰিবলৈ ধৰিলে; প্ৰায় চেতনা-ৰহিত মানুহৰ দৰে তেওঁ কৈ গ'ল: "মোৰ ল'ৰাটোও মৰিল। এমাহ হ'ল। মই তাক ওভোতাই নানিলোঁ। লগৰ সৈন্যবোৰৰ লগতে কবৰ দিলোঁ। কিন্তু, আপুনি—আপুনি কেনেকৈ যুদ্ধক্ষেত্ৰৰ মাজত ইমান লৰালৰিকৈ এই কফিনটো সংগ্ৰহ কৰিলে? তাততো কোনো তক্তাই বিচাৰি পোৱা নেযায়; আৰু মিস্ত্ৰীওতো পাবলৈ নাই।"

বাপেকজনে হুমুনিয়াহ কাঢ়িলে। তাৰ পিচত, তেওঁ যেন প্ৰশ্নটো শুনিবলৈকে পোৱা নাই, এনে ধৰণে আপোনমনে কৈ গ'ল: "নিজেই নেজানো, তাক মই ক'লৈ নিবলৈ ওলাইছোঁ! হ'ব পাৰে ই আমাৰ দৰে মূৰুখ-মতি খেতিয়কৰ অজ্ঞতা—মূঠতে তাক ভাল ঠাই এডোখৰত কবৰ দিব পাৰিলেই মনত অলপ শান্তি পাম।"

কেপ্তেইনেও ক'লে, আন বহুতেই এইদৰে মৃতদেহবোৰ যুদ্ধক্ষেত্ৰৰপৰা ওভোতাই আনিছে; অৱশ্যে তেওঁলোকে কফিনৰ ভিতৰত ভৰাই আনিব পৰা নাই। আৰু ক'লে: "জাতীয় সৈন্যবাহিনী জাতীয় প্ৰথাৰ প্ৰতি সন্মান দেখুৱাবলৈ বাধ্য। অৱশ্যে, যিকোনো সৈনিকৰ মৃতদেহ অন্যান্য নিহত সৈনিকৰ লগত সমাধিস্থ কৰিলেহে বেছি শোভা পায়।"

ঠিক সেই সময়তে ফেৰীখন আহি ঘাটত লাগিল। ঘোঁৰাকেইটাৰ লেকামত ধৰি কেপ্তেইনে আকৌ এবাৰ গাড়ীখন পাৰলৈ নমাই দিলে। এইবাৰ সিহঁত স্বেচ্ছাই নামিল; কাৰণ, সিহঁতৰ খুৰাবোৰে পৰিচিত মাটিৰ স্বৰ্গ লভিবৰ কাৰণে হয়তো ব্যাকুল হৈ উঠিছিল।

নৈখনৰ পাৰে পাৰে এটা মথাউৰি; আৰু তাৰ কাষে কাষে ৰাস্তাটো। সৈনিকসকলে ঘাটৰপৰা ৰাস্তালৈকে মাজৰ ঠাইখিনিত ডোঙা বান্ধি থকা



পানীৰ ওপৰত মাটি তুলি দি বাটটো পৰিষ্কাৰ কৰি লৈছিল। এই ঠেক বাটটোৰ দুয়োকাষে গাড়ীৰ চকাৰ চিন স্পষ্টকৈ চকুত পৰে। তাৰে এটা চিনৰ ওপৰত ভৰি দি যাত্ৰীবোৰ শাৰী পাতি থিয় হ'ল। তেওঁলোকে মেজৰক তেওঁলোকৰ অনুমতি-পত্ৰবোৰ দেখুৱাব লাগিব; মেজৰজন আহি পোৱাহি নাই—তেওঁ ৰাস্তাৰ দাতিৰ এটা জুপুৰীঘৰতে থাকে। কেপ্তেইনে সেই মানুহৰ জুমটোৰ আগেদি গাড়ীখন টানি লৈ গ'ল। মানুহবোৰে অনিচ্ছাসত্ত্বেও বিনা প্ৰতিবাদে বাট এৰি দিলে। কাৰণ, গাড়ীখনৰ ওপৰত এটা মৃতদেহ আছে আৰু সেই মৃতদেহটোৰ পথ-প্ৰদৰ্শক এজন সামৰিক বিষয়া। কিন্তু, সেই ওখ খেতিয়কজন, যাৰ ল'ৰাজন এমাহ আগতে যুদ্ধত মৰিল—তেওঁ সমুখৰ পিনে আগবাঢ়ি আহিল আৰু হাতৰ লাখুটিডাল দাঙি লৈ জুপুৰীটোৰ পিনে বেগাবেগিকৈ খোজ দিলে। কাৰো পিনে কোনো ভ্ৰূক্ষেপ নাই। লেফটেনান্ট-জনে যেতিয়া তেওঁকো শাৰী পাতি থিয় দিবলৈ ক'লে, তেতিয়া তেওঁ কেৱল হাতৰ লাখুটিডালেৰে জুপুৰীটোৰ পিনে আঙুলিয়াই দেখুৱালে: "সৌ তাত মোৰ এটা জৰুৰী কাম আছে।"

এটা অদ্ভুত নিস্তব্ধতা নামি আহিল। কেৱল বালিৰ ওপৰেদি চলি যোৱা গাড়ীখনৰ চকাৰ কেৰ্‌কেৰণি আৰু বোকাৰ ওপৰেদি খোজ কাঢ়ি যোৱা ভৰিৰ চপ্‌চপনিহে কাণত পৰিছিল। সেই ওখ খেতিয়কজনে জুপুৰীটোৰ ভিতৰত থকা মেজৰজনক কিবা এটা জৰুৰী কথা ক'ব! আৰু, তেওঁ কোনো লুক-ঢাক নকৰাকৈয়ে কথাষাৰ ক'লে।

গাড়ীখন যেতিয়া মথাউৰিৰ ওপৰত উঠিলগৈ, তেতিয়া দেখা গ'ল, মেজৰে গাড়ীখনৰ বাবে সেই ঠাইখিনিতে অপেক্ষা কৰি আছে। তেওঁ হাতৰ ভংগীৰে গাড়ীখন এদতীয়াকৈ থ'বলৈ ক'লে। তেওঁৰ পিচফালে সেই খেতিয়কজন থিয় দি আছিল। তেওঁৰ মুখত এটা ৰহস্যময় বুদ্ধিদীপ্ত হাঁহি। তেওঁ এবাৰ এখন ভৰিত, এবাৰ আনখন ভৰিত ভৰ দি এখোজ-দুখোজকৈ ঘূৰাঘূৰি কৰি আছিল।

মানুহজনে বিজয়-গৰ্বৰে ক'লে: "শব্দটো মই নিজ কাণেৰে শুনিছোঁ। কফিনটোৰ ভিতৰত জীৱন্ত কিবা এটা থাকিবই লাগিব। বুজিছে কেপ্তেইন, আপুনি খং নকৰিব। মই তেতিয়াই আপোনাক কথাষাৰ নক'লোঁ, জানোচা কফিনটো পানীৰ মাজলৈ ঠেলি পেলাই দিয়ে,—সেই ভয়তে। ভাবিলোঁ, পাৰ হৈ লোৱাই ভাল।"

তাৰ পিচত, বাপেক-মাকহালৰ পিনে চাই ক'লে: "আপোনালোকেও

খং নকৰিব দেই। কাৰণ, সন্দেহজনক কিবা এটা দেখিলে খবৰ দিয়াটো সকলোৰে কৰ্তব্য। যুদ্ধ মানে যুদ্ধই।"

বাপেক-মাকহাল বিমূঢ় নিৰ্বাক হৈ ৰ'ল। প্ৰথমতে মাকজনীয়েই সেই মৌনতা ভাঙিলে। তেওঁ সেই খেতিয়কজনক খিয়লীয়া আৰু মিছলীয়া বুলি গালি পাৰিবলৈ ধৰিলে। তাৰ পিচত, মেজৰৰ ফালে চাই ক'লে: "ডাঙৰীয়া, নিষ্ঠুৰ নহ'ব। আমাৰ এই শোকৰ বোজাটো বিনা বাধাই লৈ যাবলৈ দিয়ক।"

মানুহজনীৰ কান্দোনমিহলি কণ্ঠৰপৰা শক্তি সংগ্ৰহ কৰি বাপেকজনেও মেজৰক কাকুতি-মিনতি কৰিবলৈ ধৰিলে। কিন্তু, মেজৰৰ আচৰণত নিৰ্বিকাৰ সৈন্যসুলভ ব্যৱহাৰ ফুটি উঠিল; অৱশ্যে, তাৰ ওপৰত এটা করুণাৰ ছায়া নপৰাকৈ নাছিল।

"মেজৰ ডাঙৰীয়া, অলপ দয়া কৰক। আমি তাৰ আপোন মাক-বাপেক। সি আমাৰ নিজৰ ল'ৰা। আমাৰ গাঁৱলৈ ইয়াৰপৰা বহুত দূৰ।" খেতিয়কজনে ইনাই-বিনাই ক'বলৈ ধৰিলে।

মেজৰ বয়সত অত্যন্ত তৰুণ। তেওঁৰ মুখভংগী ৰূঢ় নহয়, কিন্তু কৌতুকময়। তেওঁৰ মুখত সেই ভাব প্ৰকাশ পাবলৈ বাধ্য, কাৰণ, তেওঁ যে মেজৰ। তেওঁ যেতিয়া খেতিয়কজনক তেওঁৰ কথাৰ উত্তৰ দিছিল, তেতিয়া এনেহে লাগিছিল, যেন তেওঁ তেওঁৰ সমুখত থিয় দি থকা মানুহজনক একো কোৱা নাই, আন কাৰোবাকহে কৈছে, যাৰ লগত তেওঁ আইনৰ দায়ত পৰি অসামৰিক ভাষাত কথা ক'বলৈ বাধ্য। তেওঁ কৈছিল: "আমি বাৰু গোটেই ঘটনাটো তদন্ত কৰি লওঁ। প্ৰত্যেকটো কথাৰ কাৰণেই কিছুমান ধৰা-বন্ধা আইন আছে। আপুনি অলপো চিন্তা নকৰিব।"

তাৰ পিচত, তেওঁ কফিনটোৰ পিনে আগবাঢ়ি গ'ল আৰু তৰ্জনী আঙুলিটোৰে কফিনটো এবাৰ টুকুৰিয়াই চালে। ইয়াৰ পিচত তেওঁ লগৰ সৈন্যবোৰক কফিনটো খুলিবলৈ ক'লে।

কেইজনমান সৈনিকে কফিনটো বান্ধি অনা ৰচীৰ গাঁথিবোৰ সোলোকাই পেলালে আৰু অনায়াসে মাটিলৈ নমাই আনিলে। মাকজনীও কফিনটোৰ লগতে গাড়ীখনৰপৰা নামি আহিল আৰু অতি অনুচ্চ কণ্ঠেৰে কান্দি কান্দি ক'বলৈ ধৰিলে: "মোৰ কপালত এয়েই লিখা আছিল! হায়, মোৰ শূন্য ঘৰখনলৈ মই বাৰু কেনেকৈ উভতি যাম?"

সৈনিকসকলৰ হাতত এনে কোনো সৰঞ্জাম নাছিল, যাৰ সহায়ত সিহঁতে



কফিনটো খুলিব পাৰে। বাপেকজনে আকৌ এবাৰ সাহস সঞ্চয় কৰি মেজৰক অনুনয়ৰ সুৰত ক'লে: "ডাঙৰীয়া, নিষ্ঠুৰ নহ'ব। আপোনাৰ হৃদয়ত নিশ্চয় মৰমৰ অভাৱ হোৱা নাই।"

মেজৰে সেই কথালৈ কাণ দিয়া নাছিল অথবা কাণ দিব পৰা নাছিল; কাৰণ, তেওঁ অনুমতি-পত্ৰবোৰ পৰীক্ষা কৰাত ব্যস্ত হৈ আছিল। তথাপি, তেওঁ খুব সম্ভৱ বাপেকজনক উদ্দেশ্য কৰিয়েই কৈছিল, নাইবা যাত্ৰীসকলৰে কোনোবা এজনক কৈছিল: "ঠিক আছে। আটাইবোৰ ঠিক হৈ যাব।"

এখন লৰী আহি থকা দেখি, মেজৰে হাতত লৈ থকা অনুমতি-পত্ৰ এখন ওপৰলৈ দাঙি ধৰি লৰীখন ৰখাবলৈ ইংগিত দিলে।

কেপ্তেইনে কাৰো কোনো নিৰ্দেশৰ বাবে অপেক্ষা নকৰি, লৰী-ড্ৰাইভাৰজনৰপৰা এটা 'প্লায়াৰ' আৰু এটা হাতুৰী খুজি আনিলে। তেওঁ খুব সন্তৰ্পণে মাকক কফিনৰ কাষৰপৰা আঁতৰাই নিবলৈ চেষ্টা কৰিলে। কিন্তু, মাকজনী ওচৰতে মূৰে কপালে হাত দি বহি পৰিল আৰু ইনাই-বিনাই নিজৰ কপালৰ কথা আৰু শূন্য ঘৰখনৰ কথা ক'বলৈ ধৰিলে।

সৈনিককেইজনে অতি সোনকালেই গজালবোৰ সোলোকাই পেলালে। মেজৰে অনুমতি-পত্ৰবোৰ পৰীক্ষা কৰি উঠি কফিনৰ ঢাকোনখন গুচাই পেলাবলৈ নিৰ্দেশ দিলে। কফিনৰ ভিতৰত ডাড়ি-গোঁফ চিকুণকৈ খুৰুওৱা, ক'লা চুলিৰে সৈতে এজন চফল ডেকা। সি তাৰ চকুহাল ঘূৰাই-পকাই চালে আৰু উঠি বহিবৰ চেষ্টা কৰিলে। তাৰ পিচত, এটা বিব্ৰত ভংগীৰ হাঁহি মাৰি আগৰ দৰেই চিৎ হৈ পৰি থাকিল।

"এইটোৱেই আপোনাৰ ল'ৰা নেকি?" মেজৰে প্ৰশ্ন কৰিলে।

"হয়, মোৰ একমাত্ৰ ল'ৰা। বাকী দুটা কেতিয়াবাই মৰিল।"

"যুদ্ধক্ষেত্ৰৰপৰা পলাই অহা সৈন্য?" মেজৰে আকৌ প্ৰশ্ন কৰিলে।

"নহয়। মই তাক বচাই ৰাখিবলৈ চেষ্টা কৰিছিলোঁ। কাৰণ, মোৰ বংশ ৰক্ষা কৰিব লাগে। মোৰ বংশটোৱেই যদি নিশ্চিহ্ন হৈ গ'ল, মাটি-বাৰী, ঘৰ-দুৱাৰ, আনকি মোৰ দেশখন লৈয়েই বা মই কি কৰিম, কওক।" খেতিয়কজনে শান্ত কণ্ঠেৰে ক'লে।

যাত্ৰীবোৰ নিস্তব্ধ হৈ ওচৰতে থিয় দি আছিল আৰু তেওঁলোকে অবাক ভংগীৰে চাই আছিল। মেজৰে সৈনিককেইজনক মানুহবোৰ আঁতৰাই দিবলৈ নিৰ্দেশ দিলে। সিহঁতে তৎক্ষণাৎ হাতৰ বন্দুকবোৰ কেৰেচীয়াকৈ লৈ মানুহৰ

জুমটোক পাচলৈ ঠেলি পঠালে। মানুহবোৰ ফিৰিঙতি ওফৰা দিলে। ড্ৰাইভাৰজনে হাতুৰী আৰু 'প্লায়াৰ'টো ঘূৰাই পালত লৰীখন চলাই দিলে। তেওঁ নিশ্চয় কোনো কৌতূহল অনুভৱ কৰা নাছিল অথবা খুব সম্ভৱ তেওঁ অতি ব্যস্ত আছিল। ওচৰত ৰৈ থকা মানুহৰ ভিতৰত আছিল সেই ওখ খেতিয়কজন। কোনেও তেওঁক পাচলৈ ঠেলি পঠোৱা নাছিল। তেওঁৰ যেন ওচৰত ৰৈ থকাৰ অধিকাৰ আছিল। তেওঁ স্বগতোক্তি কৰাৰ দৰে ক'লে: "মই ভাবিছিলোঁ, গুপ্তচৰ নাইবা তেনেকুৱা কিবা। হে ঈশ্বৰ, তুমি নিজে সাক্ষী আছা, মই কাৰো অপকাৰ চিন্তা কৰা নাছিলোঁ।

কফিনৰ ওচৰতে আঠু কাঢ়ি লৈ মাকজনীয়ে পুতেকৰ কপালৰ ওপৰত পৰি থকা ঘামেৰে সেমেকা চুলিকেইডাল আলফুলকৈ মোহাৰি দিলে। তাৰ পিচত, সান্ত্বনাৰ সুৰত ক'লে: "ভয় নকৰিবি, বাছা! তেখেত খুব ভাল মানুহ—এইবোৰ আটাইবোৰ আমাৰ আপোন মানুহ।"

ডেকাজনে অলপ সাহস সঞ্চয় কৰি কফিনটোৰ ভিতৰতে বহি লৈ কঁকালটো পোনাবলৈ ধৰিছিল। কিন্তু, মেজৰে তাক শুই পৰিবলৈ নিৰ্দেশ দিলে। আৰু, সি অতি বাধ্য ল'ৰাৰ দৰে আকৌ চিৎ হৈ শুই পৰিল।

"কেপ্তেইন! তোমাৰ দায়িত্ব পালন কৰা।" মেজৰে কৈ উঠিল।

কেপ্তেইনে সাউতকৈ পিষ্টলটো উলিয়াই ল'লে, যেন তেওঁ ইমান পৰ এই নিৰ্দেশৰ কাৰণেই প্ৰতীক্ষা কৰি আছিল। তৎক্ষণাৎ তেওঁ পিষ্টলটোৰ ভিতৰত এটা বুলেট খাজি ল'লে। কাৰো নিৰ্দেশৰ বাবে অপেক্ষা নকৰি লেফটেনাণ্টে মাকক অতি সন্তৰ্পণে অথচ অত্যন্ত দৃঢ়তাৰে আঁতৰাই নিলে। এজন সৈনিক ঠিক একেদৰে বন্দুকটো দুয়োহাতেৰে ধৰি বাপেকক পাচলৈ ঠেলি নিলে।

তাৰ পিচত, কেপ্টেইনে কফিনটোৰ দুয়োকাষে দুখন ভৰি থৈ ডেকাজনৰ হৃদ্‌পিণ্ডৰ পিনে লক্ষ্য কৰি ইমান দ্ৰুতগতিৰে আৰু দক্ষতাৰে গুলী কৰিলে যে বিস্ফোৰণৰ শব্দটো শুনাৰ আগেয়েই সেই গুলীয়ে ডেকাজনৰ হৃদ্‌পিণ্ড ভেদ কৰি গ'ল। সেই বিমূঢ় পিতৃ-মাতৃহালে উপলব্ধি কৰিবৰ সময়কে নেপালে, মুহূৰ্তৰ ভিতৰতে কি ঘটি গ'ল।

খুব সম্ভৱ, সেই ডেকাজনেও তাৰ বুকুৰ ভিতৰত গুলীটো লগাৰ আগলৈকে অনুমান কৰিব পৰা নাছিল, কি ঘটিব খুজিছে! সি চিঞৰি উঠিল, তাৰ দেহটো এবাৰ ধেনুভিৰীয়া হৈ গ'ল, তাৰ মূৰটো তক্তাৰ ওপৰত থেকেচা খাই পৰিল; তাৰ পিচত, আৰু কোনো স্পন্দন নাই—যেন তাৰ দেহৰ ভিতৰৰপৰা সকলোখিনি নিঃশেষ হৈ গ'ল।



ক্ৰুদ্ধ কণ্ঠেৰে মেজৰে চিঞৰি উঠিল: "ইয়াক আঁতৰাই লৈ যা।"

লগে লগে সুৰটো সলাই সম্পূৰ্ণ অসামৰিক ভাষাত ক'লে: "আমি কেৱল আমাৰ দায়িত্ব পালন কৰিছোঁ। আমি আমাৰ দায়িত্ব সদায় পালন কৰি যাম।"

বাপেক-মাকহালে সেই উক্তি কাণেৰে শুনিবলৈ নেপালে। দুয়ো ইতিমধ্যে পুতেকৰ প্ৰাণহীন দেহটোৰ ওপৰত আৰ্তনাদ কৰি ঢলি পৰিছিল।

সৈনিককেইজনে জোৰ কৰি তেওঁলোকক আঁতৰাই নিলে। অৱশ্যে, সিহঁতৰ সেই শক্তি-প্ৰয়োগত নিষ্ঠুৰতাৰ কোনো আভাসেই নাছিল। সিহঁতে অতি সন্তৰ্পণে কফিনটো কঢ়িয়াই নি গাড়ীখনৰ ওপৰত তুলিলেগৈ। ৰচীৰে বান্ধিবলৈয়ো নেপাহৰিলে। সিহঁতে ঢাকোনখন কফিনৰ কাষতে থ'লে; কাৰণ, আকৌ এবাৰ হাতুৰীৰ অভাৱ ঘটিল, অথচ ফেৰীখনে ঘাট এৰিবলৈয়ো বেছি পৰ নাই — ইতিমধ্যে, সামৰিক বিভাগৰ লৰী আৰু ট্ৰাকেৰে ৰাস্তা ভৰি গৈছে।

সৈনিককেইজনৰ কাম শেষ হৈ যোৱাৰ লগে লগে ঘোঁৰাকেইটাই নিজে নিজেই খোজ চলাবলৈ আৰম্ভ কৰি দিলে। বাপেকে-মাকহালে গাড়ীৰ পাচ ল'লে। ওখ খেতিয়কজনে নিজকে নিজেই ক'লে: "মইনো বাৰু এনে এটা কাণ্ড ঘটিব বুলি কেনেকৈ জানো?"

কফিনটোৰ তলপিনৰ এখন তক্তা সুলকি গৈছিল। সেইপিনেদি কোনো শব্দ নকৰাকৈ এসোঁতা তেজ ওলাই আহিল—ক'লা তেজ। মাকজনীয়ে কফিনটোৰ ওপৰত হাতখন থৈ মুখৰ ভিতৰতে কিবাকিবি কৈ গৈছিল; আৰু বাপেকজনে ঘোঁৰাকেইটাৰ কাষে কাষে খোজ দি যাওঁতে মাজে মাজে হুক্-হুক্‌কৈ কান্দিছিল —মুখেৰে একোৱেই কোৱা নাছিল।

লেফটেনাণ্টজনে ক'লে: "অতি আচৰিত এই খেতিয়কবোৰ! সিহঁতে এতিয়াও সেই বস্তুটো লৈ কান্দিবলৈ এৰা নাই।"

তেওঁৰ সেই কথাষাৰ কোনেও শুনা যেন লাগিল। কাৰণ, সিহঁত সকলোৱেই ভয়ানক ব্যস্ত হৈ আছিল।

# ইটালি

## এলবার্টো মোৰাভিয়া

এলবার্টো মোৰাভিয়া ( ১৯০৭- ) আধুনিক যুগৰ এজন অতি শক্তিশালী লিখক। তেওঁৰ কৈশোৰ ৰোগ-শয্যাতে অতিবাহিত হয়। ১৯২৫ চনত যেতিয়া তেওঁৰ প্ৰথম উপন্যাসখন প্ৰকাশিত হয়, তেতিয়া তেওঁ দুখন কাকতৰ বৈদেশিক সংবাদদাতা আছিল। ইংৰাজী, ফৰাচী আৰু ইটালিয়ান—তিনিওটা ভাষাতে তেওঁৰ সমান দখল। ফেচিষ্ট ইটালিত তেওঁৰ প্ৰায়বোৰ গ্ৰন্থই নিষিদ্ধ হৈছিল। আনকি, প্ৰাণৰো আশংকা দেখি তেওঁ আত্মগোপন কৰিবলৈ বাধ্য হৈছিল। তেওঁৰ শ্ৰেষ্ঠ ৰচনাসমূহৰ ভিতৰত 'ৰোমৰ নাৰী' আৰু 'দাম্পত্য প্ৰেম' উল্লেখযোগ্য।

## পুঠি মাছৰ পোনা/এলবার্টো মোৰাভিয়া

কোনো মানুহেই কেতিয়াও ক'ব নোৱাৰে, সিনো কিমান পানীৰ মাছ! আৰু ক'ব নোৱাৰে, তাতকৈ হীন কোন, উচ্চ কোন! মোৰ নিজৰ কথা ক'বলৈ গ'লে, মই নিজকে যিমানখিনি হীন বুলি ভবা উচিত, তাতকৈ বেছি হীন বুলি ভাবিছিলোঁ। অৱশ্যে এইটো সঁচা যে জন্মৰেপৰা মোৰ দেহটো তীখাৰ দৰে টান নাছিল, বৰং ক'ব পাৰি, চীনামাটিৰ বাচনৰ নিচিনা টান আছিল। অথচ মই নিজকে একেবাৰে পাতল কাঁচৰ নিচিনা ঠুনুকা বুলি ভাবি লৈছিলোঁ। কেতিয়াবা মই নিজকে নিজে কৈছিলোঁ: চাওঁচোন বাৰু, মোৰ গুণ-গৰিমাৰ হিচাপটোলৈ চাওঁ। প্ৰথমটো, দৈহিক শক্তি শূন্য; মই অতি চুটি-চাপৰ, লেৰেলা আৰু আপচু; মোৰ হাত-ভৰিবোৰ জানিবা একোডাল লাখুটিহে; মুঠতে মই এটা মকৰা। বুদ্ধি-বৃত্তি শূন্যতকৈ অলপহে বেছি হ'ব; কাৰণ, ইমানবোৰ কাম পৰি থাকোঁতে বিচাৰি বিচাৰি হোটেলৰ এই কাঁহী-বাটি ধোৱা কামটোহে যোগাৰ কৰিব পাৰিছোঁ। চেহেৰা—শূন্যৰো তলত; মোৰ মুখখন টেমি এটাৰহে সমান, তাতে আকৌ ৰংটো হালধীয়া; চকুহাল সোমোৱা, কিবা ঘোলা ৰঙৰ; আৰু নাকটো ইমান ভোটা যে সেইটো নাক মোৰ নিচিনা দুখন মুখৰ ওপৰতহে থ'ব পাৰি—তাৰো আগটো হঠাতে এনে উঠঙা হৈ পৰিছে যে সাইলাখ জানিবা জেঠিৰ নাকটোহে। সাহ-পিত, আচাৰ-ব্যৱহাৰ আদি অন্যান্য গুণবোৰৰ বিষয়ে একো নোকোৱাটোৱেই ভাল। গতিকে, এইবোৰ কথা টলকি চায়েই মই ভুলতো কেতিয়াও কোনো তিৰোতা মানুহৰ মুখলৈ মূৰ তুলি চোৱা নাই। এবাৰ মৰসাহ কৰি হোটেলৰে এজনী লিগিৰীৰ ওচৰ চাপি চাইছিলোঁ—তাই যিষাৰ শুনালে, মই গাপ মাৰিলোঁ। তাই মোক ক'লে, "হেৰ' পুঠি মাছৰ পোনা!......" গতিকে মোৰ দৃঢ়বিশ্বাস জন্মিল যে মই কোনো কামৰে মানুহ নহওঁ। সাতে-পাঁচে, মই ঘৰৰ চুকত সোমাই কাৰো বাটত অগাভেটা নকৰি

নিজৰ কাম নিজে কৰি যোৱাটোৱেই বুদ্ধিমানৰ কাম বুলি ভাবি ল'লোঁ।

মই যিখন হোটেলত কাম কৰোঁ, কোনোবাই যদি চল-পুৱাতে বোমৰ সেই হোটেলখনৰ আগেদি ফুৰিবলৈ যায়, তেনেহ'লে তেওঁৰ চকুত পৰিব, তলৰ মহলাৰ খিৰিকীবোৰ খুলি থোৱা আছে, আৰু সেই মুকলি খিৰিকীয়েদি ভাহি আহি নাকত লাগিব চুৱাপাতনিৰ উৎকট এটা গোন্ধ। আৰু যদি তেওঁৰ চকুৱে আন্ধাৰৰ মাজতো ভিতৰলৈকে দেখা পায়, তেন্তে দেখা পাব—মজিয়াৰপৰা চিলিঙলৈকে ঠাহ খাই থকা এদ'ম কাঁহী-বাটি। সেই ঠাইডোখৰেই মই কাম কৰা ঠাই—পৃথিৱীৰ সৰহভাগ মানুহৰে চকুত নপৰা ঠাই। কিন্তু ভাগ্যৰ লিখন অদ্ভুত! মই কেতিয়াও সপোনতো ভাবিব পৰা নাছিলোঁ যে, মানুহৰ চকুৰ আঁৰত থকা সেই চুকটোতে ঘাঁহৰ মাজত লুকাই থকা এপাহ ফুল বুটলি লোৱাৰ দৰে মোক বুটলি ল'বলৈ কোনোবা এজন ওলাবহি পাৰে! ছোৱালীজনীৰ নাম ইদা। জিওডিট্টাই যেতিয়া সন্তান-সম্ভৱা অৱস্থাত ছুটী ল'ব লগীয়া হ'ল, তেতিয়া এই ছোৱালীজনী জিওডিট্টাৰ কামত সোমালহি। পুৰুষৰ ভিতৰত মোৰ অৱস্থাটো যেনেকুৱা, তিৰোতাৰ ভিতৰত ইদাৰ অৱস্থাটোও তেনেকুৱা—পুঠি মাছৰ পোনা। মোৰ দৰেই তায়ো চুটি-চাপৰ, আপচু আৰু সহজে মানুহৰ চকুত নপৰা। কিন্তু তাই বৰ চঞ্চল, অস্থিৰ আৰু ফূৰ্তিবাজ ছোৱালী। সোনকালেই আমাৰ মাজত বন্ধুত্ব স্থাপন হৈ গ'ল। কাৰণ, তাই মাজে মাজে মোক কাঁহী-বাটি ধোৱাত সহায় কৰি দিয়েহি। ইটোৰ পিচত সিটোকৈ ঘটনাবোৰ এনেকৈ ঘটি গ'ল যে, এদিন দেওবাৰে মই তাইক চিনেমা চাবৰ বাবে আমন্ত্ৰণ কৰিবলৈ বাধ্যত পৰিলোঁ। মই ভদ্ৰতাৰ খাতিৰতহে তাইক সেইদৰে আমন্ত্ৰণ কৰিছিলোঁ; কিন্তু চিনেমা হলৰ অস্পষ্ট পোহৰত তাইৰ হাতৰ আঙুলিবোৰে যেতিয়া মোৰ হাতৰ আঙুলিবোৰ লিৰিকি-বিদিৰি দিবলৈ ধৰিলে, তেতিয়া মই বিস্ময়ত অভিভূত হৈ গ'লোঁ। মই ভাবিলোঁ, তাই চাগৈ ভুলতে তেনেকুৱা কৰিছে; আনকি, মই মোৰ হাতখন তাইৰ হাতৰ মুঠিৰপৰা মুকলি কৰি আনিব খুজিছিলোঁ। কিন্তু তাই মোক কাণে-কাণে হাক দি ক'লে: তোমাৰ হাতখন ধৰি থাকিলেনো কি ক্ষতি হ'ব বাৰু? তাৰ পিচত, আমি যেতিয়া বাহিৰলৈ ওলাই আহিলোঁ, তেতিয়া তাই বহুত কথাই কৈ পেলালে। তাই হেনো হোটেলৰ কামত সোমোৱাৰ দিনাখনৰেপৰা মোৰ পিনে চকু দিছে। তাৰ পিচৰপৰা হেনো তাই মোৰ বাহিৰে আন একোৰে কথা ভাবিব পৰা নাই। সেইবাবে তাই আশা ৰাখিছে, মই তাইক অলপ মৰমৰ চকুৰে চাম। কাৰণ,



মোৰ অবিহনে তাই হেনো জীয়াই থকাটোৱেই টান হৈ পৰিব। জীৱনত প্ৰথমবাৰৰ কাৰণে এজনী ছোৱালীৰ মুখৰপৰা—লাগিলে সেই ছোৱালীজনী ইদাৰ নিচিনা এজনীয়েই হওক—এনেকুৱা ধৰণৰ কথা শুনি মোৰ মূৰটো জমজমাই উঠিল। মই তাইক তাইৰ সকলোবোৰ প্ৰশ্নৰে উত্তৰ দি গ'লোঁ। খুব সম্ভৱ সেই উত্তৰবোৰত তাই আশা কৰাতকৈয়ো বেছি কথা আছিল।

তথাপি তাইৰ কথাবোৰে মোক স্তম্ভিত কৰি দিছিল। যদিও তাই বাৰে বাৰে দোহাঁৰিছিল যে তাই মোৰ বাবে বলিয়া হৈ গৈছে, তথাপি তাইৰ কথাত মই পতিয়ন যাব পৰা নাছিলোঁ। বাৰে বাৰে মই বিষয়টোৰ অৱতাৰণা কৰিছিলোঁ; কাৰণ, সেই অবিশ্বাস্য কথাবোৰ শুনিবলৈ মোৰ এনেয়ে ভাল লাগিছিল।

"বাৰু কোৱাচোন। তুমিনো বাৰু মোৰ গাত কি দেখিছা? তুমিনো মোক কিয় ভাল পোৱা?"

তাৰ পিচত, তুমি বাৰু বিশ্বাস কৰিব পাৰিবানে? ইদাই মোক দুয়োখন হাতেৰে সাৱটি ধৰে। আৰু মোৰ মুখখনৰ পিনে ৰ লাগি অলপ পৰ চাই লৈ উত্তৰ দিয়ে: "মই তোমাক কিয় ভাল পাওঁ জানা? কাৰণ, তোমাৰ সক্কলোবোৰ গুণ আছে,······মোৰ চকুত তুমি সৰ্বাঙ্গসুন্দৰ।"

"সকলোবোৰ গুণ! মই দেখোন গমেই পোৱা নাছিলোঁ।" ভঁকবাৰ দৰে মই কেৱল কথাষাৰ দোহাৰোঁ।

"ওঁ, সক্কলোবোৰ,······প্ৰথমতে ধৰা, তুমি যে ইমান ধুনীয়া!"

মোৰ হাঁহি উঠি যায়।

"মই? মই ধুনীয়া? তুমি বাৰু মোৰ পিনে এবাৰ অন্ততঃ চকু মেলি চাইছানে?"

"নিশ্চয়। মই সদায় তোমাৰ মুখৰ পিনে চাই থাকোঁতে পাহৰিয়েই যাওঁ।"

"কিন্তু, মোৰ নাকটো? তুমি বাৰু মোৰ নাকটো ভালদৰে চাইছানে?"

"সেই নাকটোৱেইতো আটাইতকৈ ধুনীয়া লাগে।" তাৰ পিচত মোৰ নাকটো টিপা মাৰি ধাৰ ক'বলৈ ধৰে—"আই ঐ, কি যে মৰম লাগে এই নাকটো! মই মৰি যাওঁ যেন লাগে, জানা!"

অলপ সময় মনে মনে থকাৰ পিচত তায়েই আৰম্ভ কৰি দিয়ে, "তদুপৰি, তুমি যে ইমান বুদ্ধিমান!"

"বুদ্ধিমান? সকলোৱে দেখোন মোক মূৰ্খ বুলিয়েই কয়।"

"সকলোৱে ক'লেই হ'ব নেকি ? হিংসাতে কয় সিহঁতে। ……আচলতে তোমাৰ বুদ্ধি আছে। সাংঘাতিক বুদ্ধি আছে। ….তুমি কথা ক'লে মই অবাক হৈ শুনি থাকোঁ। জীৱনত যিমানবোৰ মানুহ লগ পাইছোঁ, তাৰ ভিতৰত তুমিয়েই আটাইতকৈ বুদ্ধিমান।"

"যি কি নহওক, তুমি অন্ততঃ মোৰ গাত বল আছে বুলি নোকোৱা ?"

"বল নাই ? সাংঘাতিক বল আছে তোমাৰ গাত। সাংঘাতিক…… সাংঘাতিক।" তাই আপোন পাহৰা সুৰত কৈ যায়।

এইষাৰ কথা হজম কৰিবলৈ মোৰ অলপ সময় লাগে। সেইবাবে, বহুত সময় মই নিৰ্বাক হৈ থাকোঁ।

তাৰ পিচত, তায়েই আকৌ আৰম্ভ কৰে, "এই সকলোবিলাকৰ উপৰিও তোমাৰ গাত এনে কিবা এটা আছে, যাৰ কাৰণে তোমাক মই ভাল পাওঁ।"

"কি সেই 'কিবা'টো।"

"মই তোমাক বুজাই দিব নোৱাৰোঁ। মুঠতে কিবা এটা আছে। তোমাৰ কণ্ঠস্বৰ, তোমাৰ অভিব্যক্তি, তোমাৰ গতিভংগী……আন কাৰোৱেই নাই, এনেকুৱা কিবা এটা তোমাৰ গাত আছে।"

স্বাভাৱিকতে, কিছুদিন এইবোৰ কথা মোৰ এখন কাণেদি সোমাই আন-খন কাণেদি ওলাই গৈছিল। তথাপি, মই মাজে মাজে বিষয়টোৰ অৱতাৰণা কৰিছিলোঁ। কাৰণ, তাইৰ মোৰ প্ৰতি থকা ধাৰণাটো আৰু মোৰ নিজৰ প্ৰতি থকা ধাৰণাটো মনৰ ভিতৰতে তুলনা কৰি ভাল লাগে। দিন যোৱাৰ লগে লগে, কিছুমান কথা মোৰ মগজুত সোমাবলৈ ধৰিলে—স্বীকাৰ কৰিবই লাগিব সেই কথা। "ধৰি লোৱা যাওক, তাই কোৱা কথাবোৰ সঁচা, তেন্তে ?" মই নিজকে নিজে প্ৰশ্ন কৰোঁ মাজে মাজে। মই অৱশ্যে মোৰ নিজৰ ধাৰণাটো পৰিৱৰ্তন কৰা নাছিলোঁ। কিন্তু ইদাই কোৱা সেই 'কিবা এটা'ৰ কথাটোৱেহে মোক চিন্তাত পেলাইছিল। মই সেই 'কিবাটো'ৰ ভিতৰতে ৰহস্যৰ ব্যাখ্যা বিচাৰি পাইছিলোঁ। কাৰণ, সেই 'কিবা এটা'ৰ কাৰণেই মাইকী মানুহে আবিকুঁজাৰপৰা আৰম্ভ কৰি বনটিলিকা, দাঁত নাইকিয়া বুঢ়ালৈকে যাকে তাকে ভাল পাব পাৰে। গতিকে কোনোবা এজনীয়েনো মোক ভাল নোপোৱাৰ কি কাৰণটো থাকিব পাৰে ? মইতো বাওনা বা কুঁজা বা বুঢ়া নহওঁ!

সেই সময়তে এদিন মই আৰু ইদাই চাৰ্কাচ চাবলৈ ওলালোঁ। আমি দুয়ো খুব বেছি ফুৰকাল অনুভৱ কৰিছিলোঁ; আৰু এবাৰ যেতিয়া



চাৰ্কাচৰ বিৰাট তম্বুটোৰ ভিতৰত সোমাই পৰিলোঁ, তেতিয়া আমি দুখন সস্তীয়া আসন বাছি লৈ ওচৰাওচৰিকৈ ইজনে সিজনৰ হাত দুখন সাৱটি বহি ললোঁ। মোৰ ওচৰতে ওখ, বগা আৰু ধুনীয়া এগৰাকী গাভৰু বহিছিল; তেওঁৰ ওচৰতে শকত, ওখ আৰু পালোৱান ধৰণৰ এজন ডেকা। মই তেওঁলোকক দেখা পাই এক মুহূৰ্তৰ কাৰণে এটি ধুনীয়া দম্পতিৰ চিত্ৰ মনতে আঁকি ললোঁ; পিচমুহূৰ্ততে মনৰপৰা তেওঁলোকৰ ছবিখন মচি পেলালোঁ। সমুখৰ ঘেৰি থোৱা বালিচঁহীয়া মজিয়াখন তেতিয়াও শূন্য হৈয়েই আছিল। অলপ সিপিনে আনটো মূৰত এখন চাঙৰ ওপৰত বহি এটা বেণ্ড-পাৰ্টিয়ে যুদ্ধৰ বাজনা বজাইছিল। অৱশেষত চাৰিটা বহুৱা আহি ওলাল। তাৰে দুটা বাওনা, বাকী দুটা লেংলেঙীয়া চেহেৰাৰ। সিহঁতৰ মুখত চূণৰ প্ৰলেপ আৰু ভৰিত সোলোক-ঢোলোক পায়জামা। সিহঁতে আহিয়েই খৰ-বাগৰ মাৰি দেখুৱালে আৰু ইটোৱে সিটোৰ পিঠিত কৃত্ৰিম শব্দ কৰি চপৰিয়াবলৈ ধৰিলে। ইদাই ইমান জোৰেৰে হাঁহিবলৈ ধৰিলে যে পিচত চৰ্চৰণি খাবলগীয়া হ'ল। তাৰ পিচত, বেণ্ড-পাৰ্টিটোৱে আৰু এটা গা গৰম উঠি যোৱা যুদ্ধৰ বাজনা বজালে। তিনিটা ধোঁৱা বৰণীয়া আৰু তিনিটা সম্পূৰ্ণ বগা ৰঙৰ, মুঠতে ছটা ঘোঁৰা ওলাই আহিল। সিহঁতে ৰঙা আৰু সোণালী ৰঙৰ সাজ পিন্ধা ৰিং-মাষ্টৰৰ চাবুকৰ শব্দ শুনাৰ লগে লগে ঘেৰটোৰ কাষে কাষে দৌৰিবলৈ ধৰিলে। তাৰ পিচত, এটা পাতল স্কাৰ্ট আৰু এটা আটিল পায়জামা পিন্ধা এজনী ছোৱালী ওলাই আহিল। তাই জাপ মাৰি প্ৰত্যেকটো ঘোঁৰাৰ পিঠিত উঠা-নমা কৰি দেখুৱালে। ঘোঁৰাকেইটা ওলাই যোৱাৰ পিচত, বহুৱাকেইটা আকৌ ওলালহি আৰু আকৌ খৰবাগৰ মাৰি দেখুৱালে। তাৰ পিচত তম্বুৰ মূধচৰ ওপৰৰ ৰচীত খেলা দেখুওৱা এটা দল আহি ওলাল। দল মানে সম্পূৰ্ণ এটা পৰিয়াল—বাপেক, মাক আৰু সিহঁতৰ পুতেক এটা। সিহঁতৰ তিনি-ওৰে ভৰিত নীল ৰঙৰ আটিল পায়জামা। তিনিওটাৰে, বিশেষকৈ ল'ৰাটোৰ গাৰ মাংসপেশীবোৰ চকুত পৰা বিধৰ। সিহঁতে এবাৰ চাপৰি বজালে আৰু লগে লগে, বাঃ কি সুন্দৰকৈ ৰচীত ভৰি দি সিহঁত একেবাৰে তম্বুৰ মূধচলৈকে উঠি গ'ল। ওপৰত সিহঁতে তিনিডাল ৰচীত দুলিবলৈ ধৰিলে; তাৰ পিচত ল'ৰাটোক ধৰি ইজনে সিজনৰ হাতলৈ বল দলিওৱাৰ দৰে দলিয়াই দিবলৈ আৰু থপিয়াই ধৰিবলৈ আৰম্ভ কৰিলে। মই সেই দৃশ্য দেখি মুগ্ধ হৈ গ'লোঁ আৰু ইদাৰ পিনে চাই কলোঁঃ "দেখিছানে

কি সুন্দৰ! মোৰো মাজে মাজে এনেকুৱা খেল দেখুৱাবৰ মন যায়। পৰা হ'লে একদম এডাল ৰচীৰপৰা জাপ মাৰি গৈ আন এডাল ৰচী থপিয়াই দেখুৱালোহেঁতেন।" ইদাই মোৰ কাষ চাপি আহি প্ৰশংসাৰ ভঙ্গীত ক'লে: "অভ্যাসৰ ওপৰতে নিৰ্ভৰ কৰে! অভ্যাস কৰিলে তুমিও পাৰিবা।" মোৰ ওচৰত বহা বগা মহিলাগৰাকীয়ে এবাৰ আমাৰ পিনে চালে আৰু তেওঁৰ সঙ্গীজনক কিবা এটা ক'লে। দুয়ো হাঁহিবলৈ ধৰিলে। তাৰ পিচত এটা আকৰ্ষণীয় খেল হ'ল—সিংহৰ খেল। কেইজনমান ডেকা আহি কাৰ্পেট কোচাওঁতে এটা বহুৱাকো তাৰ ভিতৰতে ক'ব নোৱাৰাকৈ কোচাই পেলালে। কাৰ্পেটখন ভিতৰলৈ লৈ যাওঁতে তাৰ মাজেদি এটা বহুৱাৰ মুখখন ওলাই থকা দেখি, ইদাৰ ইমান হাঁহি উঠি গ'ল যে কথমপিহে চকীৰপৰা কৰ্ফাল খাই নপৰিল। ডেকাকেইজনে মাজৰ মজিয়াখনত এটা চক্‌চকীয়া গঁৰাল আনি থ'লেহি। গঁৰালটোৰ সৰু এখন দুৱাৰৰ ফাঁকেদি এটা সিংহৰ মুগাবৰণীয়া বিৰাট মূৰটো দেখা গ'ল। ভিতৰৰপৰা এজনী খঙাল সিংহিনীয়ে গুজৰিবলৈ ধৰিলে। তেনেতে ৰিং-মাষ্টৰজনে আহি ৰাইজৰ পিনে চাই মূৰ দোঁৱালে। মানুহজন চাপৰ কিন্তু দেখিবলৈ বৰ ধুনীয়া। তেওঁৰ গাত এটা সেউজীয়া কোট। তেওঁ হাতৰ চাবুকডাল বতাহতে চাটৌপ্‌কৈ মাৰি পঠালে। সিংহকেইটাই তেওঁৰ কেউকাষে গুজৰি-গুজৰি ঘূৰিবলৈ ধৰিলে। মানুহজনে এটা মিচিকিয়া হাঁহি মাৰি সিংহকেইটাক পিচপিনৰপৰা খুচি দিলে আৰু অকণ-অকণ কেইখনমান টুলৰ ওপৰত উঠিবলৈ দিলে। বেচেৰা সিংহকেইটা সেই মেকুৰী বহিব পৰা টুলকেইখনত উঠিল আৰু দাঁত নিকটাই দেখুৱালে। মানুহজন সিহঁতৰ আগেদি খোজকাঢ়ি যাওঁতে দুটামানে হাঁতোৰা দাঙিছিল; কিন্তু মানুহজনে টুপুক্‌কৈ বহি দিছিল—গাত আঁচোৰ এটাও লাগিবলৈ নিদিলে। ইদাই মোৰ হাতখন টানকৈ মুঠি মাৰি ধৰি অত্যন্ত অনুচ্চ কণ্ঠেৰে ক'লে, "তাক যদি চোবাই থয়, কি হ'ব বাৰু?" এনে সময়তে বাজনাৰ শব্দ বেছি হৈ গ'ল। ৰিং-মাষ্টৰ আটাইতকৈ বুঢ়া সিংহটোৰ ওচৰলৈ গ'ল। তাৰ তেতিয়া দোৰ্ঘোৰ টোপনি। তাৰ মুখখন মেলি ৰিং-মাষ্টৰে হাত এখন ভৰাই দিলে। এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰ তেনেকৈ মুখৰ ভিতৰত হাত ভৰাই দেখুৱালে। চাৰিওপিনে যেতিয়া হাত চাপৰিৰ ৰোল উঠিল, তেতিয়া ইদাই মোক ক'লে: "তুমি কিজানি বিশ্বাসেই নকৰিবা·····মোৰ কি মন গৈছে জানা? সেই গঁৰালটোৰ ভিতৰত সোমাই ময়ো যেন সিংহৰ মুখত হাতখন ভৰাই দিম।" তাই আকৌ এবাৰ মোৰ খুব কাষলৈ আহি



বিস্ময়ৰ ভঙ্গীত ক'লে: "মোৰ সম্পূৰ্ণ বিশ্বাস আছে, তুমি তেনে কৰা দেখিলে মই মুঠেই আচৰিত নহওঁ।" কথাষাৰ শেষ নহওঁতেই, মোৰ কাষৰ বগা মহিলাগৰাকী আৰু তেওঁৰ সঙ্গীজনে হো-হোকৈ হাঁহি দিলে আৰু আমাৰ পিনে অৰ্থপূৰ্ণ দৃষ্টিৰে চালে। এইবাৰ আমি কথাটো উপেক্ষা কৰিব নোৱাৰিলোঁ; কাৰণ, তেওঁলোকৰ হাঁহিৰ উপলক্ষ্য আমিয়েই। ইদাৰ খুব খং উঠি গ'ল। তাই মোক ক'লে, "তেওঁলোকে আমাক লৈয়েই হাঁহিছে। ·····তুমি তেওঁলোকৰ ওচৰত প্ৰতিবাদ জনোৱা উচিত।" কিন্তু ঠিক সেই মুহূৰ্ত্ততে এটা ঘণ্টা বাজি উঠিল। আৰু সকলোবোৰ মানুহ বহাৰপৰা উঠিল, সিংহকেইটা তলমূৰ কৰি গঁৰালৰ ভিতৰত সোমাই পৰিল। খেলাৰ প্ৰথম অংশটো শেষ হ'ল।

আমি যেতিয়া তম্বুৰ বাহিৰলৈ ওলাই আহিলোঁ, তেতিয়া আমাৰ আগে আগে সেই মানুহ হালকো গৈ থকা দেখা পালোঁ। ইদাই আকৌ এবাৰ মোক ক'লে: "তুমি তেওঁলোকৰ ওচৰত প্ৰতিবাদ জনোৱা উচিত··· আৰু তুমি যদি প্ৰতিবাদ নকৰা, তেনে তুমি কাপুৰুষ।" মোৰ গা উঠি গ'ল; এসেকা দিবলৈকে থিৰাং কৰিলোঁ। বিৰাট তম্বুটোৰ বাহিৰতে এডোখৰ ছাঁ পৰি থকা ঠাই আছিল। সেই ঠাইডোখৰতে বেলেগে পইচা দিলে চাৰ্কাচৰ চিৰিয়াখানাটো চাবলৈ দিয়াৰ ব্যৱস্থা আছিল। চিৰিয়াখানাত এপিনে শাৰী পাতি থোৱা গঁৰাল কিছুমানত হিংস্ৰ জন্তুবোৰ আছিল; আনপিনে খেৰ পাৰি থোৱা এখন মজিয়াত জেব্ৰা, হাতী, ঘোঁৰা, কুকুৰ প্ৰভৃতি পোহনীয়া জন্তুবোৰ আছিল। ছাঁ পৰি থকা ঠাইডোখৰ তেতিয়া প্ৰায় আন্ধাৰ হৈ আছিল। ভিতৰলৈ সোমাই আহি দেখিলোঁ, মানুহহালে ভালুকৰ গঁৰালৰ ওচৰত থিয় দি ভালুক চাই আছে। মানুহজনীয়ে পিঠি দি থকা ভালুকটোৰ ওচৰলৈ গৈ চাব খুজিছে আৰু মানুহজনে তেওঁক হাতত ধৰি সিমান ওচৰলৈ নেযাবলৈ কৈছে। মই পোনচাটেই মানুহজনৰ ওচৰ পালোঁগৈ আৰু খুব দৃঢ় কণ্ঠস্বৰেৰে প্ৰশ্ন কৰিলোঁ "হেৰি, আপুনি আমাৰ পিনে চাই কিয় তেনেকৈ হাঁহিছিল?"

মানুহজনে অকণমান ঘূৰি লৈ দ্বিধাহীন কণ্ঠেৰে ক'লে: "নহয়, আমি এটা ভেকুলীৰ কাণ্ড-কাৰখানা দেখিহে হাঁহিছিলোঁ। কি চাবা তাৰ কোব? যেন ষাঁড় গৰু এটাহে!"

"ভেকুলী? তাৰ মানে মোৰ কথা কৈছে?"

"ভাবিছা যদি, হয় আৰু।"

ইদাই মোক পিচপিনৰপৰা হেঁচুকি দিলে। মই মোৰ কণ্ঠস্বৰটো

উচ্চতৰ কৰি ক'লোঁ: "তুমি নিজে কি বুলি ভাবিছা? তুমি এটা মূৰ্খ, এটা আপচু···।"

মানুহজনে অতি নিষ্ঠুৰ ভঙ্গীত ক'লে, "বাঃ! ভেকুলীয়ে টোৰটোৰাবলৈ আৰম্ভ কৰিছে দেখিছোঁ।"

মানুহজনীয়ে হাঁহি সামৰিব নোৱাৰিলে। ইদাই ফেটীসাপটোৰ দৰে ফোচফোচাই উঠিল: "হাঁহিবলৈ কিটো হৈছে? ···· হাঁহিবলৈ আৰম্ভ কৰাতকৈ তুমি বৰং মোৰ স্বামীৰ গাত গা ঘঁহোৱা কামটো বাদ দিয়া। ·· তুমি ভাবিছা, মই দেখা পোৱা, নাই······ তুমি অথনিৰেপৰা তেওঁৰ গাত গা ঘঁহাই আছা, মই লক্ষ্য কৰি আছোঁ।"

মই স্তম্ভিত হৈ গ'লোঁ; কাৰণ, মই লক্ষ্যই কৰা নাছিলোঁ। খুব সম্ভৱ, মোৰ ওচৰত বহি থাকোঁতে হয়তো তেওঁৰ কিলাকুটিটো কেনেবাকৈ মোৰ গাত লাগিছিল।

মানুহজনীয়ে খঙৰ সুৰত ক'লে: "হেৰা আইটি! তোমাৰ মগজুৰ কোনো গণ্ডগোল নাইতো?"

"কোনো গণ্ডগোল নাই। মোৰ মগজু ঠিকেই আছে। মই নিজ চকুৰে দেখিছোঁ, তুমি গা ঘঁহাই আছিলা।"

"হেৰা আইটি! মোৰনো কি গৰজটো পৰিছে, তোমাৰ গিৰিয়েৰাৰ নিচিনা পুঠি মাছৰ পোনাটোৰ লগত গা ঘঁহাবলৈ? কাৰোবাৰ গাত যদি গা ঘঁহাবই লাগে, তেন্তে খাটি মানুহৰ গাত গা ঘঁহাম। ···চাবা নেকি খাটি মানুহ কাক কয়? এইজন চোৱা।" এইবুলি তেওঁ তেওঁৰ সঙ্গী পুৰুষগৰাকীৰ বাহু দুটা এনেকৈ দাঙি ধৰিলে, যেন বজাৰৰ কচায়ে পহুৰ পীৰা এটাহে দাঙি দেখুৱাইছে। "মই গা ঘঁহাবলৈ হ'লে এনেকুৱা গাতহে গা ঘঁহাম······চোৱা, মাংসপেশীবোৰ চোৱা··· · কি মজবুত মাংসপেশী!"

মানুহজনে এইবাৰ মোৰ পিনে টেলেকাকৈ চাই ক'লে: "হৈছে, হৈছে ··· যোৱা, তুমি তোমাৰ ৰাস্তা ধৰাঁ ··· হৈছে হৈছে ··· যোৱা তুমি তোমাৰ ৰাস্তা ধৰাঁ ··· নহ'লে কিন্তু কথা বিষম হ'ব"।

"ইস্। বৰ বাহাদুৰী দেখুৱাবলৈ আহিছা?" এই বুলি খুব ডাঙৰকৈ কৈ, তেওঁৰ পিনে চোঁচা ল'লোঁ আৰু তেওঁৰ ওচৰত বেঙা মেলি থিয় দিলোঁ।

তাৰ পিচত যিটো কাণ্ড ঘটিল, জীয়াই থাকোঁ মানে নেপাহৰোঁ। তেওঁ কোনো উচ্চবাচ্য নকৰিলে: কেৱল মোৰ বাহু দুটা খামোচ মাৰি ধৰিলে আৰু শূন্যৰ ওপৰলৈ তুলি ল'লে। মই আগতেই কৈছোঁ, গঁৰালবিলাকৰ



মুখামুখিকৈ থকা, খেৰ পাৰি থোৱা ঠাইডোখৰতে কিছুমান ঘৰচীয়া জন্তু আছিল। আমাৰ পিচপিনে কেইটামান হাতী আছিল—এটা মখনা, এজনী মাখুন্দী আৰু এটা পোৱালি। পোৱালিটো বাকীকেইটাতকৈ চাপৰ যদিও ঘোঁৰা এটাতকৈ ওখ আছিল। অলপ আন্ধাৰ হৈ থকা ঠাইডোখৰতে সিহঁত জিৰাইছিল। সিহঁতৰ বিৰাট শুৰকেইডাল আৰু ঢপলা-ঢপল কাণবোৰ ওলমি আছিল। এই গুণ্ডা প্ৰকৃতিৰ মানুহজনে মোক একে কোবে দাঙি লৈ, পোৱালি হাতীটোৰ পিঠিত থেকেচা মাৰি বহুৱাই দিলে। হাতী-পোৱালিটোৱে চাগৈ চাৰ্কাচৰ ঘেৰটোলৈ যাবৰ সময় হ'ল বুলি ভাবিলে। গতিকে সি গৰাঁলবোৰৰ আগে আগে দৌৰিবলৈ লাগি গ'ল। মানুহবোৰ ফিৰিঙতি ভগা দি ভাগি পৰিল। পাচে পাচে চিঞৰত গগন ফালোঁ যেন কৰি ইদা। মই হাতীটোৰ কাণ দুখন খামোচ মাৰি ধৰিব খুজিলোঁ। কিন্তু নোৱাৰিলোঁ। টুলুপকৈ এবাৰ বাগৰি পৰিলোঁ। তাৰ পিচত আৰু কি ঘটিল, মই ক'ব নোৱাৰোঁ। মই মূৰ্চ্ছা গ'লোঁ। চকু মেল খালত দেখিলোঁ, মই এটা প্ৰাথমিক চিকিৎসা কেন্দ্ৰত পৰি আছোঁ আৰু মোৰ ওচৰতে ইদা বহি আছে। মোৰ হাতখন তাইৰ হাতৰ মুঠিত। আমাৰ আৰু খেলৰ দ্বিতীয় অংশটো চোৱা নহ'ল।

পিচদিনা ইদাক মই ক'লোঁ "তোমাৰ দোষতে এনে হ'ল ··· তুমিহে মোৰ মগজুত যত ৰকমৰ অদ্ভুত কথা ভৰাই দিছা, যেন মই কি নোৱাৰোঁ। ·· কিন্তু সেই মানুহজনীয়ে ঠিকেই কৈছিল: মই কেৱল এটা পুঠি মাছৰ পোনা আৰু আন একোৱেই নহওঁ।"

কিন্তু, ইদাই মোৰ হাতখন নিজৰ হাতৰ মাজত লৈ অপলক নেত্ৰে মোৰ মুখলৈ চাই ৰ'ল আৰু ক'লে, "তোমাক খুব সুন্দৰ দেখাইছিল। আচলতে সেই মানুহটোৱে খুব ভয় খাইছিল আৰু ভয়ত কাণ্ডজ্ঞান হেৰুৱাইহে তোমাক হাতীৰ পিঠিত তুলি দিছিল ··· আৰু কি জানা, তুমি যেতিয়া হাতীৰ পিঠিত উঠিছিলা, তোমাক তেতিয়া খুব ধুনীয়া যেন লাগিছিল ·· হঠাৎ খহি নপৰা হ'লে"···

গতিকে, কৰিবলৈ একোৱেই নেথাকিল। তাইৰ চকুত মই এটা আৰু আনবোৰ মানুহৰ চকুত আন এটা। কিন্তু তুমি বাৰু ক'ব পাৰিবানে, মাইকী মানুহে যাক ভাল পায়, তাৰ গাত কি দেখা পায়?

# চীন

## য়ে চুন-চিয়েন

এওঁৰ সাহিত্যিক-জীৱন আৰম্ভ হয় চীন-জাপান যুদ্ধৰ সময়ৰেপৰা। এওঁৰ কেইবাটাও চুটিগল্প ১৯৪৫ চনতে ইংৰাজীলৈ অনূদিত হয়। পিচলৈ, এওঁ পিকিঙৰপৰা প্ৰকাশিত 'চৈনিক সাহিত্য' নামৰ আলোচনীখনৰ সহ-সম্পাদক হৈছিল। 'সাংস্কৃতিক বিপ্লৱ'ৰ পিচৰ পৰা এওঁৰ নাম শুনিবলৈ পোৱা নেযায়।

## খুৰাদেউৰ গৰু/য়ে চুন-চিয়েন

ইয়াংচি নদীৰ পাৰত মধ্য-চীনত তাহানিখন মই মোৰ খুৰাদেউৰ হালৰ গৰুটোৰ লগত কিমান যে ধেমালি কৰি কটাইছিলোঁ, আজিও মনত পৰে সেই কথা। গৰুটো আছিল অতি শান্ত আৰু ভীষণ পৰিশ্ৰমী। ঠিক গাঁৱৰ খেতিয়কৰ ঘৰৰ ছোৱালীবোৰৰ নিচিনা। পাৰ্থক্য কেৱল এইখিনিতেই যে, সি ছোৱালীবোৰৰ দৰে চেলচেলীয়া নাছিল। সি যেতিয়া খুব ক্লান্ত হৈ পৰে, তেতিয়া সি তাৰ মূৰটো মাটিৰ পিনে ওলমি থাকিবলৈ দিয়ে, লাহে লাহে মুখৰ ঘাঁহ পাগুলিবলৈ লয় আৰু তাৰ ডবহা ওঁঠ দুখন ফেনেৰে উপচি পৰে। তথাপি নাঙলৰ যুঁৱলিখন টানিবৰ সময়ত সি কেতিয়াও আপত্তি নকৰিছিল। মাজে মাজে কেৱল ডিঙিটো ঘূৰাই তাৰ শান্ত চকুহালেৰে খুৰাদেউৰ মুখৰ পিনে ঘন ঘনকৈ চায়। খুৰাদেৱে নাঙলৰ মুঠিটো ধৰি থিয় দি থাকে। তেওঁ আছিল নাম কৰা খেতিয়ক। গতিকে, তাৰ সেই চাৱনিটোৰ মানে বুজি পাবলৈ তেওঁৰ বেছি পৰ নেলাগে। যুঁৱলিখনৰ জোট-জৰীডাল খুলি গৰুটো মুকলি কৰি মোৰ হাতত দি কয়ঃ "যা, ইয়াক লৈ অলপ ধেমালি কৰি আহগৈ।"

তাৰ পিচত তেওঁ জেপৰপৰা দেখিবলৈ ড্ৰেগনৰ নিচিনা গুৰি-বাঁহৰ অদ্ভুত দীঘল আৰু লাহী চুঙা এটা উলিয়াই চুৰট খাবৰ কাৰণে পথাৰৰ ওচৰতে থকা এটা পাথৰৰ ওপৰত বহেগৈ।

প্ৰথমতে মই তাক নৈ-ঘাটলৈ লৈ যাওঁ। ঘাটৰ পাৰত বৈ সি প্ৰায় দহ মিনিটমান ধৰি হেপাহ পলুৱাই পানী খায়। পানীৰপৰা মুখখন তুলি অনাৰ লগে লগে, তাৰ দুয়ো কোঁৰাৰিয়েদি বৈ অহা পানীৰ টোপালবোৰ নদীৰ বুকুৰ ওপৰত সৰি সৰি পৰে। পানীৰ টোপাল সৰা সেই টুং-টাং শব্দবোৰ শুনিবলৈ খুব ধুনীয়া লাগে, যেন দূৰৰপৰা ভাহি অহা মালবাহী ঘোঁৰাৰ ডিঙিৰ ঘণ্টাৰহে শব্দ সেইবোৰ! নদীখনৰ সিপাৰে এলানি সেউজীয়া পাহাৰ আৰু ঘাঁহনি

আছে। খুৰাদেউৰ গৰুটোৱে তাৰ ডাঙৰ ডাঙৰ চকুকেইটা মেলি সেই পাহাৰ আৰু ঘাঁহনিৰ পিনে একমনে চাই থাকে।

তিনি হেজাৰ মাইল জোৰা এই ইয়াংচি নদীখন বৈ আহোঁতে, উখহি উখহি আমাৰ এই মধ্য-চীন উপত্যকাত ইমান বেছি বহল হৈ পৰিছেহি যে, এইটো পাৰত থিয় হ'লে সিটো পাৰত থকা সেউজীয়া ঘাঁহনি আৰু পাহাৰ একেবাৰেই মণিব নোৱাৰি। সিপাৰে সেইখন যেন এখন অস্পষ্ট, ধূৰঁলি-কুঁৱলী যাদুৰ দেশ। মাজে মাজে ধাৰণা হয়, সেই মায়াবী দেশখনৰ প্ৰতি গৰুটোৰ কিবা এক অদ্ভুত তৃষ্ণা, কিবা এক ৰহস্যময় অনুভূতি গভীৰ হৈ আছে। একোবাৰ এনেয়ে সেইপিনে চাই লৈ সি গম্ভীৰ মাতেৰে মাতিবলৈ আৰম্ভ কৰি দিয়ে।

খুৰাদেউ তেতিয়া তাৰ ওচৰলৈ উঠি আহে। আৰু, তাক বাধা দি কয়: "বলিয়ালিখন নকৰিবিচোন! সিপাৰত গৰু-ঘোঁৰা একো নাই।" তাৰ পিচত, তাৰ পিছল পিঠিখনত মৰম-মিহলি চাপৰ এটা মাৰি কয়: "ইমান সৰু কথাতে উত্তেজিত নহ'বিচোন। তই দেখিছোঁ, ভীষণ ভাৱপ্ৰৱণ ছোৱালীৰ নিচিনা। তোৰ দৰে ভাৱপ্ৰৱণ ছোৱালীও দেখা নাই।"

খুৰাদেৱে তাক আকৌ যুঁৱলিখনত জুৰি দিয়ে। লগে লগে সি কাৰো অনুৰোধলৈ নোচোৱাকৈয়ে ধীৰ শান্তভাৱে হালখন টানি নিয়ে। সেই কোনোবাকালৰে পুৱণি মাটিৰ ওপৰত সিৰলুৰ সাঁচ বহি যাবলৈ ধৰে।

খুৰাদেউ আছিল পাকৈত খেতিয়ক। তেওঁ জন্তুৰ স্বভাৱ যেনেকৈ চিনি পাইছিল মাটিৰ গুণো চিনি পাইছিল তেনেকৈ। জাৰকালি শেষ হোৱাৰ পিচতে তেওঁ পথাৰৰপৰা এমুঠি মাটি বুটলি আনে; মাটিখিনি হাতৰ তলুৱাত লৈ আনখন হাতৰ বুঢ়া আঙুলিৰে পিটিকি পিটিকি গুৰি কৰি নাকৰ ওচৰলৈ আনি ভালকৈ শুঙি চায়। শুঙি চায়েই তেওঁ কৈ দিব পাৰে, সেই পথাৰত নতুন প্ৰাণ সঞ্চাৰিত হৈছে নে নাই, এইবাৰ সেই মাটিডৰাত কঠীয়া সিঁচি লাভ হ'ব নে নহয়! কঠীয়া সিঁচাৰ পিচত পানীৰ তলত থকা মাটিৰ ৰংটো দেখিয়েই কৈ দিব পাৰে, সেই মাটিত আৰু কিবা সাৰ-জাবৰ লাগিব নেকি, লাগে যদি কেনেকুৱা সাৰ লাগিব! তেওঁ হয়তো ক'ব: "ওঁ-হো, গাহৰিৰ লাদ বৰ বেছি চোকা হ'ব। দুভাগ পানীত এভাগ গৰুৰ গোবৰ মিহলাই দিলেই বঢ়িয়া হ'ব।" এইবোৰ কথাত তেওঁৰ কোনোদিনেই ভুল হোৱা নাই।

কিন্তু, মোৰ খুৰাদেউৰ নিজৰ বুলিবলৈ এচমকা মাটিও নাছিল। মোৰ ককাদেউতাও খেতিয়কেই আছিল। তেৰোঁ মোৰ খুৰাদেউৰ দৰেই পৰিশ্ৰমী আছিল। তেৰোঁ মাটি চিনি পাইছিল আৰু হালৰ গৰুটোৰ মন বুজিছিল।



কিন্তু, তেওঁ মৰিবৰ সময়ত ডাল-টোকোনা হৈয়েই মৰিল। তেওঁ যিজন জমিদাৰৰ মাটিত খেতি কৰিছিল, সেই জমিদাৰজনক শইচৰ তিনিভাগৰ দুভাগ খাজানা দিওঁতেই গৈছিল। মৰাৰ পিচত তেওঁ যিটো জুপুৰীঘৰ এৰি থৈ গৈছিল, সেইটো জমিদাৰৰ ওচৰত বিক্ৰি কৰিলতহে তেওঁৰ মৃতদেহটো ভৰাবৰ কাৰণে কফিন এটা কিনিব পৰা হৈছিল। মাজে মাজে ভাবোঁ, তেওঁ ইমান সৎ আৰু পৰিশ্ৰমী খেতিয়ক হোৱা সত্ত্বেও একোৰেই সাঁচি থৈ যাব নোৱাৰাৰ কাৰণটো বাৰু কি? কথাষাৰ আজিও মোৰ সাঁথৰ হৈয়েই ৰৈ গ'ল। গতিকে, মোৰ খুৰাদেৱে দহ বছৰ বয়সৰপৰাই প্ৰথমতে গৰু চৰাই, পিচত ভেৰোনীয়া খেতিয়ক হৈ পেটৰ ভাতমুঠি মোকোলাব লগীয়াত পৰিছিল; পঁচিশ বছৰ ধৰি হাড়ক মাটি তেজক পানী কৰি খটাৰ পিচত যিখিনি ধন গোটাব পাৰিছিল, তাৰে তেওঁ এদিন এটা দমৰা গৰু কিনি আনিলে। মাকে যিদৰে কেঁচুৱাৰ আদৰ-যত্ন লয়, তেৰোঁ সেইদৰে পোৱালিটোৰ আদৰ-যত্ন লৈছিল। প্ৰত্যেক দিনেই ৰাতিপুৱা দমৰাটো টোপনিৰপৰা উঠাৰ লগে লগেই তেওঁ নিজেও টোপনিৰপৰা উঠিছিল। তাৰ পিচত, তাৰ লগতেই একেলগে একেটা মূধচৰ তলতেই প্ৰতিটো ৰাতি কটাই দিছিল। তেওঁৰ চকুৰ আগতে সি নতুন মেদ, নতুন মাংস আৰু কঠিনতৰ অস্থি সংগ্ৰহ কৰি লাহে লাহে বাঢ়ি উঠিছে। ধীৰে ধীৰে সি তাৰ মসৃণ দেহ, নম্ৰ স্বভাৱ আৰু লাজকুৰীয়া প্ৰকৃতিৰে সৈতে বিকশিত হৈ এতিয়াৰ এই আকৃতিটো লাভ কৰিছে।

গতিকে, এতিয়া তেওঁ অন্ততঃ এটা সম্পত্তিৰ গৰাকী। তেওঁৰ এটা গৰু আছে, যাৰ সহায়ত তেওঁ কমেও দহ বিঘা মাটি চহাব পাৰে। যিহেতু কঠোৰ পৰিশ্ৰমৰ ফলত খেতিয়ক শ্ৰেণীৰ মানুহ সোনকালে বুঢ়া হয়, সেইবাবে তেওঁ যদিও প্ৰায় আদ-বয়সৰ পিনে দ্ৰুত গতিৰে আগবাঢ়ি গৈছে, আনকি অলপ অচৰপ বুঢ়া হৈয়েই আহিছে, তথাপি তেওঁ এতিয়ালৈকে এগৰাকী গৃহিণী সংগ্ৰহ কৰিব পৰা নাই।

মাজে মাজে তেওঁ নিজকে নিজে কয়: "দুখ কৰি কি লাভ? গৰুটো আছে যেতিয়া এদিন নহয় এদিন মানুহ এজনীও আনিব পাৰিম।"

তাৰ পিচত, তেওঁৰ চকুত সপোনৰ দৰে ভাহি উঠে এখন সৰু সংসাৰ। সেই সৰু ঘৰখনত আছে এজনী লখিমী গৃহিণী, যি তেওঁক এমুঠি ভাত ৰান্ধি দিয়ে, যি তেওঁৰ লগত একেখন পাটিতে শুবলৈ যায়! মাজে মাজে হয়তো জমিদাৰৰ গালি-গালাজ শুনি অথবা তহচিলদাৰৰ চৰ-ভুকু খাই চকুপানী টুকিছে, আৰু সেই মানুহজনীয়ে তাইৰ দৰদী হাতেৰে তেওঁৰ চকুপানী মচি দিছে! তাৰ

পিচত, তেওঁ সপোন দেখিলে এটা নোদোকা ল'ৰাৰ। সেই ল'ৰাটোৱেই তেওঁৰ বংশ ৰক্ষা কৰিব, তেওঁ মৰাৰ পিচত তেওঁ এৰি থৈ যোৱা খেতি-বাতিৰ কাম চলাই থাকিব! আকৌ এবাৰ তেওঁ নিজকে নিজে ক'লে: "কিন্তু, সামান্য এটা দমৰা গৰু কিনিবৰ কাৰণে সিও যদি পঁচিশ বছৰ ধৰি কপালৰ ঘাম মাটিত পেলাই পৰিশ্ৰম কৰিবলগীয়া হয়! তাৰ পিচত, এজনী বোৱাৰী আনিবৰ কাৰণে আৰু কুৰিটা বছৰ ....." তেওঁৰ মূৰটো ঘূৰাই গ'ল। তেওঁৰ ধাৰণা হ'ল, সেই ল'ৰাটোৰ কপালতো কেৱল হাড় ভঙা খাটনিহে আছে—আন একো নাই।

তেওঁ তেওঁৰ সপোনক বাস্তৱলৈ ৰূপায়িত কৰিবলৈ চেষ্টা কৰোঁতেই দক্ষিণ চীনত জাতীয়তাবাদী দল আৰু শ্ৰমিকসকলে বিপ্লৱ আৰম্ভ কৰি দিলে। সেই বিপ্লৱ মধ্য চীনলৈ বৈ আহিল এজাক ধুমুহা-বতাহৰ দৰে। জমিদাৰ আৰু তহচিলদাৰৰ দল সেই ধুমুহাৰ আগত পৰি চিৰকাললৈ বিলুপ্ত হৈ গ'ল। লগে লগে গাঁওবোৰত এক নতুন শক্তিৰ আবিৰ্ভাৱ ঘটিল।

বিপ্লৱী বাহিনীৰপৰা এজন ডেকাই আহি গাঁৱৰ মাজৰ মুকলি ঠাই-ডোখৰত থিয় হৈ খেতিয়কসকলক সম্ভাষণ জনাই ক'লে: "আপোনালোকে নিশ্চয় এই অন্যায় খাজানা দিবলৈ প্ৰস্তুত নহয়? আপোনালোকে নিশ্চয় এই জমিদাৰবিলাকক নিবিচাৰে?"

এই ধৰণৰ প্ৰশ্ন তেওঁলোকে কোনো কাহানিয়েই শুনা নাছিল। গতিকে, কোনোৱেই সেই প্ৰশ্নৰ সঁহাৰি নিদিলে। তেওঁলোকক মনে মনে থকা দেখি ডেকাজনে ক'লে: "বঢ়িয়া কথা। শুনক তেনেহ'লে, এতিয়াৰপৰা আপোনা-লোকে সেইবোৰ অত্যাচাৰ সহিব নেলাগে।"

মোৰ খুৰাদেৱে মূৰ জুপিয়াই নিজকে নিজে ক'লে: "কথাষাৰ বেয়া নহয়, ভালেই।"

ডেকাজনে কৈ যাবলৈ ধৰিলে: "আপোনালোকে এতিয়া কৃষক সংঘ গঠন কৰি লওক। কাৰণ, কৃষক সংঘৰ জৰিয়তেই আপোনালোকে নিজক ৰক্ষা কৰিব পাৰিব।"

খুৰাদেৱে আপোনমনে কৈ উঠিল: "নহ'লেও হ'ব সেইবোৰ। সময় পাওঁ ক'ত সেইবোৰ কৰিবলৈ? খেতি-পথাৰ চন্ পেলাই থ'লে, গৰুটোক লঘোণে ৰাখিলে, চলিম কেনেকৈ?" তাৰ পিচত, গৰুটোৰ পিনে চাই ক'লে: "মই ভুল কৈছোঁ নেকি? তোৰ কি মত? ব'ল, তয়ে ময়ে পথাৰৰপৰাই পাক এটা মাৰি আহোঁগৈ।"



এইবুলি কৈয়েই তেওঁ গৰুটো লৈ পথাৰৰ পিনে পোনাই দিলে।

সংঘৰ কাম কৰিবলৈ সময় থাকক-নেথাকক, তেওঁকো এজন সভ্য নিৰ্বাচিত কৰা হ'ল। প্ৰত্যেক সপ্তাহতে এদিনকৈ তেওঁ সংঘৰ সাধাৰণ সভাত উপস্থিত থাকিবলগীয়া হ'ল; সেইদিনা আবেলি চহৰলৈ গৈ কুচকাৱাজ শিকিব লাগে আৰু ডেকা বিপ্লৱীবোৰৰ বক্তৃতা শুনিব লাগে।

এই কামবোৰ কৰি তেওঁ কেৱল আমনি পায়। মাজে মাজে ধাৰণা হয়, মাথোন সময়ৰ অপচয় হৈছে। তথাপি, জমিদাৰবোৰ পলাই ফাঁট মাৰিলে। আৰু, তহচিলদাৰ কেইটামান গুলী খাই মৰিল। গাঁৱৰ মানুহবোৰে অলপ স্বস্তিৰ নিশ্বাস পেলালে। সেইবাবে, মোৰ খুৰাদেৱে এই নতুন আন্দোলনটোৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ টান পালে। মনে মনে ভাবিলে: "ঠিক আছে, যেতিয়ালৈকে মই মোৰ গৰুটো লৈ খেতি-বাতি কৰি থাকিব পাৰোঁ ..."

কিন্তু কিছুদিনৰ পিচতে চহৰৰপৰা নানা ধৰণৰ ওলোটা-ওভোতা খবৰ আহিবলৈ ধৰিলে। খুৰাদেউ মহা বিপাঙত পৰিল—কাৰণ, তেওঁ ৰাজনীতিৰ মেৰপাক কোনোদিনেই বুজি পোৱা নাছিল। খবৰ আহিল, বিপ্লৱী বাহিনীৰ মাজত দুটা দল হৈছে; নতুন চৰকাৰে হেনো ডেকা চামৰ বহুতকেই দলৰপৰা বহিষ্কাৰ কৰিছে; আৰু হেনো নতুন আৰু পুৰণি দলৰ মাজত দস্তুৰমতে সংঘৰ্ষ আৰম্ভ হৈছে। কেইদিনমানৰ পিচতে খেতিয়কসকলক বন্দুক সৰবৰাহ কৰা হ'ল; আৰু তেওঁলোকৰ সংঘৰ নতুন নাম এটা ৰখা হ'ল: 'আত্মৰক্ষী বাহিনী'। গোটেই গাওঁখনেই এটা বিৰাট পৰিয়ালত পৰিণত হ'ল। মাটিৰ ওপৰত সেই পৰিয়ালৰ সকলোৰে সমান অধিকাৰ। গতিকে, সকলোৰে একগোট হৈ খেতি কৰাৰ সিদ্ধান্ত লোৱা হ'ল। গাঁৱৰ নাপিত হ'ল তেওঁলোকৰ সভাপতি। আৰু দুজন ডেকা বিপ্লৱী হ'ল তেওঁলোকৰ উপদেষ্টা।

নাপিতে এদিন গাঁৱৰ ৰাজহুৱা চোতালত থিয় হৈ উত্তেজিত কণ্ঠেৰে ঘোষণা কৰিলে: "গাঁৱৰ সকলোবোৰ মাটি-বাৰী এতিয়াৰেপৰা উমৈহতীয়া সম্পত্তি।" সকলোবোৰ মানুহ অবাক হৈ গ'ল। কাৰণ, ইয়াৰ আগতে নাপিতে কোনোদিনেই ইমান প্ৰকাশ্যভাৱে ইমান গৰম কথা ক'বলৈ সাহস কৰা নাছিল। সি ইমান বেছি দুখীয়া আছিল যে, মূৰটো গুজিবৰ কাৰণে আনকি গোহালি-ঘৰ এটাও তাৰ নাছিল। আৰু এতিয়া সেই নাপিতটোৱেই কৈছে: "গাঁৱৰ আটাইবোৰ বস্তু আমাৰ সকলোৰে উমৈহতীয়া বস্তু।"

মোৰ খুৰাদেৱে কথাষাৰ শুনি আপত্তি কৰিলে। তেওঁ তেতিয়ালৈকে গমেই পোৱা নাছিল, নাপিতটো যে আত্মৰক্ষী বাহিনীৰ সভাপতি হৈছে। তেওঁ

হাঁহি হাঁহি ক'লে: "হেৰা নাপিত বন্ধু, কথা এটা শুনি থোৱা—মোৰ গৰুটো কিন্তু তোমালোকৰ নহয় দেই। মই তাক বহুত কষ্ট কৰি ডাঙৰ-দীঘল কৰিছোঁ।"

খুৰাদেউৰ কথালৈ কোনেও কাণ নিদিলে। কাৰণ, ঠিক সেই সময়তে ওচৰৰ পাহাৰখনৰপৰা বন্দুকৰ গুলীৰ শব্দ শুনিবলৈ পোৱা গ'ল।

এজন ডেকা বিপ্লৱীয়ে বক্তৃতা দিবলৈ ধৰিলে: "ৰাইজ, আমাক ধ্বংস কৰিবৰ বাবে প্ৰাচীনপন্থী দলৰ সৈন্য-বাহিনী আগুৱাই আহিছে। এতিয়া আমি নিজৰ প্ৰাণ ৰক্ষা কৰিবৰ কাৰণে সিহঁতৰ লগত তুমুল যুদ্ধ চলাব লাগিব।"

লগে লগে সকলো মানুহ উত্তেজিত হৈ পাহাৰৰ অভিমুখে দৌৰিবলৈ ধৰিলে। সকলোৰে আগত সেই সভাপতি নাপিত। মোৰ খুৰাদেউ অবাক লাগি গাঁৱৰ ৰাজহুৱা চোতালতে থিয় হৈ থাকিল। তেওঁ একো বুজিব নোৱাৰিলে, ঘটনাটোনো কি হৈছে! গাওঁখন দেখোন সেই তাহানিকালৰ দৰে একেদৰেই আছে। সেই একে ক'লা-ক'লা টাইলৰ মূধচ। মাজে মাজে দুই এটা খেৰৰ জুপুৰী। সেই একে শাৰী শাৰী দেৱদাৰু গছ। সেই একে ইটো ঘৰৰপৰা সিটো ঘৰলৈ যাব পৰা পকী ৰাস্তা। ক'তা, একোৰেইতো একো সাল-সলনি হোৱা নাই; জন্মৰ দিনাখনৰেপৰা যেনেকুৱা দেখি আহিছে, তেনেকুৱা হৈয়েই আছে। অৱশ্যে, মানুহবোৰ কিছু সলনি হৈছে। নাপিত আৰু তাৰ নিচিনা আন কিছুমান মানুহৰ খং উঠিছে। নিজকে নিজে তেওঁ প্ৰশ্ন কৰিলে—এইটো কেনেকৈ সম্ভৱপৰ হ'ল? কিন্তু, সেই প্ৰশ্নৰ কোনো উত্তৰ বিচাৰি নেপালে। অশান্ত, চঞ্চল হৃদয়েৰে তেওঁ তেওঁৰ গৰুটো লগত লৈ গাঁৱৰ আনটো মূৰৰ নিৰাপদ ঠাইৰ পিনে খোজ ল'লে।

প্ৰায় দুঘণ্টা জুৰি গুলীয়াগুলী চলি থাকিল। তাৰ পিচত, চাৰিওপিনে নিস্তব্ধতা। গাঁৱৰ মানুহবোৰ নীৰৱে উভতি আহিল। উপদেষ্টা দুজন অদৃশ্য হৈ গ'ল। নাপিত বন্ধুও উভতি নাহিল। কাৰোৱেই যেন কথা ক'বলৈ সময়েই নাই। মোৰ খুৰাদেৱে নিজকে অতি অকলশৰীয়া অনুভৱ কৰিলে। গৰুটো লগত লৈ তেওঁ পথাৰৰ পিনে যাবলৈ ধৰিলে। তেওঁৰ মন গৈছিল, কঠীয়াতলী ডোখৰ কেনেকুৱা হৈছে, এবাৰ চাই আহিবৰ। তালৈ গৈ দেখিলে, নাপিতৰ মৰা-শ'টো মাটিত পৰি আছে। বন্দুকৰ গুলীয়ে তাৰ গা'টো থকা-সৰকা কৰি থৈছে। তেওঁৰ নিজৰ মাটিত কোনোদিন এইদৰে এজন মানুহক মৰি থকা দেখা নাই। তেজৰ টোপাল পৰি মাটিখিনিৰ ৰংটো যেন সলনি হৈ গৈছে। খুৰাদেউৰ ধাৰণা হ'ল, এই মাটিত গজি উঠা ধানখিনিতো যেন তেজৰ প্ৰভাৱ



পৰিব। তেওঁ নিজকে এবাৰ কৈ উঠিল: "এই মাটিৰ চাউল মই খাম কেনেকৈ? সেই চাউলত যে মোৰ নাপিত বন্ধুৰ বুকুৰ তেজ মিহলি হৈ থাকিব!"

তাৰ পিচত, তেওঁ অপলক চকুৰে এবাৰ গৰুটোৰ মুখলৈ চালে। গৰুটোৱে তাৰ বুৰ্বক চকুহাল মেলি তেওঁৰ পিনে চাই ৰ'ল। বহুত পৰলৈকে উভয়ে উভয়ৰ মুখলৈ চাই থাকিল। অৱশেষত, খুৰাদেৱে হুক্-হুক্‌কৈ কান্দি পেলালে। কিয় কান্দিলে, তেওঁ নিজেই ক'ব নোৱাৰিলে। জীৱনত তেওঁ ইয়াৰ আগেয়ে এদিনো কান্দি পোৱা নাই। আনকি, ককাদেউতা মৰিবৰ দিনাখনো তেওঁ কন্দা নাছিল।

গাঁৱলৈ উভতি আহি দেখিলে, সৈন্য বাহিনীয়ে গাওঁখন দখল কৰি যথেষ্ট উৎপাত কৰি থৈ গৈছে। সৈন্য বাহিনীৰ সেনাপতিয়ে হুকুম দিছিল: "এই গাওঁখন ডকাইতৰ আড্ডা। এই গাঁৱৰ প্ৰতিটো ঘৰতে জুই লগাই দে।" সেনাপতিৰ হুকুম শুনাৰ লগে লগে, সৈন্যবোৰে খেৰৰ জুপুৰীবোৰত জুই লগাই দিছিল। তাৰ পিচত, সিহঁত ওচৰৰ গাওঁখনৰ অভিমুখে ৰাওনা হ'ল। গতিকে, আটাইবোৰ ঘৰ পুৰি ছাই নহ'ল। খুৰাদেউৰ ঘৰটোৰ এখন চালৰ আধাডোখৰ পুৰিল। কেইদিনমানৰ ভিতৰতে তেওঁ সেই চালখন আকৌ মেৰামতি কৰি ল'লে। খেৰ-বাঁহ যোগাৰ কৰি চালখন চাওঁতে তিনিদিন লাগিল। এই তিনিদিন তেওঁ গৰুটো ওচৰৰ ঘাঁহ-বন নথকা পাহাৰটোত চৰি ফুৰিবৰ বাবে উদং মেলি দিছিল। গতিকে, সেইকেইদিন সি লঘোণ দিয়েই থাকিল বুলি ক'ব পাৰি।

তিনি দিনৰ মূৰত তাৰ হাড়-ছাল ওলোৱা অৱস্থাটো দেখি, খুৰাদেৱে কেৱল ক'লে: "হায়, বেচেৰা দুৰ্ভগীয়া!" তাৰ পিচত, তেওঁৰ চকুৰ আগত ভাহি উঠিল তেওঁৰ কঠীয়াতলীখন। নাপিতৰ দেহৰ তেজেৰে জীপাল হৈ উঠা কঠীয়াতলীখন। তেওঁ কেনেকৈ খাব, সেই পথাৰৰ চাউল? আকৌ এবাৰ তেওঁ কৈ উঠিল: "হায়, বেচেৰা দুৰ্ভগীয়া!"

গাঁৱৰ মানুহবোৰে তেওঁলোকৰ ঘৰ-দুৱাৰবোৰ মেৰামতি কৰি উঠি ভাবিবলৈ আৰম্ভ কৰিলে, জীৱন আকৌ কেনেকৈ যাপন কৰা যায়! ঠিক সেই সময়তে এদল তৰুণ বিপ্লৱী সৈনিক আহি ওলালহি। তেওঁলোক সকলোবোৰেই খেতিয়ক শ্ৰেণীৰ মানুহ। প্ৰত্যেকৰে কান্ধত একোটা বন্দুক। দেখাই-শুনাই আগৰ সেই উপদেষ্টাকেইজনৰ দৰে। তেওঁলোকৰ এজনে গাঁৱৰ ৰাজহুৱা চোতালত থিয় হৈ ক'বলৈ ধৰিলে: "ৰাইজ, প্ৰাচীনপন্থী

সৈন্যবাহিনীয়ে আমাক নির্মূল কৰিবৰ বাবে, আমাৰ আন্দোলনক দমন কৰিবৰ বাবে চেষ্টা কৰিছে। আমি আমাৰ আপোন স্বাৰ্থ ৰক্ষা কৰিবলৈ হ'লে, নিজৰ শক্তিৰ ওপৰতেই নিৰ্ভৰ কৰিব লাগিব।"

গাঁৱৰ মানুহবোৰেও তৰুণ বিপ্লৱী বাহিনী গঠন কৰি সামৰিক শিক্ষা ল'বলৈ আৰম্ভ কৰি দিলে। খুৰাদেউকো সেই বিপ্লৱী বাহিনীৰ সভ্য নিযুক্ত কৰা হ'ল। নিতৌ দুই-তিনি ঘণ্টা ধৰি প্ৰত্যেকেই বন্দুকৰ ঘোঁৰা কেনেকৈ টিপিব লাগে, আৰু নিচান কেনেকৈ ঠিক কৰিব লাগে—এইবোৰ শিকিবলৈ ল'লে। খুৰাদেৱে যেতিয়াই হাতত বন্দুকটো লয়, তেতিয়াই তেওঁৰ মনত পৰি যায়—নাপিতৰ সেই মৰা-শ'টো তেওঁৰ কঠীয়াতলীত কেনেকৈ পৰি আছিল, সেই দৃশ্যটো। লগে লগে তেওঁৰ হাত কঁপিবলৈ ধৰে, বুকুখন ধৰফৰাই উঠে। এসপ্তাহ শিক্ষা লোৱাৰ পিচত তেওঁৰ অসহ্য হৈ উঠিল। অৱশেষত, তেওঁ সংঘৰ নতুন উপদেষ্টাজনৰ ওচৰলৈ গৈ ক'লে: "ডাঙৰীয়া, মোৰ দ্বাৰা এইবোৰ নহ'ব যেন পাওঁ। মোৰ এই পুৰণিকলীয়া মগজুত মানুহ মৰা বুদ্ধি নোসোমায়।" এইবুলি কৈয়েই তেওঁ বন্দুকটো ঘূৰাই দিলে।

উপদেষ্টাজনে ক'লে: "ঠিক আছে। আমিতো জোৰ-জুলুম কৰি কাকো সৈনিক কৰিব খোজা নাই।"

খুৰাদেৱে গৰুটো চৰাবৰ কাৰণে লৈ গ'ল। ঘাঁহনিৰ ওপৰত শুই শুই তেওঁ আকাশ-পাতাল ভাবিবলৈ ধৰিলে। মাজে মাজে ৰ'দৰ ছাঁখিনিৰ ফালে চায়; আৰু মাজে মাজে গৰুটোৰ পিনে চায়। তেওঁ মাথোন গৰু চৰাব আৰু হাল বাবহে জানে—আন একোৱেই নেজানে। যিদিনাখন তেওঁৰ মাটিডৰা মানুহৰ তেজেৰে সেমেকি উঠিল, সেইদিনাৰপৰা আনকি খেতি-বাতি কৰাৰ আগ্ৰহটোও যেন টুটি আহিল। তথাপি, খেতি-বাতি কৰাটোৱেই যে তেওঁৰ বংশগত ব্যৱসায়। গতিকে, হাত-ভৰি সাৰটি বহিয়েই বা থাকে কেনেকৈ? পথাৰখনকেই বা পাহৰি থাকে কেনেকৈ? এই যে উদ্‌ভ্ৰান্তৰ দৰে উদ্দেশ্যহীনভাৱে ঘূৰি ফুৰা স্বভাৱটো গঢ়ি উঠিছে, এইটো স্বভাৱতো তেওঁৰ কাহানিও নাছিল! প্ৰথমবাৰৰ কাৰণে মনটো অনুশোচনাৰে ভৰি উঠিল।

কিছুদিনৰ পিচতে প্ৰাচীনপন্থী দলৰ সৈন্যবাহিনীয়ে আকৌ সেই গাঁওখন আক্ৰমণ কৰিলে। গাঁৱৰ মানুহবোৰ বীৰদৰ্পেৰে যুদ্ধ কৰিবৰ বাবে আগবাঢ়ি গ'ল। এইবাৰৰ যুদ্ধখন তয়াময়া ধৰণেৰে হ'ল। কাৰণ, ইতি-



মধ্যে প্ৰায় প্ৰত্যেকেই বন্দুকৰ ব্যৱহাৰ শিকি লৈছে। তদুপৰি, কেইবাবাৰো যুদ্ধৰ মুখামুখি হৈ সিহঁতে কিছু অভিজ্ঞতাও সংগ্ৰহ কৰিছে। সিহঁত সকলোৱেই নাপিতৰ দৰে উন্মত্ত আবেগেৰে শত্ৰুক বাধা দিবৰ কাৰণে ওলাই গ'ল। প্ৰত্যেকৰে চকুত জ্বলি উঠিছে এখন চূড়ান্ত যুদ্ধৰ সম্ভাৱনা। প্ৰচণ্ড প্ৰতিৰোধ সত্বেও, শত্ৰু সৈন্য আগবাঢ়ি আহিল বিৰাট বিৰাট বৰ-তোপৰ সহায়ত। মূৰৰ ওপৰত গুমগুমাই উঠিল অসংখ্য গুলীৰ শব্দ। আৰু, পথাৰৰ ধাননিত সৃষ্টি হ'ল অজস্ৰ বিৰাট গহ্বৰ—মৰ্টাৰৰপৰা নিক্ষিপ্ত বাৰুদৰ ভয়াবহ বিস্ফোৰণৰ সৰৱ সাক্ষী স্বৰূপে।

খুৰাদেৱে পাহাৰৰ কাষৰ এটা গুহাৰ ভিতৰত সোমাই কাণ দুখনত ঠিলা দিলে। যুদ্ধ বোলা বস্তুটো তেওঁ বুজি নেপায়। সেইবাবে, তেওঁ তাৰ শব্দও শুনিব নোখোজে। গধূলিৰ লগে লগে গাঁৱৰ সৈন্যদলে আক্ৰমণকাৰীহঁতক পিচ হোঁহকাই পঠিয়ালে। মোৰ খুৰাদেউ তেতিয়া গুহাৰ ভিতৰৰপৰা ওলাই আহিল। তেওঁ যেন এইমাত্ৰ এক দুঃস্বপ্নৰ মাজৰপৰা সাৰ পাই উঠিছে। প্ৰথমতে তেওঁ পাহাৰটোৰ ওচৰত চৰিবলৈ এৰি দিয়া গৰুটো বিচাৰিবলৈ ধৰিলে। বহুপৰলৈকে তেওঁ গৰুটো বিচাৰি নেপালে। গধূলিৰ এন্ধাৰখিনি ডাঠ হৈ অহাৰ আগে আগে হঠাৎ তেওঁৰ চকুত পৰিল, এটা জোপোহাৰ আঁৰত এটা মৰা গৰু পৰি আছে। গৰুটো তেজেৰে লুতুৰি-পুতুৰি হৈ আছে। তাহানি নাপিতৰ দৰে তাৰো পেটত গুলী লাগিছিল। নেজডাল নেদেখা হ'লে তেওঁ চিনিয়েই নেপালেহেঁতেন, সেইটো যে তেওঁৰেই গৰু! সেই নেজডাল তেওঁৰ চিনাকি। তেওঁ যেতিয়া ক'ৰবাৰপৰা উভতি আহে, তেতিয়া সি সেই নিমজ নেজডাল জোকাৰিয়েই তেওঁক সংবৰ্ধনা জনাইছিল। খুৰাদেউৰ বুকুখনত যেন কান্দোনে খুন্দা মাৰি ধৰিলে; কিন্তু তেওঁ কান্দিব নোৱাৰিলে। জন্তুটো কি যে সুন্দৰ, কি যে নম্ৰ আৰু লাজকুৰীয়া আছিল! অথচ, এতিয়া কি ভীষণ কদাকাৰ হৈ পৰিছে। তথাপি তেওঁৰ ধাৰণা হ'ল: সি যেন তেওঁৰেই সৃষ্টি, তেওঁৰেই ৰক্ত-মাংসৰ সন্তান, যাক তেওঁ নিজৰ হাতেৰে আদৰ-যত্ন কৰি বৰ্তমানৰ ৰূপটো দি লৈছিল।

সেই ৰাতি খুৰাদেউৰ চকুলৈ টোপনিয়েই নাহিল। তেওঁ কেৱল সেই গৰুটোৰ কথা ভাবিছিল, যিটো গৰু পঁচিশ বছৰৰ কঠিন পৰিশ্ৰমৰ বিনিময়ত তিল-তিলকৈ সঞ্চয় কৰা ধনেৰে কিনি আনিছিল। তেওঁ সেই মাটিডোখৰৰ কথা ভাবিছিল, যিডোখৰ মাটিত মানুহৰ দেহৰ তেজ ক্ষৰিত

হৈছে, যিডোখৰ মাটিত গজা ধানৰ খাদ্য কোনোকালেই তেওঁ মুখৰ ওচৰলৈ নিব নোৱাৰিব। আৰু ভাবিছিল, সেই গৃহিণীগৰাকীৰ কথা, যাক হয়তো তেওঁ কোনোকালেই নিজৰ ওচৰত নেপাব। পুৱাৰ পোহৰ নেদেখাকৈ তেওঁ বিচনাত শুই শুই মুদ খাব নোখোজা চকুহাল লৈ এইবোৰ কথাকে চিন্তা কৰি আছিল। ৰাতি যেতিয়া পুৱাই আহিল, তেওঁ লৰা-ধপৰা কৰি সংঘৰ কাৰ্যালয়ৰ পিনে ওলাই গ'ল।

উপদেষ্টাজনক লগ পাই তেওঁ ক'লে: "ডাঙৰীয়া, মোক বন্দুক এটা দিয়কচোন।"

ডেকাজনে সুধিলে: "বন্দুক! কিহৰ কাৰণে?"

"যুদ্ধ কৰিবলৈ।"

ডেকাজনৰ মনত পৰিল, মোৰ খুৰাদেৱে সামৰিক শিক্ষা লোৱাত আপত্তি কৰিছিল। সেইবাবে, অবিশ্বাসৰ সুৰত তেওঁ আকৌ সুধিলে: "আপুনি যুদ্ধ কৰিব? সঁচাসঁচিকৈয়ে কৈছেনে?"

খুৰাদেৱে দৃঢ়তাৰে উত্তৰ দিলে: "নিশ্চয় কৰিম।" তাৰ পিচত, তেওঁ নিজৰ প্ৰকাণ্ড বাহু দুটাৰ ওপৰত চকু ফুৰাই লৈ, যেন নিজৰ লগত নিজেই কথা পাতিছে, এইদৰে খুব নিম্ন কণ্ঠেৰে ক'বলৈ ধৰিলে: "এইটো হৈছে অস্থিৰতাৰ যুগ। এতিয়া এইবোৰ থকা-নথকা সমান কথা—গৰু-গাই, মাটি-বাৰী, ল'ৰা-তিৰোতা ........"

ডেকাজনে অলপ সময় খুৰাদেউৰ ৰ'দে-পোৰা তাম বৰণীয়া মুখখনৰ পিনে চাই থাকিল। তেওঁ লক্ষ্য কৰিলে, সেই মুখখনত যদিও সামান্য বিষাদ আছে, তথাপি যিকোনো খেতিয়কৰ মুখৰ দৰেই সেই মুখখনো গম্ভীৰ আৰু অকপট। গতিকে, তেওঁ মোৰ খুৰাদেউক বন্দুক এটা দিবলৈ সিদ্ধান্ত কৰিলে।

সেই দিনাই দুপৰীয়া সময়ত প্ৰাচীনপন্থী সৈন্যদলে আকৌ এটা আক্ৰমণ চলালে। গাঁৱৰ মানুহবোৰে আগৰবাৰৰ দৰেই সিহঁতক বাধা দিবলৈ আগবাঢ়ি গ'ল। সকলোৰে সমুখত আছিল মোৰ খুৰাদেউ। চকুৰে-মুখে ভীষণ উত্তেজনাৰ ভাব, ঠিক যেন তাহানিৰ সেই নাপিতটো।

এই যুদ্ধত গড়খাৱৈ যেনেকৈ নাছিল, কাটাতাঁৰৰ হেঙাৰো তেনেকৈ নাছিল। গতিকে, সেই অনুপাতে কলা-কৌশলো বিশেষ একোৱেই নাছিল। গাঁৱৰ সৈন্য-বাহিনীটোৱে গছ আৰু পথাৰৰ অথবা ধাননিৰ মাজৰ শুকান নলাবোৰৰ আঁৰত থাকি যুদ্ধ কৰিছিল। সিহঁতে খুব বেছি পৰিমাণৰ গোলা-



বাৰুদ ব্যৱহাৰ কৰা নাছিল। আক্ৰমণকাৰী সৈন্যদলে যেতিয়া অসমান মাটিৰ ওপৰেদি উজুতি খাই নাইবা কোন ক'ত লুকাই আছে সেই বিষয়ে নজনাকৈয়ে আগবাঢ়ি আহিছিল, তেতিয়া সিহঁতে কেৱল ছেগ বুজি বুজি গুলী কৰিছিল। এইদৰে প্ৰায় প্ৰত্যেকটো আক্ৰমণকাৰী সৈন্যয়েই আগবাঢ়ি অহাৰ লগে লগে গুলী খাই মাটিত বাগৰি পৰিছিল। কেতিয়াবা হয়তো সিহঁতে কাতৰ-বেদনাত চিঞৰি উঠিছিল; আৰু কেতিয়াবা কোনো শব্দ নকৰাকৈয়ে কেৱল লুটি খাই পৰিছিল।

মোৰ খুৰাদেউ লুকাই আছিল এটা হাফলুৰ ওপৰত অৱস্থিত এটা কবৰৰ পিচপিনে। বন্দুকৰ গুৰুম্-গুৰুম্ শব্দ শুনি তেওঁৰ দেহত যেন দেওধনি জাগিছিল। গোটেই দলটোৰ ভিতৰত কেৱল তেওঁৱেই বিক্ষিপ্তভাৱে গুলীবৰ্ষণ কৰিছিল। তেওঁৰ হাতৰ মুঠিত বন্দুকৰ নলীটো বাৰে বাৰে নাচি উঠিছিল; বন্দুকৰ চেপেটা কাঠডোখৰে বাৰে বাৰে তেওঁৰ কান্ধত খুন্দা মাৰি দিছিল। আৰু, সেই অনুভূতিটোৱে তেওঁক ক্ৰমে বেছি উত্তেজিত কৰি তুলিছিল। যিহেতু তেওঁ শত্ৰুৰ ওপৰত লানি নিছিগাকৈ গুলীবৰ্ষণ কৰি আছিল, সেইবাবে সিহঁতে কিছু সময়ৰ পিচতে তেওঁৰ গোপন অৱস্থিতিটো নিৰ্ণয় কৰি পেলালে। তেওঁৰপৰা মাত্ৰ দহ গজ দূৰতে হঠাৎ এটা শত্ৰু সৈন্যৰ আবিৰ্ভাৱ হ'ল। সি তাৰ বন্দুকটো তেওঁৰ পিনে টোঁৱাই ল'লে। সৈন্যটোৰ ৰ'দে-পোৰা তাম বৰণীয়া মুখখন দেখি তেওঁৰ ধাৰণা হ'ল, তাৰ লগত গাঁৱৰ খেতিয়কবোৰৰ কোনো প্ৰভেদ নাই। প্ৰভেদ বুলিবলৈ তাৰ গাত এটা সামৰিক পোছাক আছে। ইমানখিনিয়েই প্ৰভেদ! খুৰাদেৱে নিজকে নিজে সুধিলে: "তেনেহ'লে এই মানুহটোকেই হত্যা কৰিব লাগিব?" উত্তৰ পোৱাৰ পূৰ্বেই সৈন্যটোৱে তাৰ বন্দুকৰ ঘোঁৰাটো টিপি ধৰিলে। তেওঁ মাটিত লুটি খাই পৰিল।

সন্ধ্যাৰ লগে লগে আক্ৰমণকাৰীৰ দলটো পাচ-হুঁহকি যাবলৈ বাধ্য হ'ল। যুদ্ধ শেষ হ'লত, গাঁৱৰ মানুহবোৰে উভতি আহিবলৈ লৈ দেখিলে, মোৰ খুৰাদেউ সিহঁতৰ লগত নাই। যুদ্ধক্ষেত্ৰৰ চাৰিওপিনে ভালকৈ বিচাৰি চোৱাৰ পিচত, হঠাৎ তেওঁলোকে পাহাৰৰ নামনিত এটা মৃতদেহ দেখা পালে। মৃতদেহটো দেখাত প্ৰায় তেওঁৰে নিচিনা। কিন্তু, কোনোৱেই নিশ্চিত হ'ব নোৱাৰিলে! কাৰণ, মৃতদেহৰ মূৰৰ লাওখোলাটোৰ আধাখিনিতকৈয়ো বেছি বন্দুকৰ গুলীয়ে উৰাই নিছিল।

অৱশেষত, মোৰ খুৰাদেউৰ প্ৰতিবেশী এজন বৃদ্ধ খেতিয়কে মৃদু কণ্ঠেৰে ক'লে: "সেই হাতৰ বাহু দুটালৈ চোৱাচোন। কি প্ৰকাণ্ড বাহু। এই মানুহজন তেওঁৰ বাহিৰে আন কোনোৱেই নহয়।"

# জাপান

## চিমাজাকি টছন

চিমাজাকি টছন (১৮৭১-১৯৪৩) এগৰাকী বিখ্যাত জাপানী সাহিত্যিক। সাহিত্যিক-জীৱনত প্ৰবেশ কৰিছিল কবিতা লিখি। ৰুছ-জাপান যুদ্ধৰ পিচৰে-পৰা য়ুৰোপীয় আদৰ্শত উপন্যাস লিখিবলৈ লয়। তেওঁৰ চুটিগল্পসমূহত জাপানী সাহিত্যৰ আদৰ্শ ধুনীয়াকৈ প্ৰতিফলিত হৈছে। জীৱন আৰু প্ৰকৃতিৰ লগত গভীৰ অন্তৰংগতা তেওঁৰ চুটিগল্পৰ বৈশিষ্ট্য।

## ঘৰচীয়া জন্তু/চিমাজাকি টছন

তাইৰ জীৱনৰ প্ৰথম দুৰ্ভগীয়া ঘটনাটো ঘটিছিল, তাই যিদিনা জন্ম হৈছিল—সেইদিনা। পৃথিৱীলৈ আহিবৰ সময়ত তাই লগত লৈ আহিছিল একোছা ধোৱাঁবৰণীয়া চুটি-চুটি নোম, দুখন থিয়-থিয় কাণ আৰু এহাল শিয়াল-চানেকীয়া চকু। প্ৰত্যেক ঘৰচীয়া জন্তুৰে এনে একোটা গুণ থাকে, যিটো গুণৰ অধিকাৰী হোৱা বাবেই সি মানুহৰ মৰম-চেনেহ আদায় কৰি ল'ব পাৰে। কিন্তু তাইৰ গাত তেনেকুৱা একো গুণেই নাছিল। তাইৰ চেহেৰা-পাতিতো এনে একোৱেই নাছিল, যাৰ কাৰণে তাই মানুহৰ মৰম পাব পাৰে। ঘৰচীয়া জন্তু হ'বৰ বাবে যিখিনি সাধাৰণ যোগ্যতাৰ প্ৰয়োজন, তাৰ বিন্দু-বিসৰ্গও তাইৰ গাত নাছিল। গতিকে, সকলোৱে তাইক উপেক্ষাৰ চকুৰে চাইছিল।

তথাপি, তায়োতো কুকুৰ; অৰ্থাৎ এনে এবিধ জন্তু, যি আনৰ মৰম নেপালে জীয়াই থাকিব নোৱাৰে। আনহাতে, মানুহে মৰম কৰি এমুঠি খাবলৈ দিব বুলি আশা কৰি পৈতৃক বাসস্থান এৰি অহাটোও তাইৰ পক্ষে অসম্ভৱ। কাৰণ, তাকে কৰিবলৈ গ'লে, দুদিন পিচতে পূৰ্বপুৰুষৰ প্ৰাচীন বাসভূমি অৰণ্যলৈ উভতি যোৱাৰ বাহিৰে আন একো উপায় নেথাকিব। গতিকে, তাই তলে তলে এঘৰ ভাল মানুহ বিচাৰি ফুৰিছিল।

এই দুৰ্ভগীয়া জন্তুটো এদিন হঠাৎ কিন চান নামৰ এগৰাকী ধনী খেতিয়কৰ চোহদত সোমালহি। ঠিক সেইদিনাখনেই মানুহজনৰ নতুনকৈ সজা ভাৰা ঘৰটো সম্পূৰ্ণ হৈ ওলাইছিল। কাঠৰ মূধচ লগোৱা এই নতুন ঘৰটো সজা হৈছিল ওকুবু গাঁৱৰ প্ৰধান ৰাজআলিৰ দাঁতিত; আৰু ঘৰটো এনে ধৰণে বহুওৱা হৈছিল যে, পাচ-চোতালেদি ওলালেই সেই ৰাজআলিটোত ভৰি দিব পাৰি। ঘৰটোৰ চাংখন আছিল ওখ আৰু তাৰ তলৰ মাটিখিনি বঢ়িয়া শুকান।

তদুপৰি, এই ঘৰটো আৰু কাষৰ ঘৰটোৰ মাজতে, চাংখনৰ তলত এডোখৰ ঠেক, এন্ধাৰ গৰাকী-নোহোৱা ঠাই আছে। বিপদৰ সময়ত পলাই সাৰিবৰ বাবে ঠাইডোখৰ অতি সুচল। গতিকে, তাই মিছাতে সময় খৰচ নকৰি এই ঠাইডোখৰ লৰালৰিকৈ অধিকাৰ কৰি ল'লে।

তাইৰ তেতিয়া প্ৰধান প্ৰয়োজন হ'ল, এমুঠি খাদ্যৰ। এইটো চৌহদৰ ভিতৰত মুঠতে চাৰিটা ঘৰ—নতুনকৈ সজা ঘৰটোৰ বাহিৰেও আৰু দুটা ভাৰা ঘৰ আৰু কিন চানহঁতৰ প্ৰকাণ্ড নিজা ঘৰটো। এই আটাইকেইটা ঘৰ প্ৰায় লগালগিকৈ সজা; মাজত কেৱল ধুনীয়া ল-নি কেইজোপামান গছ। তাইৰ তীক্ষ্ণ ঘ্ৰাণ-শক্তিয়ে ৰান্ধনি-ঘৰটো কোনপিনে আছে, সেই উমানটো দিবলৈ সৰহ পৰ নল'লে। তাইৰ তেতিয়া ভীষণ ভোক লাগিছিল; গতিকে তাইৰ ভাবি-গুণি চাবৰ সময় মুঠেই নাছিল। ফলৰ বাকলি, ঠাণ্ডা ভেকেটাভেকেট গোন্ধ ওলোৱা চুকুহা আৰু কাঁহীৰ দাতিৰ চুৱা ভাত—সমুখত যিহকে পালে সকলোবোৰ এপিনৰপৰা খাই নিলে। তথাপি তাইৰ ভোক নুগুচিল; বেৰৰ চুকত থকা ধূলিৰ দ'মটো শুঙি চালে—নাই, একো নাই। শুঙি শুঙি তাই নাদৰ পাৰ পালেহি। ওচৰতে এটা গামলাৰ পানীত কেইপাতমান লেতেৰা মোজা তিয়াই থোৱা আছে। তাই হেপাহ পলুৱাই সেই পানীখিনিকে খালে।

বাৰীৰ মাজত এজোপা প্ৰাচীন মকুছেই গছ আছিল। তাই সেই গছজোপাৰ ছাঁতে অলপ পৰ জিৰাব খুজিলে। পাতৰ মাজেদি সৰকি অহা ৰ'দে উম লগাই থোৱা মাটিৰ ওপৰত তাই চাৰিওটা ঠেং মেলি দি শুই পৰিল। কেইবাৰমান হামিয়ালে; তাৰ পিচত খজুৰতিয়ে ধৰা ঠাইবোৰ আঁচুৰি আঁচুৰি খজুৱালে। সাঁজ লগাৰ লগে লগে তাই চাং-বঙলাটোৰ তলৰ ঠাইডোখৰত আশ্ৰয় ল'লেহি। তাত কেইটামান কয়লাৰ বস্তা আছিল। তাই তাৰ ওপৰতে শুলে। প্ৰথমতে অৱশ্যে তাই পানী থোৱা প্ৰকাণ্ড গামলা এটাৰ ভিতৰতে শুবৰ চেষ্টা কৰিছিল। সময় যোৱাৰ লগে লগে তাই আৰু এডোখৰ ভাল শোৱাৰ ঠাই উলিয়াই ল'লে। পাচলৈ তাই ৰান্ধনি-ঘৰৰ মজিয়াৰ পোনে পোনে তলত থকা এটা কয়লাৰ বাকচৰ ভিতৰত শুবলৈ ধৰিলে। এইদৰেই তাইৰ জীৱন আৰম্ভ হ'ল।

কিন চানহঁতে এটা মুগা আৰু বগা সানমিহলি ৰঙৰ কুকুৰ পুহিছিল। তাৰ নাম আছিল, পছি। এই ফূৰ্তিবাজ পছিটোৱেই একমাত্ৰ প্ৰাণী, যি তাইক অভ্যৰ্থনা জনাবলৈ পাহৰা নাছিল। পছিৰ স্বভাৱটো আছিল বেছ সৰবৰহী।



সি তাইৰ ওচৰলৈ আহি মাটিত কেইটামান আঁচোৰ মাৰি অতি বিনয়েৰে সৈতে সম্ভাষণ জনাইছিল। তায়ো সেইদৰে নিজৰ লেতেৰা নেজডাল জোকাৰি জোকাৰি তাৰ সম্ভাষণ গ্ৰহণ কৰিছিল।

কিন্তু, কিন চান অথবা তেওঁৰ চৌহদত থকা আন কোনোৱেই পছিৰ দৰে তাইক অভ্যৰ্থনা জনোৱা নাছিল।

"দেখিবলৈ আপচু হোৱাটো সঁচাকৈয়ে অতি দুৰ্ভাগ্য। কথাষাৰ আনকি জন্তুৰ ক্ষেত্ৰতো খাটে।"—কোনোবা এজনে মন্তব্যৰ সুৰত কৈছিল।

"এৰা! দেখিবলৈ যদি আৰু অলপমান ভাল হ'লহেঁতেন, ময়েই এইজনী পুহিলোহেঁতেন।"—আন এজনে কৈছিল।

তাইৰ কাৰণে এনেবোৰ কথাৰ কোনো মূল্যই নাছিল। লাহে লাহে এই মানুহবোৰেই তাইৰ নাম থ'লে পপ্। চাৰিওটা ঘৰৰ প্ৰত্যেকটোৰে গিৰিহঁতনীকেইজনী আছিল গাঁৱৰ মানুহৰ উমৈহতীয়া 'খুৰী'। এই 'খুৰী' কেইজনীয়েই নহয়, আনকি তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰেও তাইক চকু পাৰি দেখিব নোৱাৰিছিল। সিহঁতে তাইক দেখা পালেই 'পপ্, পপ্' বুলি খেদা লগায়। আৰু, 'খুৰা'কেইটা আছিল সিহঁততকৈয়ো ভয়লগা বিধৰ! তাই যদি কেনেবাকৈ অকণমান অসতৰ্ক হৈ থাকে, তেনেহ'লে ৰক্ষা নাই—ঘপ্‌কৈ এচাট লগাই দিয়ে। তাইৰ গালৈ কত ৰকমৰ বস্তুৱেই যে নদলিয়ায়—শিলগুটি, মাটিৰ চপৰা, কয়লাৰ জুই খোচৰা লোহাৰ শলা—একোৱেই বাদ নেযায়। এদিন তাইৰ গালৈ এডাল প্ৰকাণ্ড দুৱাৰ-ডাং ফৰ্মুটি মাৰি পঠাইছিল; সেই দুৱাৰ-ডাংডাল লাগি পাচ-ঠেং এটাত তাই ভীষণ আঘাত পাইছিল।

লাহে লাহে তাই মানুহৰ মনবোৰ বুজি পোৱা হ'ল। কাৰোবাৰ মুখত তাৎপৰ্যপূৰ্ণ বিকৃতি, কিবা এটা বুটলি লোৱাৰ ভংগী, কান্ধ দুখন হঠাৎ কোঁচ খাই অহা নাইবা কোনোবাই ওঁঠ দুখন দাঁতেৰে কামোৰা দেখা পালেই, তাই সেই মানুহজনৰ মনত তাইৰ প্ৰতি জাগি উঠা গভীৰ বিদ্বেষৰ কথা তৎক্ষণাৎ অনুমান কৰি ল'ব পৰা হ'ল। এদিন তাই কিন চানৰ ৰান্ধনি-ঘৰত বৰ বেয়াকৈ জব্দ হৈছিল। তাই যে কেনেকৈ সাৰি আহিব পাৰিলে, তাই নিজেই ক'ব নোৱাৰে। চাৰিওপিনে আটায়ে কোঢ়াল লগাই দিছিল: "বেগেতে ৰচী এডাল লৈ আন—ৰচী এডাল লৈ আন।" তাই চকু-কাণ মুদি বাৰীৰ মাজেদি দৌৰি দৌৰি, জোপোহা গছবোৰ পাৰ হৈ ভঁৰাল-ঘৰটোৰ কাষ পালেগৈ; তাৰপৰা তাই দিশ সলাই, উৎসৱৰ দিনত বেচিবলৈ থোৱা ফুলেৰে ঠাঁহ খাই থকা পথাৰত ওলালগৈ।

"আজি ভাল সাৰিল তাই!"—কোনোবা এজন 'খুৰা'ই ক'লে।

"এই কুকুৰজনী বৰ জুলুমবাজ হৈছে, নহয়নে বাৰু?"—কিন চানে অতি হোজা হাঁহি এটা মাৰি ক'লে।

তাইৰ মূৰৰ ওপৰেদি এটা-দুটা নহয়, কেইবাটাও এনেকুৱা বিপদ পাৰ হৈ গৈছে। কিন্তু, তায়ো এনেকুৱা বিপদৰ হেঁচাত সেও মনা বিধৰ কুকুৰ নাছিল। তাই তাইৰ মগজুটো পৰিষ্কাৰ কৰি ৰাখি নিৰ্বিবাদে চকু লুকুকা কামটো চলাই থাকিল। তাইৰ মুখখনত এনে এটা ভাব যেন ফুটি উঠে: "এইখন মোৰ ৰাজ্য; কোনে কি কৰিব পাৰে।" প্ৰায়েই তাই ভাৰা-ঘৰকেইটাৰ ৰান্ধনি-ঘৰত সোমায়গৈ; নাইবা তাইৰ লেতেৰা ঠেংকেইখনৰ সৈতেই বাৰাণ্ডাৰ ওপৰত উঠেগৈ। মাজে মাজে তাই ফুলনিত পিন্ধিবলৈ থোৱা চটি-জোতাৰ ফিটাবোৰ কামুৰি ছিঙি থয় আৰু 'খুৰী'কেইজনীয়ে ৰ'দত শুক াবলৈ দিয়া কাপোৰ-কানিবোৰ কামুৰি আনি ধূলি আৰু বোকাত লুতুৰি-পুতুৰি কৰি ৰং চায়। তাই সৰু সৰু ল'ৰা-ছোৱালীবোৰলৈ কেৰেপকে নকৰে। এই মানুহঘৰৰ কো শ্যান নামৰ এজনী সৰু ছোৱালী আছিল। ছোৱালীজনীয়ে ভৰিৰ খৰমযোৰ চোঁচোৰাই চোঁচোৰাই চোতালত উমলি থাকিবলৈ খুব ভাল পায়। মাজে মাজে তাই এই ছোৱালীজনীক এনেয়ে খেদি ফুৰে। ছোৱালীজনীয়েও মাজে মাজে হাতত এডোখৰ মলমলীয়া পিঠা লৈ তাইৰ পিনে দেখুৱাই লোভ লগায়।

"পপ্, পপ্! এইখন চাচোন।"

তায়ো কথা নাই বাৰ্তা নাই, কো শ্যানৰ ওপৰত জপিয়াই পৰে।

"আই! এই পিনে চোৱা, পপ্‌টো কিমান বদমাচ হৈছে!"

কো শ্যানে এইদৰে চিঞৰা শুনিলেই, 'খুৰী'জনী দৌৰাদৌৰিকৈ ওলাই আহে।

"পলা, পলা, বেগেতে পলা। তোক সদায় কওঁ নহয় সেই মস্ত খৰমযোৰ নিপিন্ধিবি বুলি।"—মাকে তাইক কয়।

কিন্তু, বেচেৰী কো শ্যান পলোৱাৰ আগতেই হাতৰ বস্তু হেৰায়। কো শ্যানে চিঞৰিবলৈ লওঁতেই, তাই পিঠাখন আনি মুখত ভৰায়হি। এইদৰেই তাই মানুহে খোৱা এই সোৱাদ বস্তুটোৰ জুতি লয়। এনেকুৱা বস্তুবোৰ খোৱাৰ পিচত তাই বহুত পৰলৈকে তাইৰ টিক্-টিক্‌কৈ ৰঙা জিভাখনেৰে নাকটো চেলেকি থাকে।

তথাপি, তাইৰ এই আচৰণৰ অন্তৰালত সৎ হওক অসৎ হওক, কোনো অভিপ্ৰায়েই নেথাকে। এই দাঁত ভঙা শব্দবোৰ তাই এই চৌহদটোৰ ভিতৰত



থকা 'খুৰা' আৰু 'খুৰী'বোৰৰ মুখতেই শুনিছে। তাই অৱশ্যে শব্দকেইটাৰ কোনো অৰ্থ নেজানে। মানুহে সৃষ্টি কৰি লোৱা আচাৰ-বিচাৰৰ জ্ঞান তাইৰ নাই। তাই কেৱল এজনী কুকুৰ। তাইৰ আচৰণ অভদ্ৰৰ দৰে হৈছে অথবা হোৱা নাই—সেই প্ৰশ্ন একেবাৰে অবান্তৰ। তাই হ'ল জন্তু, আৰু তাইৰ আচৰণো জন্তুসুলভ।

চাৰিওপিনে এইদৰে লেই-লেই ছেই-ছেই খাই ফুৰা, শীতৰ সেমেকা হাড়-কঁপোৱা দিনবোৰ পাৰ হৈ গ'ল। আচৰিত কথা, তথাপিতো তাই খাবলৈ নেপাই নমৰিল। ওকুবু গাঁৱত সদায় ৰাতিপুৱা ভিক্ষা বিচাৰি অহা পুৰোহিত-জনৰ মুখত শুনিছে, আনকি তেৰোঁ হেনো খুব কম ভিক্ষা পায়। তাই দেখা পোৱা সেই বোকোচাত কেঁচুৱা এটা লৈ ঘূৰি ফুৰা তিৰোতাজনীয়েও প্ৰায়েই এনে ধৰণৰ কথা শুনে: "নোপোৱা, ভিক্ষা-চিক্ষা নোপোৱা, যোৱা" নাইবা "কাম-বন কৰি খাব নোৱাৰা।" মানুহৰেই এইটো দুৰৱস্থা! তেনেস্থলত, এই অবোধ অকামিলা জন্তুটোৱে, মানুহক আমনি দি ফুৰা কুকুৰ এজনীয়ে এমুঠি কৰকৰা ভাতকেই বা পায় ক'ৰপৰা? গতিকে তাই বৰফৰ ওপৰেদি খোজ কাঢ়ি বহুত দূৰৰ ঠাইবোৰতো অনাই-বনাই ফুৰিছিল, মুখৰ আগত যিহকে পাইছিল তাকে খাইছিল, আনকি সুমথিৰা টেঙাৰ বাকলিও বাদ যোৱা নাছিল।

লাহে লাহে বসন্তৰ সমাগম হ'ল। বৰফবোৰ গলিবলৈ আৰম্ভ কৰাৰ লগে লগে তাইকো যথেষ্ট ডাঙৰ যেন লাগি অহা হ'ল। কিন চানৰ পছিৰপৰা আৰম্ভ কৰি ৰাজহুৱা স্নানাগাৰৰ কুৰো, কাঠৰ ঠিকাদাৰৰ অকা আৰু ওচৰৰ ধনী খেতিয়কজনৰ দেখিলেই ভয় লগা মস্ত কুকুৰটোকে আদি কৰি আটাইবোৰ কুকুৰেই তাইৰ লগ বিচৰা হ'ল। তাই যেনিয়েই যায়, পাচে পাচে অন্ততঃ দুই-তিনিটা কুকুৰ যাবই যাব। গতিকে, বাৰীৰ মাজৰ সেই মকুছেই গছজোপাৰ ছাঁত অজস্ৰ কুকুৰৰ গভীৰ গুঞ্জন শুনা গ'ল, যেন সিহঁতে কাৰোবাৰ কাণে কাণে কিবা ক'বলৈ ধৰিছে অথবা কাৰোবাক তোষামোদৰ সুৰত কিবাকিবি কৈ আছে!

এজনী 'খুৰী'য়ে এদিন হাতত কঁৰিয়া এটা লৈ নাদৰ পাৰলৈ আহোঁতে এই অভিনৱ দৃশ্যটো দেখা পালে।

"বেচ্‌তো, এই পপ্‌জনী দেখিছোঁ মাইকী কুকুৰ। মই মনেই কৰা নাছিলোঁ।" মানুহজনীয়ে হঠাৎ চিঞৰি উঠিল।

সেই সময়তে নতুন ভাৰা ঘৰটোৰ 'খুৰী'জনীও পানী নিবলৈ আহিছিল। সেই মানুহজনীয়েও চিঞৰি উঠিল: "এৰা! ময়ো মন কৰা নাছিলোঁ।"

তাৰ পিচত, দুয়োজনী 'খুৰী'য়ে হাঁহিলে। তেওঁলোকে খুব ৰগৰ পালে।

তাইক তাৰপৰা খেদি পঠোৱা উচিত। কিন চানহঁতৰ মাজত এই বিষয়ে আলোচনা চলিল। চাৰিওটা পৰিয়ালতে তৰ্ক-বিতৰ্ক আৰম্ভ হ'ল। তৰ্ক-বিতৰ্ক হৈছিল দুই পক্ষৰ ভিতৰত, অৰ্থাৎ 'খুৰা'ৰ দলৰ লগত 'খুৰী'ৰ দলৰ। 'খুৰী'হঁতৰ মতে, এতিয়া কথাটো বেলেগ। এতিয়া আৰু তাই আগৰ অৱস্থাত নাই। গতিকে, তাইক খেদি পঠিয়ালে, পোৱালি জগিবৰ সময়ত তাইৰ অৱস্থাটো অতি দুখলগা হ'ব। নিজে যিহেতু জীৱনত তেনেকুৱা অভিজ্ঞতাৰ সন্মুখীন হৈ পাইছে, গতিকে তেওঁলোকে নিজৰ অৱস্থাৰ লগত তুলনা কৰি তাইৰ কথাটো সহানুভূতিৰে বিবেচনা কৰিছিল। কথাটো অৱশ্যে সঁচা, তথাপি তাই পোৱালি দিয়াৰ লগে লগে অতি আহুকলীয়া অৱস্থা এটাৰ সৃষ্টি হ'ব। 'খুৰা'হঁতে এই অভিমত প্ৰকাশ কৰিলে। মুঠতে, এনে কোনো মানুহ নাছিল, যি তাইৰ ভৱিষ্যতটো লৈ চিন্তিত নোহোৱাকৈ আছিল।

তাই কিন্তু এইবোৰ কথাৰ উমঘামেই পোৱা নাছিল।

*আন এটা দিনৰ* কথা। এখন গাড়ী আহি কিন চানহঁতৰ পদুলিতে ৰ'লহি। গাড়ীখনৰ ওপৰত এখন লেতেৰা পুৰণি কঠেৰে মেৰিয়াই থোৱা ঢাকোন নোহোৱা বাকচ এটাৰ দৰে কিবা এটা চকুত পৰিল। তাই তাইৰ তীক্ষ্ণ ঘ্ৰাণশক্তিৰে তৎক্ষণাৎ অনুমান কৰি ল'লে—গাড়ীখনৰ ওপৰত সেইটো কি বস্তু!

গাড়ীখনৰপৰা চৰকাৰী সাজ পিন্ধা পুলিচ এটা নামি আহিল তাৰ পাচে পাচে এটা সন্দেহজনক মানুহ। দুয়ো আহি কিন চানৰ দুৱাৰদলিত ৰ'লহি। তাই ভাবিলে, তাই থকা এই ঠাইডোখৰ জানো পুলিচ আহিবলগীয়া ধৰণৰ সাংঘাতিক ঠাই! হঠাৎ, পিছি, কুৰো আৰু অন্যান্য কুকুৰবোৰে একেলগে ভুকভুকাই উঠিল। লগে লগে 'খুৰা-খুৰী'হঁত আৰু গাঁৱৰ প্ৰায় আটাইবোৰ মানুহ ওলাই আহিল!

"আই! সেইটো কুকুৰ-চিকাৰী।"—কো শ্যানে এইবুলি কৈয়েই ভয়তে মাকৰ আঁৰত লুকাল।

মানুহবোৰ বাৰীখনৰ চাৰিওপিনে দৌৰিবলৈ লাগিল। ফুলনিত সদায় পানী দি ফুৰা কিন চানৰ জীয়েকজনী হাতত এখন খন্টি লৈয়েই ৰাজআলিৰ ওপৰ পালেগৈ। এটা স্কুলীয়া ল'ৰাই বাহিৰত ছবি আঁকি আছিল; সিও ছবি আঁকা সজুলিবোৰ যেনে আছিল তেনেভাগেই এৰি মানুহজাকৰ পাচে পাচে দৌৰিবলৈ ধৰিলে।

"এইপিনে, এইপিনে। পলাল সেইপিনে। পলাল, প-লা-ল!"



চাৰিওপিনে চিঞৰ-বাখৰ লাগিল।

"পপ্‌জনীক আজি ইহঁতে মাৰি পেলাব।"—কো শ্যানে কন্দনামুৱা হৈ কঁপা-কঁপা মাতেৰে ক'লে।

অৱশেষত তাই পলাই সাৰিল। হাতত এডাল বিৰাট কাঠৰ টাঙোন লৈ থকা মানুহটোৱে লগৰ মানুহটোৰ পিনে চাই মূৰ জোকাৰিলে।

"ওঁ হো। খেদাখেদি কৰি লাভ নাই।"—পুলিচটোৱে ক'লে আৰু হাঁহি হাঁহি পদুলিমুখ পালেগৈ।

মানুহ দুজনে উদং গাড়ীখন লৈ হতাশ মনেৰে উভতি গ'ল।

যি কি নহওক, সেই যাত্ৰাত তাইৰ জীৱনটো ৰক্ষা পৰিল। লাহে লাহে তাইৰ বুকুখন পুৰঠ হৈ আহিল। তাইৰ চকুৰ কোণত কিবা এক অজান আশংকাৰ বং এটা ক্ৰমে গভীৰ হৈ আহিল। এতিয়াৰপৰা তাই কেৱল নিজৰ জীৱনটো নিৰাপদ কৰি ৰাখিলেই নচলিব, পেটৰ ভিতৰত থকা পোৱালি কেইটাকো নিৰাপদে ৰাখিব লাগিব। গতিকে, মকুছেই গছজোপাৰ কোমল ছাঁ পৰা ঠাইখিনি আগৰ দৰে নিৰাপদ যেন নলগা হৈ আহিল। আনকি, তাই যেতিয়া সেমেকা মাটিৰ ওপৰত শুই অলপমান সময় স্বস্তিৰ নিশ্বাস পেলায়, তেতিয়াও যদি হঠাৎ কোনোবা মানুহৰ ছাঁ এটা দেখা পায়, তাই গিৰিপ্‌কৈ থিয় হৈ পৰে। খন্তেকৰ বাবেও তাই অসতৰ্ক হ'ব নোৱাৰে। তাইৰ চকুত, মানুহৰ দৰে নিৰ্দয় আৰু নিষ্ঠুৰ প্ৰাণী আন একোৱেই নাই।

চকুত যদিও ইমান ভয়, তথাপি তাই মানুহৰ ঘৰ এৰি যাব নোৱাৰিলে। তাই যদি আনবোৰ জন্তুৰ দৰে দূৰৰ অৰণ্যলৈ গৈ, তাৰ সেউজীয়া গছ-গছনিৰ মাজত, সেউজীয়া ঘাঁহৰ ওপৰত পোৱালি দিব পাৰিলেহেঁতেন, তেনেহ'লে কামটো কিমান শান্তিৰে হৈ গ'লহেঁতেন! বাহিৰৰ মানুহৰ দৃষ্টিত ঘটনাটো যদিও ঠিক এনেকুৱা আছিল, তথাপি তাই নিজে তেনেকৈ ভবা নাছিল। তাই তাইৰ বংশগত স্বভাৱটো সলাব পৰা নাছিল।

জুন মাহৰ আৰম্ভণিৰ ফালে তাইৰ মাতৃত্বৰ দায়িত্ব সম্পাদন কৰি উঠিল। কিন চানৰ ফুল জীয়াই ৰখা ঘৰটোত চাৰিটা কুকুৰ-পোৱালিৰ আবিৰ্ভাৱ ঘটিল। তাৰে দুটা পছিৰ নিচিনা ধুনীয়া, মুগা আৰু বগা সানমিহলি ৰঙৰ; এটা সম্পূৰ্ণৰূপে কিচকিচীয়া ক'লা; আৰু আনটো চিন-নিচিন ধোঁৱাবৰণীয়া—প্ৰায় তাইৰ নিজৰ নিচিনা!

আচৰিত! তাইৰ মাতৃত্ব-লাভৰ ৰাতিপুৱাটোতেই প্ৰথমবাৰৰ কাৰণে তাই মানুহৰ হাঁহি-মুখ দেখা পালে। মাতৃত্ব-লাভৰ সেই ৰাতিপুৱাটোতেই

তাইৰ জন্মৰ পিচত প্ৰথমবাৰৰ কাৰণে পুষ্টিকৰ খাদ্য খাবলৈ পালে।

"পপ্, পপ্।"

ৰান্ধনি-ঘৰৰ কাগজৰ পৰ্দাখন ঠেলি, কিন চানৰ ঘৰৰ 'খুৰী'জনীয়ে তাইক মাতিবলৈ ধৰিলে। তাৰ পিচৰপৰা তাইক সদায় সেইদৰে মাতে।

# চেকোশ্লোভেকিয়া

## কাৰেল চাপেক

কাৰেল চাপেক (১৮৯০-১৯৩৮) আধুনিক চেক সাহিত্যৰ শ্ৰেষ্ঠতম লিখক। তেওঁৰ নাটক, চুটিগল্প, উপন্যাস আৰু ভ্ৰমণ-কাহিনী নানা ভাষালৈ অনূদিত হৈছে। নাটকসমূহৰ ভিতৰত 'আৰ-ইউ-আৰ' অতি বিখ্যাত। তেওঁ আছিল দৰ্শনশাস্ত্ৰত সুপণ্ডিত আৰু সাংবাদিকতা আছিল তেওঁৰ উপ-জীৱিকা। তেওঁৰ দুখন চুটিগল্পৰ সংকলন 'প্ৰথমটো জেপৰ গল্প' আৰু 'দ্বিতীয়টো জেপৰ গল্প' অতি জনপ্ৰিয়। হিটলাৰে তেওঁৰ জন্মভূমি দখল কৰাত নিদাৰুণ আঘাত পায়, বিশেষকৈ বাকীবোৰ জাতিৰ বিশ্বাসঘাতকাত। সেই আঘাততেই ১৯৩৮ চনৰ বৰদিনৰ সময়ত তেওঁ শেষ-নিশ্বাস ত্যাগ কৰে।

## বিশ্ব-ৰেকৰ্ড/কাৰেল চাপেক

পুলিচ চাৰ্জেণ্ট হেইডা ঘামি-জামি সোমাই আহিল। মেজিষ্ট্ৰেট তুচেকক চেলুট এটা ঠুকি ক'লে, "চাৰ! এটা ডাঙৰ কে'চ্‌ লৈ আহিছোঁ। একেবাৰে খুন কৰিবলৈ ধৰিছিল! ·· উঃ, কি ভয়ানক গৰম পৰিছে!"

মেজিষ্ট্ৰেটে ক'লে, "বহঁা। অলপ ঠাণ্ডা হৈ লোৱা।"

হেইডাই বন্দুকটো চুক এটাত আঁওজাই থৈ, মূৰৰ তীখাৰ টুপীটো সোলোকাই মজিয়াতে থ'লে। তাৰ পিচত, কঁকালৰ পেটিডাল খুলি লৈ, কোটৰ বুটামকেইটাও খুলিবলৈ আৰম্ভ কৰিলে।

"উঃ, কি সাংঘাতিক! এনেকুৱা ঘটনা কেতিয়াও ঘটা নাই। শুনক চাৰ, মই কওঁ।"—এইবুলি কৈ তেওঁ নীলা কাপোৰেৰে বান্ধি অনা টোপোলাটো খুলিবলৈ ল'লে। তাৰ পিচত, মানুহৰ লাওখোলা এটাৰ সমান মস্ত এটা শিল উলিয়াই দেখুৱালে,

"এইটো চাওক, চাৰ!"

মেজিষ্ট্ৰেটে হাতৰ পেন্সিলডালেৰে শিলটো খোচ মাৰি চালে, "কথাটো কি? এইটো দেখোন কিহবাৰ আঁকৰ। আঁকৰ নে আন কিবা?"

"আঁকৰ বুলিয়েই ক'ব পাৰি, চাৰ।······মই তেনেহ'লে আপোনাক ৰিপোৰ্টটো দিওঁ? লিচিংস্কি ৱাৎস্লাভ্‌ ইটা-ভেঁটাৰ মজদুৰ। বয়স উনৈশ বছৰ। ইটা-ভেঁটাতেই থাকে। লিখিলেনে, চাৰ? পুজিল ফ্ৰান্টিছেক। ঠিকনা—ডল্‌নি ৰেষ্ট্‌ ১৪। গাঁৱৰ জমিদাৰ। ইটা-ভেঁটাৰ মজদুৰটোৱে এই জমিদাৰৰ কান্ধত পৰাকৈ শিল এটা দলি মাৰি পঠিয়াইছিল। শিলটোৰ ওজন ৫ কিলো ৯৪৯ গ্ৰাম। ফলত, জমিদাৰৰ বাওঁ কান্ধৰ জোৰা সুলকি গৈছে, কান্ধৰ এডাল হাড় ভাঙি গুড়ি হৈ গৈছে আৰু প্ৰচুৰ ৰক্ত-ক্ষৰণ হৈছে। এডাল শিৰাও ছিগিছে। লিখিলে নহয়, চাৰ?"



"ওঁ লিখিছোঁ। কিন্তু, ইয়াতনো কি বিশেষত্বটো আছে?"

"চাৰ, গোটেই ঘটনাটো শুনি লওক। আপোনাৰ চকু থিৰ হৈ যাব।·· ···মই গুৰিৰেপৰা ঘটনাটো কৈ যাওঁ। আপুনি শুনি যাওক। তিনি দিনৰ আগতে জমিদাৰ পুজিলে মোক মাতি পঠিয়াইছিল। আপুনি তেওঁক চিনি পায় কিজানি!"

"পাওঁ। এবাৰ আহিছিল, কাৰোবাৰপৰা অন্যায়কৈ অতিপাত বেছি সুদ খোৱা অপৰাধত জড়িত হৈ। আৰু এবাৰ—। থাওক বাৰু সেইবোৰ পুৰণি কথা।

হেইডাই কৈ যাবলৈ ধৰিলে, "আপুনি জানে নহয়, চাৰ! পুজিলৰ এখন চেৰী ফলৰ বাগান আছে। বাগানখনে একেবাৰে নদীৰ পাৰ চুই গৈছে। ঠিক সেইখিনিতে নৈখনৰ কেঁকুৰি এটা আছে। গতিকে ঠাইডোখৰত নৈখন অলপ বেছি বহল। পুজিলে ৰাতিপুৱাই মোলৈ খবৰ পঠিয়ালে, তেওঁৰ কিবা এটা হৈছে। মই গৈয়েই দেখা পালোঁ, তেওঁ বিচনাত পৰি আছে। কেঁকাই-গেঁথাই কাৰোবাক গালি পাৰি আছে। শুনিলোঁ, তেওঁ হেনো আগদিনা গধূলি বাগানৰ ফলবোৰ পকিছে নে নাই চাবলৈ গৈছিল। গৈ দেখিলে এজোপা গছৰ ডালত এটা ল'ৰা। ল'ৰাটোক হাতে-হাতে ধৰি পেলালে। সি তেতিয়া কেইটামান চেৰীফল ছিঙি জেপত ভৰাবলৈ ধৰিছিল। আপুনি বোধকৰোঁ জানে, পুজিল মানুহজন অলপ গুণ্ডা ধৰণৰ। পুজিলে ল'ৰাটোক গছৰপৰা চোঁচোৰাই নমাই আনিলে। তাৰ পিচত, কঁকালৰ পেটিডাল খুলি লৈ, তাৰেই তাক উধাই-মূধাই কোবাবলৈ ধৰিলে। এনেতে, নৈখনৰ ইটো পাৰৰপৰা কোনোবা এজনে চিঞৰি উঠিল, "পুজিল, ল'ৰাটোক এৰি দে।" পুজিলে চকুৰে অলপ কম দেখে। তেওঁৰ দৰে মদৰ পিপা এটাই চকুৰে কম দেখাৰে কথা! তেওঁ ছঁয়াময়াকৈ দেখিলে, নৈখনৰ ইটো পাৰৰপৰা কোনোবাই তাৰ পিনে চাই আছে। সেই মানুহটোৰেই কথাযাৰ কৈছে নে নাই কোৱা, বুজ ল'বলৈ বুলি পুজিলে তালৈ চাই ক'লে, "তই আকৌ ক'ৰ নপতা ফুকনটো ওলাইছ?" এইবুলি কৈয়েই তেওঁ ল'ৰাটোক আকৌ কোবাবলৈ ধৰিলে। মানুহটোৱে তেতিয়া গুজৰি উঠিল, "ল'ৰাটোক ভালে ভালে এৰি দিলিনে!" পুজিলেও ফেৰ পাতি ধৰিলে, "মনে মনে থাক, কটা পাষণ্ড!" কথাযাৰ শেষ কৰিবলৈ নৌ পাওঁতেই পুজিল মাটিত বাগৰি পৰিল। বাওঁখন কান্ধত বাৰুকৈয়ে দুখ পালে। সিপাৰৰ মানুহটোৱে কৈ

উঠিল, "পালিনে মজাটো, কটা কুকুৰ-ধূলি জমিদাৰ!" বেচেৰা পুজিল মাটিৰপৰা উঠিবই নোৱাৰিলে। মানুহে গম পাই দাঙি নিলেহি। ওচৰতে এই শিলটো পোৱা গ'ল। ৰাতিয়েই ডাক্তৰ মতা হ'ল। ডাক্তৰে ক'লে—হাড় ভাঙি গুড়ি হৈ গৈছে। হাস্পতাললৈ নিয়াই ভাল হ'ব! শুনিলোঁ, বাওঁ হাতখন হেনো চিৰকাললৈ ঘূণীয়া হৈছে—কোনো কাম-বন কৰিব নোৱাৰিব। ইপিনে এতিয়া খেতি চপোৱাৰ সময়। গতিকে পুজিল হাস্পতাললৈ যাবলৈ কোনোপধ্যেই মান্তি নহ'ল। ৰাতিপুৱাই মোক মাতি পঠিয়ালে। মোক তেওঁ ক'লে, যিটো মানুহে তেওঁক এইদৰে জখম কৰিছে তাক গ্ৰেপ্তাৰ কৰিব লাগে। ঘটনাটো ইমানেই। তেওঁলোকে যেতিয়া মোক এই শিলটো দেখুৱালে, মই তবধ মানিলোঁ। সাধাৰণ শিল নহয়—খনিৰ আঁকৰ; মাজত এডোখৰ পাইৰাইট ধাতু আছে। গতিকে, আকাৰ অনুপাতে শিলটোৰ ওজন বহুত বেছি। আপুনি নিজেই এবাৰ দাঙি চাওক, চাৰ! মই ঠিকেই আন্দাজ কৰিছিলোঁ, ছয় কিলোমান হ'ব বুলি। আচলতে, মাত্ৰ ৫১ গ্ৰামহে কম। এই ধৰণৰ শিল দলিয়াবলৈ হ'লে যথেষ্ট কায়দা জানিব লাগিব। মই সেই বাগানখন আৰু নৈখন নিজ চকুৰে চাই আহিছোঁ। পুজিল য'ত পৰিছিল, তাৰপৰা নৈৰ পাৰলৈ দুই মিটাৰ দূৰ। আৰু নৈখন কমেও অন্ততঃ চৈধ্য মিটাৰ বহল হ'ব। কি ক'ম আপোনাক, মই একেবাৰে চিঞৰি উঠিলোঁ। লৰালৰিকৈ ওঠৰ মিটাৰ দীঘল জৰী এডাল আনিবলৈ দিলোঁ। তাৰ পিচত, পুজিল য'ত বাগৰি পৰিছিল তাতে খুটি এটা পুতি জৰীডালৰ এটা মূৰ বান্ধিলোঁ। আনটো মূৰ দাঁতেৰে কামুৰি লৈ নৈখন সাঁতুৰি পাৰ হলোঁ। মোক বিশ্বাস কৰক, চাৰ! নৈৰ পাৰ পোৱাৰ লগে লগে জৰীডাল শেষ! পাৰ পায়েই এটা থিয় গৰা। থিয় গৰাটোৰ কাষেদি এটা আলি। মই এবাৰ-দুবাৰকৈ তিনিবাৰ জুখি চালোঁ। দেখিলোঁ, সেই খুটিটোৰপৰা আলিটোলৈ মুঠতে ১৯ মিটাৰ ২৭ চেন্টিমিটাৰ।"

মেজিষ্ট্ৰেটে বাধা দি উঠিল,—"কি কোৱাঁহে? ১৯ মিটাৰ ধেমালি, নহয় দেই! মানুহটোৱে শিলটো নৈৰ মাজৰপৰা দলিয়াইছিল নেকি?"

"চাৰ! ময়ো সেই বুলিয়েই ভাবিছিলোঁ। কিন্তু, নৈখনৰ ক'তো থাউনি পাবলৈ নাই—পাৰ দুটাই কমেও দুই মিটাৰকৈ দ। নৈৰ কেঁকুৰি মানেই ডুবি। সি শিলটো যিডোখৰ ঠাইৰপৰা দাঙি লৈছিল, তাতে নৈৰ পাৰত মস্ত এটা গাঁত। পাৰৰপৰাই আলিলৈকে এটা পকী বান্ধ। মানুহটোৱে আলিৰ ওপৰত উঠিহে দলিয়াইছিল! কাৰণ, পানীত নামিলেই ডুবি মৰিলহেঁতেন আৰু পাৰত থিয় হোৱা হ'লে পিছলি পৰিলহেঁতেন। তাৰ মানে, সি সেই শিলটো দলিয়াছিল ১৯ মিটাৰ ২৭ চেন্টিমিটাৰ দূৰত পৰাকৈ। কথাটো বুজি পাইছে নিশ্চয়!"



মেজিষ্ট্ৰেট মূৰটো জোকাৰি উত্তৰ দিলে, "তুমি ঠিক জানাতো, তাৰ হাতত কেটেপাৰ দৰে কিবা যন্ত্ৰ-তন্ত্ৰ নাছিল বুলি?"

হেইডাই তেওঁৰ মুখলৈ চাই অলপ টানকৈ ক'লে, "আপুনি চাৰ, তেনেহ'লে কোনোদিন কেটেপা চুয়েই পোৱা নাই। চেষ্টা কৰি চাবচোন, কেটেপাৰে বাৰ পাউণ্ড ওজনৰ শিল এটা মাৰি। মস্ত এজোপা ফেৰেঙণি থকা গছ কেটেপা কৰি ল'ব লাগিব। মই নিজে সেই শিলটো লৈ দুদিন ধৰি নানা কায়দা কৰি চাইছোঁ। হাতুৰী দলিওৱা প্ৰতিযোগিতাত শিকলি বন্ধা লো'ৰ বল দলিওৱাৰ দৰে দলিয়াবলৈ, শিলটো জৰীৰে বান্ধি দলিয়াবলৈ চেষ্টা কৰি চাইছিলোঁ। ওঁ-হো, নোৱাৰি। শিলটো জৰীৰে বন্ধাৰে উপায় নাই। মুঠতে, সি হাতেৰেই দলিয়াইছিল। একেবাৰে জ্বল্‌জ্বল্ পট্‌পট্ কথা।"

হেইডা উত্তেজিত হৈ উঠিল, "অথচ, কি সাংঘাতিক কথা। সি এটা বিশ্ব-ৰেকৰ্ড প্ৰতিষ্ঠা কৰিছে!"

মেজিষ্ট্ৰেটে বাধা দি ক'লে, "কি বাজে কথা বলকিছা!"

"বিশ্বাস কৰক, চাৰ! একেবাৰে বিশ্ব-ৰেকৰ্ড। শ্বট্-পুট খেলাৰ বলটো অলপহে বেছি গধুৰ—সাত কিলো। যোৱা বছৰৰ ৰেকৰ্ড হ'ল, ষোল মিটাৰতকৈয়ো কেইচেন্টিমিটাৰমান কম। যোৱা উনৈশ বছৰ ধৰি গোটেই পৃথিৱীৰ ৰেকৰ্ড আছিল চাৰে পোন্ধৰ মিটাৰ। এই বছৰ এজন আমেৰিকানে—নামটো পাহৰিলোঁ, কুক নে হিৰ্জফিল্ড জানো—প্ৰায় ষোল মিটাৰ পৰ্যন্ত দলিয়াইছিল। বলটো যদি ছয় কিলো ওজনৰ হ'লহেঁতেন, হিচাপমতে সেয়ে ওঠৰ কি উনৈশ মিটাৰৰ ৰেকৰ্ড হ'লহেঁতেন। চাৰ! এই মানুহটোৱে শ্বট্-পুট মাৰিবলৈ ল'লে, অনায়াসে চোৱা-ষোল মিটাৰ পৰ্যন্ত দলিয়াব। মই নিজে এই বিষয়ত পুৰণি খেলুৱৈ। চাইবেৰিয়াত থাকোঁতে, মোৰ বন্ধুবিলাকে মোক প্ৰায়েই হাত-বোমা দলিয়াবলৈ দিছিল। মাৰি পঠিয়াওঁ—কোনোবাখিনিত পৰেগৈ। মই আমেৰিকান নৌ-বাহিনীৰ সেনাবোৰৰ লগতো শ্বট্-পুট দলিয়াই পাইছোঁ। মই দলিয়াইছিলোঁ পূৰা চৈধ্য মিটাৰ; আৰু এজন আমেৰিকান নাবিকে দলিয়াইছিল, মোতকৈ মাত্ৰ চাৰি পইণ্ট বেছি। কিন্তু, এই শিলটো মই মাথোন চাৰে পোন্ধৰ

মিটাৰ দূৰলৈকেহে দলিয়াব পাৰিলোঁ। শৰীৰৰ গোটেই শক্তি প্ৰয়োগ কৰিও তাতকৈ এক চেন্টিমিটাৰো বেছি নোৱাৰিলোঁ। উঃ, উনৈশ মিটাৰ! কম কথা নহয়। ভাবিলোঁ, বেটাক যেনে তেনে উলিয়াবই লাগিব। আমাৰ হৈ সিয়েই ৰেকৰ্ড কৰক। আমেৰিকানটোৰ ৰেকৰ্ড একেবাৰে ধূলিৰ লগত মিহলি হৈ যাব!"

"পুজিলৰ কি হ'ব?"

"পুজিল যমৰ ঘৰলৈ গ'লেও, যাওক। পুজিলৰ কথা কোনে চিন্তা কৰে? মোৰ চিন্তা হ'ল, পৃথিৱীৰ এজন অজ্ঞাত ৰেকৰ্ডকাৰীক বিচাৰি উলিয়াব লাগে। সেয়ে হ'লে, তেওঁ গোটেই দেশৰে সন্মান বৃদ্ধি কৰিব। গতিকে, মোৰ প্ৰথম কৰ্তব্য হ'ল, তেওঁ যে পুজিলক জখম কৰাৰ বাবে কোনো শাস্তি নেপায় সেই কথাষাৰ ঘোষণা কৰা।"

"কথাষাৰ জানো ভাল হ'ল?"

"চাৰ! মই এইবুলিহে কৈছোঁ, যদি ছয় কিলো ওজনৰ শিলটো সঁচাসঁচিকৈয়ে নৈখনৰ ইপাৰৰপৰা সিপাৰলৈ দলিয়াব পাৰে, তেতিয়াহে শাস্তি মাফ পাব চাৰিওফালৰ গাওঁকিখনৰ মুখিয়াল মানুহবোৰক চপাই কথাষাৰ বুজাই দিছোঁ, কামটো কৰি দেখুৱাব পাৰিলে কি বিৰাট নাম হ'ব! গোটেই পৃথিৱীতে মানুহজন জনাজাত হৈ যাব! তদুপৰি, মানুহটোৱে যে ঢেৰ টকা-পইচা ঘটিব পাৰিব – সেইষাৰ কথাও বুজাই দিছোঁ। কথাষাৰ শুনিয়েই ডেকা ল'ৰাবোৰৰ মাজত ধুমধাম লাগি গৈছে। পথাৰৰ কাম-বন এৰি আটাইবোৰ নৈৰ পাৰত উবুৰি খাই পৰিছেহি। প্ৰত্যেকেই চেষ্টা কৰি চাইছে, নৈখনৰ সিপাৰে পৰাকৈ শিল দলিয়াবলৈ। নৈৰ পাৰটো ভাঙি শেষ কৰিলে। বিলাতী-মাটিৰে গঢ়া খুটা হওক, দেৱাল হওক, ভাঙি আনি শ্বট্-পুটৰ বল তৈয়াৰী কৰি লৈছে। অকল নৈৰ পাৰতে নহয়, আলিয়ে-পদূলিয়ে পথাৰে-সমাৰে গোটেইখনতে শিল দলিওৱাৰ ধুম পৰিছে। শিল দলিওৱাৰ ধুমত কত যে হাঁহ-কুকুৰা মৰিছে, তাৰ লেখ পাবলৈ নাইকিয়া হৈছে। ইপিনে মই নৈৰ পাৰত চোকা নজৰ ৰাখিছোঁ, জানোচা কোনোবাটোৱে দলিয়াই নৈখন পাৰ কৰেই! কিন্তু, এতিয়ালৈকে কোনেও নৈখনৰ সোঁ-মাজৰ বেছি পাৰ কৰিব পৰা নাই। মোৰ ধাৰণা হৈছে, যিমান দ'ম শিল নৈৰ মাজত পৰিছে, নৈখন কিজানি আধাআধি পোতেই খাব! কালি আবেলি সিহঁতে মানুহ এজনক ধৰি আনি দিলেহি। সিয়েই হেনো পুজিলক জখম কৰিছিল। মানুহটো আপুনি দেখা পাব। বাহিৰতে থিয় হৈ আছে। মই তাক সুধিলোঁ,



'লিচিংস্কি, তেনেহ'লে তয়েই শিল দলিয়াই পুজিলক জখম কৰিছিলি? হয় নে নহয়, ক।' সি উত্তৰ দিলে, 'হয়। পুজিলে মোক গালি পাৰি খং তোলাই লৈছিল। ওচৰত আৰু একো নেপাই, সেই শিলটোকে বুটলি লৈছিলোঁ।' মই ক'লোঁ, 'কোনো কথা নাই। তোক বাৰু মই আৰু এটা শিল দিওঁ। তই আকৌ এবাৰ পুজিল য'ত আছিল, সেই ঠাইলৈকে দলিয়াই দেখা। যদি সিমান দূৰলৈকে দলিয়াই দেখুৱাব নোৱাৰ, তোক কিন্তু শুদাই নেৰিম।' মোৰ কথা শুনি সি শিলটো দাঙি ল'লে। তাৰ বাহু দুটা দেখিবলৈ ডাম্বেল এযোৰৰ দৰে। শিলটো লৈ নৈৰ পাৰৰপৰা সিপাৰলৈ টোৱাঁই, সি জোকাৰিবলৈ ধৰিলে। দেখিলোঁ, সি শ্বট্-পুট দলিওৱাৰ কোনো কায়দা নেজানে। কঁকালটো ভাজেই খোৱা নাই আৰু ভৰি দুখন থোৱাৰ কোনো নিয়মেই নাই। তথাপি, সি প্ৰায় চৈধ্য মিটাৰ পাৰ কৰি পঠিয়ালে। শিলটো পানীৰ মাজতে জপংকৈ পৰিলগৈ। চৈধ্য মিটাৰ পাৰ কৰাও ধেমালি নহয়! মই তাৰ ওচৰলৈ গৈ ক'লোঁ, 'চা, কেনেকৈ থিয় হ'ব লাগে। তাৰ পিচত, ঠিক এনেকৈ সোঁ কান্ধখন পাচলৈ হোঁহোকাই ল'বি। দলি মাৰোঁতে, কান্ধখন এককোবে এইদৰে আগলৈ জোকাৰ মাৰি দিবি। বুজিলি নহয়?' সি কায়দাটো শিকি উঠি, মুঠেই দহ মিটাৰহে মাৰিলে। মোৰ খং উঠি গ'ল। তাক ধমক মাৰি দিলোঁ, 'কটা মিছলীয়া! মিছা কথা ক'বলৈ নাহিবি, পুজিলক তয়েই মাৰিছিলি বুলি।' সি তেতিয়া ক'লে, 'চাৰ, ভগবান সাক্ষী। ময়েই তাক জখম কৰিছোঁ। সেই কুকুৰ-পোৱালিটো আকৌ আহি থিয় দিয়কচোন, মাৰিব পাৰোঁ নে নোৱাৰোঁ—চাই ল'ব।' তাৰ কথা শুনি মই পুজিলৰ ওচৰ পালোঁগৈ! তেওঁক মই ক'লোঁ, 'ডাঙৰীয়া! ই এক বিশ্ব-ৰেকৰ্ড সম্পৰ্কীয় কথা। গতিকে, দয়া কৰি এবাৰ নৈৰ পাৰলৈ আহি তাক দুষাৰমান গালি পাৰক। সেই ইটা-ভেঁটাৰ মজদুৰটোৱে আকৌ আপোনাৰ গালৈ শিলটো দলি মাৰি পঠিয়াব।' কিন্তু, আপুনি কিজানি বিশ্বাসেই নকৰিব। পুজিলে কি ক'লে, জানে? তেওঁ ক'লে, 'ওঁ-হো, মই যাব নোৱাৰোঁ।' এইবোৰ মানুহৰ উচ্চ-আকাংক্ষা বোলা বস্তুটোৱেই নাই। উপায় নেপাই, মই আকৌ লিচিংস্কিৰ ওচৰলৈ গ'লোঁ। মই তাক চকু পকাই ক'লোঁ, 'হেৰ' মিছলীয়া! মিছা কথা ক'বলৈ মানুহ বিচাৰি নেপালি? পুজিলে দেখোন কৈছে, তেওঁক বোলে আন কোনোবাইহে মাৰিছে।' সি চিঞৰি উঠিল, 'সি মিছা কথা কৈছে। ময়েই তাক মাৰিছোঁ।' মই ক'লোঁ, 'তেনেহ'লে তই প্ৰমাণ কৰ। শিলটো সিমান দূৰলৈকে দলিয়াই দেখা।'

লিচিংস্কিয়ে মূৰটো খজুৰাবলৈ ধৰিলে। তাৰ পিচত, বেঙা-হাঁহি এটা মাৰি উত্তৰ দিলে, 'চাৰ! শূন্যতে মই মাৰিব নোৱাৰোঁ। কিন্তু, পুজিলক আনি থিয় কৰি দিয়ক, একে দলিয়েই তাৰ মূৰটো গুৰি কৰি দেখুৱাম। আপুনি চাই থাকিব।' মই তেতিয়া তাক বুজাবলৈ ধৰিলোঁ, 'লিচিংস্কি, তই যদি শিলটো দলিয়াই দেখুৱাব পাৰ, তোক বেকচুৰ খালাচ দিম। তাকে যদি নোৱাৰ, পুজিলক জখম কৰাৰ বাবে তোক মই হাজোতত ভৰাই থ'ম। পুজিলক ঘূণীয়া কৰাৰ বাবে তোৰ ছমাহ জেল হ'ব।' লিচিংস্কিয়ে ক'লে, 'ঠিক আছে, তেনেহ'লে মোক জেললৈকে নিয়ক।' চাৰ, মই মানুহটো গ্ৰেপ্তাৰ কৰি লৈ আহিছোঁ। মানুহটো বাৰাণ্ডাতে বৈ আছে। আপুনি যদি তাৰপৰা সঁচা কথাষাৰ উলিয়াব পাৰে, বৰ ভাল হয়। মোৰ ধাৰণা, আপুনি সুধিলে সি ভয়তে আচল কথাটো কৈ দিব। যি কি নহওক চাৰ, চৰকাৰৰ আগত মিছা কথা কোৱা কাৰণে তাক অন্ততঃ এমাহ জেল দিয়া উচিত হ'ব। তদুপৰি, খেলা-ধূলা সম্পৰ্কীয় কথাত আসৈ মতাৰ বাবেও তাক বেলেগে দণ্ড দিয়া উচিত। মানুহটোক বাৰু মই আপোনাৰ আগত হাজিৰ কৰিছোঁ, ৰ'ব।"

মেজিষ্ট্ৰেটে আচামীৰ পিনে চকুহাল ঘোপাকৈ ধৰি সুধিলে, "তয়েই তেনেহ'লে ৱাৎস্লাভ লিচিংস্কি, নহয় জানো? পুজিল ফ্ৰান্টিছেকৰ গালৈ এই শিলটো দলিয়াই তই তেওঁক জখম কৰা কথাষাৰ সঁচা নে মিছা?"

আচামীয়ে উত্তৰ দিলে, "ধৰ্মাৱতাৰ, পুজিলে এটা ল'ৰাক অনাহকতে মাৰ-ধৰ কৰিছিল। মই তাক নৈখনৰ ইটো পাৰৰপৰা ল'ৰাটোক এৰি দিবলৈ কৈছিলোঁ। তাতে সি মোক উৰাই-ঘূৰাই গালি পাৰিছিল।"

মেজিষ্ট্ৰেটে দপদপাই উঠিল, "হেৰ', মই তোক সুধিছোঁ—তই এই শিলটো দলিয়াইছিলি নে নাই?"

আচামীয়ে অনুতাপৰ সুৰত ক'লে, "ধৰ্মাৱতাৰ, কাটক বা মাৰক; দলিওৱা কথাষাৰ হয়। কিন্তু, সি মোক গালি পৰা দেখিহে দলিয়াইছিলোঁ।"

মেজিষ্ট্ৰেটে চিঞৰি উঠিল, "কটা পাষণ্ড! আকৌ মিছা কথা ক'বলৈ আহিছ? চৰকাৰৰ আগত মিছা কথা ক'লে কি শাস্তি হয়, জান? আমি বঢ়িয়াকৈ জানো, তই সেই শিলটো দলিওৱা নাই।"

বেচেৰা মজদুৰটো ভয়তে লেউসেউ হৈ পৰিল। সি খোনাই-খোনাই ক'বলৈ ধৰিলে, "ধৰ্মাৱতাৰ, শিলটো ময়েই দলিয়াইছিলোঁ। কিন্তু, পুজিলে মোক বৰ বেয়াকৈ গালি পাৰিছিল!"



মেজিষ্ট্ৰেটে হেইডাৰ পিনে সপ্ৰশ্ন দৃষ্টিৰে চালে। হেইডাই কান্ধ দুখন জোকাৰি ইংগিতেৰে জনাই দিলে, তেওঁ একো বুজি পোৱা নাই।

মেজিষ্ট্ৰেটে সেই থৰ লাগি থকা আচামীটোৰ পিনে চাই চিঞৰি উঠিল, "খোল—চোলা খোল। পটলুংটোও খোল। বেলি নকৰিবি।"

মজদুৰটোৱে গাৰ কাপোৰ-কানি সোলোকাই; তাৰ দৈত্যকায় দেহটো লৈ কঁপিবলৈ ধৰিলে। সি ভয় খাই গ'ল, জানোচা তাক প্ৰহাৰ কৰাৰে আয়োজন চলিছে! কিন্তু—কিন্তু, সেই কামটো থানাতহে কৰে!

মেজিষ্ট্ৰেটে ক'লে, "এইফালে চোৱা, হেইডা! ইয়াৰ বাহুৰ পেশীবোৰ চোৱা। আৰু কান্ধৰ ওচৰৰ গাঁঠি দুটালৈ চোৱা। তোমাৰ কি মত, এইবোৰৰ বিষয়ে?"

হেইডাই বিশেষজ্ঞৰ দৰে উত্তৰ দিলে, "সেইবোৰ ঠিকেই আছে, চাৰ! কিন্তু, পেটৰ পেশীখিনিহে ভালকৈ গঢ় লৈ উঠা নাই। আচলতে, শ্বট্-পুটৰ কাৰণে পেটৰ পেশীৰেই প্ৰয়োজন বেছি। কাৰণ, যেতিয়া শৰীৰৰ ওপৰভাগ ঘূৰাবলগীয়া হয়, তেতিয়া পেটৰ পেশীৰ ওপৰতে সকলোখিনি নিৰ্ভৰ কৰে। সময় থকা হ'লে, মোৰ পেটৰ পেশীখিনি আপোনাক দেখুৱালোহেঁতেন।"

"তথাপি, ইয়াৰ পেটটো আকৌ এবাৰ চোৱাচোন। পেটটো বেচ চাবলগীয়া। ঢৌ খেলি থকা যেন লাগে। নহয় নে বাৰু?"—মেজিষ্ট্ৰেট ক'লে।

তাৰ পিচত, তেওঁ তাৰ বুকুৰ সোণালী চুলিখিনিৰ মাজত আঙুলিৰে খোচ এটা মাৰি ক'লে, "ইয়াৰ বুকুখন বেচ আঁটিল। কিন্তু, ভৰি দুখনহে একেবাৰে চেৰেলা। মই দেখিছোঁ, সাধাৰণতে গাঁৱলীয়া মানুহবোৰৰ ভৰিবোৰৰ কোনো গঢ়-গতি নাই।"

হেইডাই সমালোচকৰ দৰে যোগ দিলে, "কাৰণ, সিহঁতে ভৰিৰ ব্যায়াম মুঠেই নকৰে! ইয়াকো ভৰি বুলি কয়নে? শ্বট্-পুট মাৰিবলৈ হ'লে, ভৰিয়েই আচল।"

মেজিষ্ট্ৰেটে মজদুৰটোক আকৌ ক'লে, "হেৰ', তই ঘূৰচোন, পাচফালটো চাওঁ!"

হেইডাই ক'লে, "কান্ধৰ কাষৰ পিঠিখনৰ পেশীবোৰ বেচ বঢ়িয়া। কিন্তু, মঙহ বুলিবলৈহে একো নাই। কঁকালটো জথৰ—পাক খাবই নোখোজে। মোৰতো মুঠেই ধাৰণা নহয় যে, শিলটো ইয়েই দলিয়াইছিল!"

মেজিষ্ট্ৰেটে খংমুৱাকৈ ক'লে, "পিন্ধ, কাপোৰ-কানিবোৰ পিন্ধি ল। ...এতিয়া শেষবাৰলৈ সুধিছোঁ। শিলটো দলিয়াইছিলি নে নাই?"

লিচিংস্কিয়ে তাৰ গোঁৰাৰামি নেৰিলে। উত্তৰ দিলে, "দলিয়াইছিলোঁ।"

মেজিষ্ট্ৰেটে তেতিয়া ক'লে, "তই যদি শিলটো দলিয়াইছিলিয়েই, তেনেহ'লে তই মানুহ এটা অনাহকতে ঘূণীয়া কৰিলি। গতিকে, তোক ফৌজদাৰী আদালতলৈ পঠিয়াব লাগিব। তাৰ মানে, কেইমাহ ফাটেক খাব, তাৰ ঠিক নাই। সময় থাকোঁতেই গোৰাঁৰামি এৰ। স্বীকাৰ কৰ যে আটাই-বোৰ বনোৱা কথা। সেয়ে হ'লে তোৰ শাস্তি বেছি নহয়। পুলিচৰ আগত মিছা কথা কোৱা বাবে মই তোক মাত্ৰ তিনি দিন হাজোতত থ'ম। তাৰ পিচত মুকলি কৰি দিম—হাঁহি হাঁহি গুচি যাব পাৰিবি। ক এতিয়া। তই পুজিলৰ গালৈ শিলটো দলিয়াইছিলি নে নাই?"

ৰাৎস্লাভ্ লিচিংস্কিয়ে উত্তৰ দিলে, "দলিয়াইছিলোঁ। সি মোক নৈৰ সিপাৰৰপৰা কেলৈ গালি পাৰিছিল?"

মেজিষ্ট্ৰেটে হেইডালৈ চাই ক'লে, "ইয়াক লৈ যোৱা। কটা ব্ৰহ্ম-মিছলীয়া।"

অলপ পিচতে, হেইডাই দুৱাৰৰ ফাকেদি মূৰটো উলিয়াই ক'লে, "চাৰ! ইয়াৰ শাস্তি বৰ কম হ'ল! আনৰ সম্পত্তি নষ্ট কৰাৰ কাৰণে আৰু কেইদিনমান ফাটেকত থোৱা উচিত। ই চাৰ, নৈৰ পাৰৰপৰা এটা শিল দাঙি লৈ দলিওৱাৰ ফলতে এতিয়া সেই পাৰটো খহি একেবাৰে থিয়-গৰাটোৰ কাষ পালেহি।"

# জাপান

## য়াচুনাৰি কাৱাবাতা

য়াচুনাৰি কাৱাবাতা সাম্প্ৰতিক জাপানী কথাশিল্পীসকলৰ মাজত অন্যতম। এওঁ এচিয়াৰ দ্বিতীয় নবেল-বঁটা বিজয়ী সাহিত্যিক। এওঁৰ গল্প-সমূহত জাপানী চৰিত্ৰটো যিমান সুন্দৰকৈ বিধৃত হৈছে, আন কাৰো ৰচনাত সেইদৰে হোৱা নাই।

## আজিনাই / য়াচুনাৰি কাৱাবাতা

গ'ল নিশা সপোনত মই সেই আজিনাইটো দেখিছিলোঁ।

কেৱল এইখিনি লিখিলেই তুমি নিশ্চয় বুজিব পাৰিবা, মই কি ক'ব খুজিছোঁ।

সেই যে আজিনাইটো—যাৰ কাৰণে মই তোমাৰ গালি-শপনি শুনিবলগীয়া হৈছিল !

ই মোৰ সোঁকান্ধৰ পিনে পিঠিৰ ওপৰত আছিল।

"সেইটো এতিয়াই মটৰমাহটোতকৈয়ো ডাঙৰ হৈ উঠিছে। সদায় হাত ফুৰাই থাকিলে এদিন সেইটো বিৰাট ফোঁহা এটা হৈ ফুটি যাব পাৰে।"

তুমি মোক এই আজিনাইটো লৈ যথেষ্ট গালি-শপনি পাৰিছিলা। কিন্তু তুমি ঠিক কথাই কৈছিলা, আজিনাইৰ তুলনাত ই সঁচাসঁচিকৈয়ে ডাঙৰ আছিল। বিৰাট, অদ্ভুত গোলাকাৰ, উখহি উঠা সেই আজিনাইটো।

তাহানি বয়স কম হৈ থাকোঁতে, বিচনাত বাগৰ দি সেইটোকে লৈ মই খেলা কৰি সময় কটাই দিছিলোঁ। কি যে সাংঘাতিক লাজ পাইছিলোঁ সেইদিনা, যিদিনা প্ৰথমে তুমি মোৰ সেই আজিনাইটো লক্ষ্য কৰিছিলা !

মই কান্দি পেলাইছিলোঁ। আৰু তোমাৰ সেই বিস্ময়ৰ চাৱনি আজিও মোৰ মনৰপৰা মচ যোৱা নাই।

"চেওকো, সেইটো পিটিকি নেথাকিবি ! যিমানে সেইটোৰ ওপৰত হাত ফুৰাই থাকিবি, সিমানে সেইটো ডাঙৰ হৈ যাব।" মোৰ আয়েও মোক এইদৰে গালি-শপনি পাৰিছিল। তেতিয়া মই তেনেই সৰু আছিলোঁ; তেৰ বছৰো হোৱা নাছিল মোৰ। গতিকে, অভ্যাসটো মই নিজে নজনাকৈয়ে গঢ়ি উঠিছিল। বাকী আটাইবোৰ পাহৰি গ'লেও, অভ্যাসটো ৰৈ গৈছিল।

তুমি যেতিয়া প্ৰথমে এই বস্তুটো লক্ষ্য কৰিছিলা, তেতিয়াও মই



সৰু হৈয়েই আছিলোঁ—তেতিয়াও মই গৃহিণী হৈ উঠিব পৰা নাছিলোঁ। তুমি হ'লা পুৰুষ মানুহ; কেনেকৈ বুজিবা, মই যে কি ভীষণ লাজ পাইছিলোঁ সেইদিনা ! লাজতকৈয়ো অধিক কিবা এটা যেন আছিল। ভয়ংকৰ ঘটনা। সেই মুহূৰ্তৰপৰা মোৰ বাবে বিয়া বোলা বস্তুটো এটা আতংকৰ বিষয় হৈ উঠিছিল। মোৰ ধাৰণা হৈছিল, মোৰ সকলোবোৰ গোপন ৰহস্য যেন উদ্‌ঘাটিত হৈ গ'ল—তুমি যেন মই নিজেই নজনা মোৰ জীৱনৰ গোপন ৰহস্যবোৰ এটা এটাকৈ মুকলি কৰি চাইছা—মোৰ যেন ক'তো কোনো আশ্ৰয়ৰ সম্ভাৱনা নেথাকিল।

তুমি যেতিয়া পৰম শান্তিত টোপনি গৈ থাকা, তেতিয়া মই যেন স্বস্তিৰ নিশ্বাস পেলাওঁ। কেতিয়াবা আকৌ নিজকে অতি অকলশৰীয়া যেন অনুভৱ কৰোঁ। মোৰ হাতখনে সেই আজিনাইটো চুব খোজা যেন পালেই, লৰালৰিকৈ উঠি আহি বহি পৰোঁ।

"আজিকালি মই আজিনাইটোত হাত নিদিওঁ"—আইলৈ এই কথাষাৰ লিখিম বুলি ভাবোঁ। আৰু লগে লগে মোৰ মুখখন পকা অঙঠাৰ দৰে ৰঙা হৈ উঠে।

"আজিনাইটো লৈ তোমাৰ ইমান চিন্তা কৰিবলৈ কি আছে ?"—তুমি এদিন কৈছিলা। কথাষাৰ শুনি মই মনৰ আনন্দত মূৰ দুপিয়াইছিলোঁ। কিন্তু, আজি তোমাৰ সিদিনাখনৰ কথাষাৰ মনলৈ আহিলত ভাবিছোঁ, তুমি যদি মোৰ এই লেতেৰা অভ্যাসটো আৰু অকণমান বেছি ভাল পাব পাৰিলাহেঁতেন !

আজিনাইটোৰ বাবে সঁচাসঁচিকৈয়ে মোৰ চিন্তাৰ কোনো কাৰণ নাছিল। কোনোবা ছোৱালীৰ কান্ধৰ তলত আজিনাই আছে নে নাই কোনেনো চাবলৈ যায় ? মাজে মাজে বিকলাংগ ছোৱালীবোৰৰ বিষয়ে এইদৰে কোৱা শুনিছোঁ: "ছোৱালীজনী তলা বন্ধ কৰি থোৱা ঘৰৰ দৰে নিষ্কলুষ।" আৰু এটা আজিনাই, যিমানেই ডাঙৰ নহওক লাগিলে, তাক জানো বিকৃতি বুলি ক'ব পাৰি ?

আজিনাইটো লৈ পিটিকি থকা অভ্যাসৰ দাস হৈ পৰিছিলোঁ মই, তোমাৰ এই ধাৰণাটো বাৰু ক'ৰপৰা আহিছিল ? আৰু এই অভ্যাসটোৱে তোমাক ইমান বিৰক্ত কৰাবে বা কাৰণটো কি ?

"বন্ধ কৰা, বন্ধ কৰা"—তুমি চিঞৰি উঠা। তুমি যে মোক কিমান হেজাৰ বাৰ এইদৰে গালি পাৰিছা !

"বাওঁ হাতৰ বাহিৰে তোমাৰ আৰু হাত নাইনেকি ?" তিক্ত কণ্ঠেৰে তুমি এদিন মোক সুধিছিলা।

বাওঁ হাত! প্ৰশ্নটো শুনি মই সঁচাসঁচিকৈয়ে চক্ খাই উঠিছিলোঁ। কথাষাৰ সঁচা। ইয়াৰ আগেয়ে মই কেতিয়াও লক্ষ্য কৰা নাছিলোঁ, মই যে সদায় বাওঁ হাতখনেই ব্যৱহাৰ কৰোঁ।

"সেইটো আছে তোমাৰ সোঁ কান্ধত। গতিকে, সোঁ হাতখন ব্যৱহাৰ কৰাই উচিত।"

"কিন্তু, বাওঁ হাতখনেৰে বেছি সুচল পাওঁ।"

"সোঁ হাতখন দেখোন আৰু বেছি ওচৰত আছে।"

"কিন্তু, সোঁ হাতখন যে ওলোটা হয় ?"

"ওলোটা মানে ?"

"চোৱাচোন বাৰু, হাতখন এইদৰে ঘূৰাই লৈ পিঠিত হাত থ'ব পাৰিনেকি ?"

লাহে লাহে তোমাৰ সকলোবোৰ কথা বিনা প্ৰতিবাদে গ্ৰহণ নকৰা হৈ আহিছিলোঁ। তথাপি, উত্তৰ দিবৰ সময়ত মোৰ নিজৰে ধাৰণা হৈছিল, মই যেন মোৰ সেই উদ্ধত ভংগীৰে তোমাক বহু দূৰলৈ ঠেলি দি নিজকেই আলিংগন কৰিবৰ বাবে প্ৰস্তুত হৈছিলোঁ। পিচত ভাবিছিলোঁ, তোমাৰ প্ৰতি মই নিষ্ঠুৰ হৈছোঁ।

"বাওঁ হাত ব্যৱহাৰ কৰিলে কি দায় লাগে, কোৱাচোন বাৰু!" প্ৰশ্ন কৰিছিলোঁ শান্ত কণ্ঠেৰে।

"সোঁ-বাওঁ বুজি নেপাওঁ ; মুঠতে অভ্যাসটো বেয়া।"

"জানো।"

"মই তোমাক কতবাৰ কৈছোঁ, ডাক্তৰৰ ওচৰলৈ গৈ সেইটো উঠাই পেলোৱা।"

"উঁ-হোঁ, মই নোৱাৰোঁ। মোৰ লাজ লাগে।"

"অতি সাধাৰণ কথা। তথাপি......।"

"আজিনাই উঠাবৰ কাৰণে ডাক্তৰৰ ওচৰলৈ কোন যোৱা শুনিছা ?"

"বহুত মানুহেই যায়।"

"যিবোৰৰ মুখত আজিনাই থাকে, সিহঁতহে যায়। কান্ধৰ আজিনাই উঠাবৰ কাৰণে কোনোবা যায় নে নেযায়, মোৰ সন্দেহ। ডাক্তৰে হাঁহিব। ভাবিব, মোৰ স্বামীয়ে নিশ্চয় এইটো লৈ ওজৰ-আপত্তি কৰিছে।"



"তুমি ক'লেই হ'ল, সেইটোৰ ওপৰত হাত ফুৰাই থকাটো এটা অভ্যাস হৈ উঠিছে। আৰু সেইবাবেই ·····।"

"বাৰু যি হৈছে হৈছে। চকুত নপৰা ঠাইত হ'লেই জানিবা এটা আজিনাই, তুমি দেখোন মন নকৰিলেই পাৰা।"

"তাৰ ওপৰত এইদৰে হাত ফুৰাই নেথাকিলে, মোৰ কোনো আপত্তি নাছিল।"

"মই জানো ইচ্ছা কৰি হাত ফুৰাই থাকোঁ ?"

"ভীষণ অবাধ্য হৈ গৈছা তুমি। তোমাক ইমানদৰে কৈছোঁ, তথাপি কোনোবাদিনা স্বভাৱটো শুধৰাবলৈ চেষ্টা কৰিছা জানো ?"

"নিশ্চয় কৰিছোঁ। ডিঙিলৈকে বন্ধ কৰিব পৰা ব্লাউজ পিন্ধি চাইছোঁ, যাতে সেইটো হাতেৰে চুব নোৱাৰোঁ।"

"কিন্তু সেই ব্লাউজ পিন্ধা কিমান পৰ ?"

"অন্যায়টো বাৰু কোনখিনিত কৰিছোঁ, কোৱাচোন!" অৱশেষত যেন ভালকৈয়ে যুঁজ দিবলৈ সাজু হ'লোঁ।

"অন্যায় অৱশ্যে বিশেষ একো নহয়। কিন্তু, মই পচন্দ নকৰোঁ বাবেই কৈছোঁ।"

"কিন্তু, তোমাৰ অপচন্দৰ কাৰণ ?"

"কাৰণটো কোৱাৰ কোনো প্ৰয়োজন নাই। সেইটো লৈ খেলা কৰি থকাৰ পৰা লাভ যেতিয়া একো নাই, আৰু অভ্যাসটো যেতিয়া সঁচাকৈয়ে বেয়া, সেইবাবেই মোৰ ইচ্ছা যে অভ্যাসটো বন্ধ হওক।"

"মই জানো কেতিয়াবা কৈছোঁ, বন্ধ নকৰোঁ বুলি!"

"তুমি যেতিয়াই সেইটো স্পৰ্শ কৰা, তেতিয়াই তোমাৰ মুখত এটা অদ্ভুত আত্মহাৰাৰ ভাব ফুটি উঠে। মই সেই বস্তুটোকে ঘিণ কৰোঁ।"

হয়তো তুমি ঠিকেই কৈছিলা। তথাপি, কিয় জানো তোমাৰ কথাবোৰে মোৰ বুকুত শেলে বিন্ধাদি বিন্ধিছিল। মই কেৱল মূৰ দুপিয়াই তোমাৰ কথাৰ সঁহাৰি জনাব খুজিছিলোঁ।

"এতিয়াৰপৰা যদি কেতিয়াবা চকুত পৰে, তেনেহ'লে মোৰ হাতখনতে মাৰ শোধাই দিবা। আনকি, মন গ'লে মোৰ গালতে চৰ শোধাই দিবা।"

"কিন্তু, দুই-তিনি বছৰ ধৰি চেষ্টা কৰিও এই অভ্যাসটো যে এৰিব পৰা নাই, সেইবাবে তোমাৰ লাজ নালাগেনে ?"

মই কোনো উত্তৰ নিদিলোঁ। মই কেৱল তোমাৰ সেই কথাকেইটাৰ বিষয়েই ভাবিছিলোঁ, "মই সেই বস্তুটোকে ঘিণ কৰোঁ।"

মোৰ সেই ভংগীটো, বাওঁ হাতখন কান্ধৰ ওপৰেদি পিঠিৰ ওচৰলৈ লৈ যোৱাটো, হয়তো সঁচাসঁচিকৈয়ে কিছু ক্লান্তিকৰ আৰু নিষ্প্ৰভ ধৰণৰ আছিল। 'নিঃসংগ' শব্দটোৰ দৰে এটা গুৰু-গম্ভীৰ শব্দ ব্যৱহাৰ কৰিবলৈ মোৰ দ্বিধা উপজিছিল। তথাপি, তিৰোতা মানুহৰ এই তুচ্ছ আত্মৰক্ষাৰ ভংগীটো বৰং জঘন্য আৰু কদৰ্য বুলি ক'ব পাৰি। আৰু, মোৰ মুখৰ সেই ভাবটো তুমি কোৱাৰ দৰেই 'অদ্ভুত আত্মহাৰাৰ ভাব' যেন বোধ হৈছিল।

কিন্তু, মোৰ ধাৰণা, মোৰ এই এটা মাত্ৰ তুচ্ছ অভ্যাসক লৈ ইমান বেছি হুলস্থুল লগোৱাৰ একমাত্ৰ কাৰণটো হ'ল, ইতিমধ্যে তুমি মোৰ ওপৰত অসন্তুষ্ট হ'বলৈ আৰম্ভ কৰিছিলা। মোক যদি তুমি ভাল পালাহেঁতেন, তেনেহ'লে গোটেই ঘটনাটো হাঁহি উৰাই দিব পাৰিলাহেঁতেন।

ভাবি চোৱাচোন, কি ভয়ংকৰ কল্পনা! হঠাৎ মোৰ ধাৰণা হৈছিল, হয়তো এই পৃথিৱীত এনেকুৱা এজন মানুহ নিশ্চয়েই আছে, যি মোৰ এই অভ্যাসটোক আমোদজনক বুলি গ্ৰহণ কৰিব পাৰে? কথাটো কল্পনা কৰিয়েই মই শিয়ঁৰি উঠিছিলোঁ।

মোৰ প্ৰতি তোমাৰ গভীৰ ভালপোৱাৰ ভাব থকা বাবেই যে মোৰ এই অভ্যাসটো প্ৰথমে তোমাৰ চকুত পৰিছিল, সেই বিষয়ে আজিও মোৰ মনত কোনো সন্দেহ নাই। কিন্তু এই ধৰণৰ তুচ্ছ মনোমালিন্যই যে এদিন বিৰাট আকাৰ ধাৰণ কৰি দাম্পত্য-জীৱনৰ সুখ-শান্তি নষ্ট কৰি দিয়ে, মোৰ নিজৰ ধাৰণা, প্ৰকৃত স্বামী-স্ত্ৰীৰ মাজত ব্যক্তিগত বিচিত্ৰ ৰুচি-অভিৰুচিয়ে কোনো প্ৰতিবন্ধক সৃষ্টি কৰিব নোৱাৰে। আৰু এবিধ স্বামী-স্ত্ৰী আছে, যাৰ মাজত প্ৰত্যেকটো কথা লৈয়েই সৰু-সুৰা খুটখাট লাগিয়েই থাকে। অৱশ্যে ইয়াৰ মানে এইটো নহয় যে যিবিলাকে পাৰস্পৰিক সমিলমিলৰ বাটেদি গৈ থাকে, তেওঁলোকৰ জীৱন গভীৰ ভালপোৱাৰে পৰিপূৰ্ণ; আৰু যিবিলাকে কাজিয়া-পেঁচাল কৰি কটায়, তেওঁলোক পৰস্পৰৰ চকুৰ কুটা দাঁতৰ শাল। মই ভাবোঁ— আৰু এই ভাবনাৰপৰা মোৰ নিস্কৃতিও নাই--তুমি ইচ্ছা কৰিলেই মোৰ এই অভ্যাসটোক আওকাণ কৰিব পাৰিলাহেঁতেন।

তুমি সঁচাসঁচিকৈয়ে মোক মাৰিবৰ বাবে চোঁচা লৈছিলা। ভৰিৰে গোৰ এটা শোধাই দিবলৈ ওলাইছিলা। মই তেতিয়া চকুপানী টুকি টুকি তোমাক সুধিছিলোঁ, "কিয়? কিয় তুমি আৰু অলপ কম নিষ্ঠুৰ হ'ব নোৱাৰা? এটা আজিনাইৰ ওপৰত হাত ফুৰোৱাৰ অপৰাধতেই কিয় মই ইমান বেছি কষ্ট খাব লাগে?"



কিন্তু, সেয়া কেৱল বাহ্যিক প্ৰশ্নহে আছিল।

"তোমাৰ এই বেমাৰটো কেনেকৈ গুচিব?"—তুমি সুধিছিলা। তোমাৰ কণ্ঠস্বৰ কঁপি উঠিছিল। আৰু মই স্পষ্টকৈ বুজি পাইছিলোঁ, তোমাৰ অৱস্থাটো। তোমাৰ ব্যৱহাৰৰ বাবে মোৰ অকণো খং উঠা নাছিল। আন কাৰোবাক যদি ঘটনাটো ক'লোহেঁতেন, তেনেহ'লে তেওঁলোকে যে তোমাক 'অত্যাচাৰী স্বামী' বুলি ক'লেহেঁতেন, সেইটো একেবাৰে ধ্ৰুৱ। কিন্তু, আমাৰ সম্পৰ্কৰ মাজত এনে এটা পৰিস্থিতিৰ সৃষ্টি হৈছিল যে, যিকোনো সামান্য কথাৰ বাবেই উত্তেজনা বাঢ়ি যোৱাৰ সম্ভাৱনা আছিল। সেইবাবে, তুমি যেতিয়া মোক সঁচাসঁচিকৈয়ে আঘাত হানিলা, তেতিয়া মই মনে মনে বৰং এক অদ্ভুত সান্ত্বনা লভিলোঁ।

"মই নোৱাৰোঁ। কোনোমতেই নোৱাৰোঁ। মোৰ হাত দুখন বান্ধি ৰাখা।" মই দুয়ো হাত জপাই তোমাৰ বুকুৰ ওপৰত নিজকে সমৰ্পণ কৰাৰ দৰে তুলি দিছিলোঁ, যেন মই মোৰ সৰ্বস্ব তোমাকেই সঁপি দিছিলোঁ।

তুমি যেন বিব্ৰত হৈ পৰিছিলা। খঙৰ ভমক নুমাই যোৱাৰ লগে লগে তোমাক অতি অৱসন্নৰ দৰে দেখা গৈছিল। তুমি মোৰ 'কিমোনো'-চোলাটোৰ ফিটাডাল উলিয়াই লৈ, তাৰে মোৰ হাত দুখন সঁচাসঁচিকৈয়ে বান্ধি দিছিলা।

মোৰ হাত দুখন বন্ধা অৱস্থাতেই, তুমি যেতিয়া মোৰ কপালৰ ওপৰত খেলিমেলি হৈ পৰি থকা চুলিখিনি আঁতৰাই দিছিলা, তেতিয়া তোমাৰ চকুত মই যি চাৱনি দেখা পাইছিলোঁ, সি মোক সঁচাসঁচিকৈয়ে আনন্দ দিছিল। ভাবিছিলোঁ, ইমান দিনৰ মূৰকত কিজানি পুৰণি অভ্যাসটো এৰিব পাৰিম।

তথাপি, মই সেই আজিনাইটোৰ সম্পৰ্কে কাৰো কোনো অনুযোগ সহ্য কৰিব নোৱাৰিছিলোঁ।

তাৰ পিচত, আকৌ সেই অভ্যাসটো উভতি অহাৰ বাবেই নেকি মোৰ প্ৰতি তোমাৰ যিকণ ভালপোৱা বাকী আছিল, সিও চিৰকালৰ বাবে লুপ্ত হৈ গ'ল! তুমি তেনেহ'লে অৱশেষত হতাশ হৈ সকলো চেষ্টা বাদ দিছিলা? সেই আজিনাইটোৰ ওপৰত মই যেতিয়া আকৌ হাত ফুৰাবলৈ আৰম্ভ কৰিলোঁ, তেতিয়া তুমি নেদেখাৰ ভাও জুৰিছিলা, মুখেৰে কোনো কথা উচ্চাৰণ নকৰা হ'লা।

তাৰ পিচত, এটা অদ্ভুত ঘটনা ঘটিল। গালি-শপনি পাৰি, মৰিয়াই-

খুটিয়ায়ো যিটো সম্ভৱ নহ'ল, সি এদিন নিজে নিজেই সম্ভৱ হৈ গ'ল। কঠোৰ শাসনো নিস্ফল হ'ল, অথচ হঠাৎ কেনেকৈ সেই অভ্যাসটোৰ চিন-মোকাম পৰ্যন্ত নোহোৱা হৈ গ'ল !

"শুনাচোন ! হেৰা, আজিকালি জানিছা মই সেইটোৰ ওপৰত হাত নুফুৰাওঁ।" যেন এইমাত্ৰ ঘটনাটো লক্ষ্য কৰিছোঁ, এনেকুৱা এটা সুৰতে মই কৈছিলোঁ। তুমি কেৱল অস্ফুটস্বৰে কিবা এটা ক'লা—যেন এই বিষয়ে তোমাৰ কোনো আগ্ৰহেই নাই।

সঁচাসঁচিকৈয়ে কথাটো যদি ইমানেই তুচ্ছ, তেনেহলে ইমান দিন ধৰি তুমি মোক যিহকে পায় তিহকে কোবাৱ কি মানে হয়, মোৰ মনত সেই প্ৰশ্নটোৱেই খেলাইছিল। মোৰ ধাৰণা, তোমাৰ মনতো এই প্ৰশ্নটো খেলাইছিল, অভ্যাসটো যেতিয়া ইমান সহজতেই নাইকিয়া হৈ যাব পাৰিলে, মই বাৰু ইমান দিন ধৰি কোনো চেষ্টাই কৰা নাছিলোঁ কিয় ? কিন্তু, তুমি কোনো কথা কোৱাৰেই প্ৰয়োজন বোধ কৰা নাছিলা।

যিটো অভ্যাস গণনাৰ ভিতৰতে নপৰে, যাৰ কোনো ঔষধো নাই, বিষো নাই, কোনো মূল্যই যাৰ নাই, ভাল লাগিলে যিটো কাম ওবেদিন ধৰি কৰি যাব পাৰি, তাৰপৰা কাৰো একো লাভ-লোকচানৰ প্ৰশ্ন নুঠে। তোমাৰ মুখত মই ঠিক এই নিস্পৃহ, নিৰাসক্ত ভাবটোকে স্পষ্টভাৱে দেখিবলৈ পাইছিলোঁ। মই সেইবাবে মুচৰি পৰিছিলোঁ। তোমাক জোকাই চাবৰ বাবেই, মই তোমাৰ চকুৰ আগতে আজিনাইটো চুই দেখুৱাব খুজিছিলোঁ, কিন্তু, কি আচৰিত ! মোৰ হাতখন দেখোন জঠৰ হৈ বৈ গৈছিল।

মই নিজকে অতি নিঃসংগৰ দৰে অনুভৱ কৰিলোঁ। মোৰ মনটো বিক্ষুব্ধ হৈ উঠিল।

ভাবিছিলোঁ, তুমি ঘৰত নেথাকিলে সেইটো এবাৰ চুই চাম। কিন্তু, মোৰ ধাৰণা হ'ল, স্বভাৱটো অতি লেতেৰা, ঘিণ লগা ধৰণৰ। আকৌ এবাৰ অনুভৱ কৰিলোঁ, হাতখন যেন জঠৰ হৈ বৈ গ'ল।

মজিয়াৰ ওপৰত চকু থৈ মই ওঁঠটো দাঁতেৰে কামুৰি বহি থাকিলোঁ।

"তোমাৰ আজিনাইটো কি হ'ল ?" তোমাৰ মুখৰপৰা এইষাৰ কথা শুনিবৰ বাবে কিমান দিন যে উচ্পিচাই ৰ'লোঁ। কিন্তু, আমাৰ সকলো কথা-বতৰাৰ পৰা এই 'আজিনাই' শব্দটোৱেই অদৃশ্য হৈ গ'ল।

আৰু, তাৰ লগে লগে হয়তো আন বহুতো কিবাই অদৃশ্য হৈ গ'ল।

তুমি যেতিয়া মোক গালি-শপনি পাৰিছিলা, তেতিয়া যে কিয় মই এই



অভ্যাসটো এৰিব পৰা নাছিলোঁ ! সঁচাকৈয়ে মই তোমাৰ উপযুক্ত ঘৈণী হ'ব পৰা নাছিলোঁ।

ঘৰলৈ উভতি আহি, এদিন আইৰ লগত মই ৰাজহুৱা স্নানাগাৰত গা ধুবলৈ ওলাইছিলোঁ।

"চেওকো, তোৰ সেই আগৰ তজবজনিটো ক'লৈ গ'ল ?" আয়ে সুধিলে, "বয়সৰ লগত যুঁজ কৰি ইমান সোনকালে ভাগৰিলিনে ?"

মই উচপ্ খাই উঠি আইৰ পিনে চালোঁ। আই কিন্তু এতিয়াও ধুনীয়া গাভৰু হৈয়েই আছে।

"তোৰ আজিনাইটোও কম ডাঙৰ নাছিল দেই !"

আইক ক'বলৈ নহ'ল, এই আজিনাইটোৰ বাবেই কিমান যন্ত্ৰণা সহিবলগীয়া হৈছে। মই ক'লোঁ, "হয়নে আই, ডাক্তৰবোৰে হেনো খুব সহজে আজিনাই উঠাই পেলাব পাৰে !"

"পাৰে। পিচে দাগ এটা ৰৈ যায়।" আয়ে অতি সহজকণ্ঠেৰে ক'লে, "আমি মাজে মাজে তাকে উলিয়াই হাঁহো। বিয়াৰ পিচতো চেওকোৱে কিজানি আজিনাইটো লৈ খেলা কৰিবলৈ পাহৰা নাই।"

"কিয়, মই খেলা কৰিছিলোঁনেকি ?"

"আমিতো সেই বুলিয়েই ভাবোঁ।"

"অতি জঘন্য অভ্যাস। এটা কথা ক'বানে আই, কেতিয়াৰপৰা এইটো আৰম্ভ হৈছিল ?"

"ল'ৰা-ছোৱালীৰ গাত কেতিয়া আজিনাই ওলায়, কোনে ক'ব পাৰে ! কিয় তোৰ ল'ৰা-ছোৱালীবোৰৰ আজিনাই হোৱা দেখা নাইজানো ?"

"সিহঁতৰ গাত দেখোন নায়েই।"

"বয়স বাঢ়ি অহাৰ লগে লগেই সেইবোৰ ওলাবলৈ আৰম্ভ কৰে, আৰু ওলালে সহজে নুগুচে। অৱশ্যে, তোৰ আজিনাইটোৰ কথা সুকীয়া। সিমান ডাঙৰ আজিনাই সাধাৰণতে দেখা নেযায়। তোৰটো কিজানি একেবাৰে জন্মৰে পৰাই আছে।" আয়ে মোৰ কান্ধৰ পিনলৈ চাই হাঁহিলে।

মোৰ মনত পৰিছে,তাহানি যেতিয়া মোৰ গাত কাপোৰ লোৱা বয়স হোৱা নাছিল, তেতিয়া আই আৰু মোৰ বাইদেউহঁতে মাজে মাজে সেই আজিনাইটো পিটিকি চাইছিল। ইয়াক লৈ খেলা কৰাৰ অভ্যাসটো কিজানি তাৰে পৰিণতি !

বিচনাত বাগৰ দি, আজিনাইটোৰ ওপৰত হাত বুলাই বুলাই মই ভাবিবৰ চেষ্টা কৰিছিলোঁ, সৰুতে সেইটো কেনেকুৱা আছিল !

কিমান দিন যে হ'ল ! কিমান দিন ধৰি মই সেইটো চুই চোৱা নাই ! এৰা, কিমান দিন পাৰ হ'ল, তাকে ভাবিছোঁ, ভাবি একো পাৰ পোৱা নাই।

মোৰ ঘৰত যিটো ঘৰত মই জন্ম হৈছিলোঁ, সেই ঘৰটোত তোমাৰ-পৰা বহুত দূৰত থাকি, ইচ্ছা কৰিলেই মই সেইটো লৈ খেলা কৰি থাকিব পাৰোঁ। কোনেও মোক বাধা দিব নোৱাৰে। কিন্তু, লাভ কি ?

আঙুলিটো আজিনাইটোৰ ওপৰত পৰাৰ লগে লগে মোৰ চকুহাল যেন চল্চলীয়া হৈ উঠিল।

মই মোৰ কৈশোৰ আৰু যৌৱনৰ দিনবোৰৰ কথা সুঁৱৰিবলৈ চেষ্টা কৰিছিলোঁ। কিন্তু, আজিনাইটোত হাত দিয়াৰ লগে লগে বাৰে বাৰে কেৱল তোমাৰ কথাই মনত পৰিবলৈ ধৰিলে।

মই একেবাৰে অযোগ্যা ভাৰ্যা আছিলোঁ। জানিছিলোঁ, তুমি মোক ত্যাগ কৰিব পাৰা। কিন্তু, এইদৰে বিচনাত শুই শুই যে কেৱল তোমাৰ কথাই ভাবিব লাগিব, সেই কথা মুঠেই নেজানিছিলোঁ।

চকুৰ পানীৰে সেমেকি উঠা গাৰুটো লুটিয়াই লৈ মই টোপনিৰ কোলাত লালকাল দিলোঁ। সপোনত মই সেই আজিনাইটো আকৌ দেখা পালোঁ।

টোপনি ভঙাৰ পিচত বহুত সময়লৈকে ধৰিবই পৰা নাছিলোঁ, মই কোনটো কোঠাত আছোঁ। কিন্তু, মোৰ মনটোত তেতিয়াও এনেকুৱা লাগি আছিল, যেন সেই কোঠাটোত তুমিও আছিলা। লগত কেইবাগৰাকীও মহিলা। আমি সুৰাপান কৰিছিলোঁ। সঁচাকৈয়ে মই মাতাল হৈ পৰিছিলোঁ। মই তোমাক কি কথাটো লৈ জানো, বহু পৰলৈকে কুটুৰি আছিলোঁ !

মোৰ সেই বেয়া অভ্যাসটো আকৌ ঘূৰি আহিছিল। বাওঁ হাতখন বুকুৰ সমুখেদি ঘূৰাই ঠিক আগৰ দৰেই আজিনাইটো চুব খুজিছিলোঁ, আৰু সেই আজিনাইটো মোৰ আঙুলিত লিপিট খাই উঠি আহিছিল। কোনো যন্ত্ৰণা নাই, একেবাৰে সহজভাৱে মোৰ হাতত এঠা লাগি উঠি আহিল। আঙুলিৰে পিটিকি চালত এনেকুৱা লাগিছিল, যেন খোলাত ভজা গোমধানৰ গুটি এটাহে।

সৰু ছোৱালী এজনীৰ দৰে মই তোমাৰ ওচৰত আব্দাৰ জনাইছিলোঁ, মোৰ সেই আজিনাইটো তোমাৰ নাকৰ দাঁতিতে থকা আজিনাইটোৰ পোতোকা পৰা গাঁতটোৰ ভিতৰত স্তবাই থ'বলৈ। সেইটো তোমাৰ সমুখত দাঙি ধৰি



চিঞৰি-চিঞৰি দাবী জনাইছিলোঁ ; তোমাৰ হাত দুখন খামুচি ধৰি মিনতি জনাইছিলোঁ ; তোমাৰ বুকুৰ ওপৰত মূৰটো থৈ উচুপি-উচুপি কান্দিছিলোঁ।

টোপনি ভঙাৰ পিচত দেখিলোঁ, গাৰুটো তেতিয়াও সেমেকি আছে আৰু মোৰ কান্দোনটোও শেষ হোৱা নাই।

মোৰ মনটো যেন ক্লান্ত হৈ পৰিছিল। ভীষণ ক্লান্ত। কিন্তু, তাৰ লগে লগে কিবা এটা গধুৰ বোজা নামি যোৱাৰ পিচত মনটো যেন অদ্ভুত ফৰকাল হৈ উঠিছিল।

সঁচাসঁচিকৈয়ে আজিনাইটো কিজানি নোহোৱা হৈ গ'ল। কথাটো ভাবি মনে মনে হাঁহি উঠিছিল। বিচনাত শুই শুয়েই হাঁহিছিলো। কিন্তু, সপোনটো সঁচা নে মিছা প্ৰমাণ ল'বৰ বাবে সাহসে নুকুলালে।

মোৰ আজিনাইৰ গল্পটো ইমানতে শেষ হ'ল বুলিয়েই ক'ব পাৰা।

এতিয়াও মাজে মাজে সেই মটৰমাহটোৰ সমান আজিনাইটো কেতিয়াবা হঠাৎ এনেয়ে আঙুলিৰ আগত খঁহনি খাই যায়।

তোমাৰ নাকৰ দাঁতিত থকা অকণমানি আজিনাইটোৰ কথা মই কেতিয়াও চিন্তা কৰি চোৱা নাই। তাৰ বিষয়ে কেতিয়াও এষাৰ কথাও কোৱা নাই। তথাপি মোৰ ধাৰণা হয়, মোৰ অৱচেতন মনত যেন সেইটোৰ বিষয়ে কিবা এটা সজাগ চিন্তা সদায় পুহি ৰাখিছোঁ।

সাধু-সাধু যেন লাগিলহেঁতেন, যদি মোৰ আজিনাইটো তোমাৰ আজিনাইটোৰ লগত মিল হৈ উখহি এটা টেমুনাৰ সমান হ'লহেঁতেন।

যদি এবাৰৰ কাৰণেও মই ভাবিব পাৰিলোহেঁতেন, তুমিও ঠিক মোৰ নিচিনাকৈয়ে সপোনত মোৰ এই দুৰ্ভগীয়া আজিনাইটো দেখা পাইছা ! সিমান সুখ মোৰ কপালত লিখা নাই।

এটা কথা ক'বলৈ পাহৰিয়েই গৈছিলোঁ।

তুমি যে কৈছিলা, 'মই সেই বস্তুটোকে ঘিণ কৰোঁ'—তেতিয়া তোমাৰ সেই কথাষাৰত মোৰ প্ৰতি তোমাৰ ভালপোৱাৰ মৰম-মিহলি সুৰ এটাই যেন বাজি উঠিছিল। মই মনে মনে চিন্তা কৰিছিলোঁ, খুব সম্ভৱ মই যেতিয়া আজিনাইটো পিটিকি থাকোঁ, তেতিয়া কিজানি মোৰ মাজত থকা গোটেইখিনি কদৰ্যতা কুৎসিৎ ৰূপত ফুটি উঠে।

ভাবিছোঁ, ইয়াৰ আগতে মই যিটো ঘটনাৰ কথা উল্লেখ কৰিছোঁ, তাৰ সহায়ত মোৰ দোষ স্খালন হৈছে নে নাই। আই আৰু মোৰ বাইদেউহঁতে এই

আজিনাইটো লৈ খেলা কৰাৰ ফলতেই যে, সময়-অসময় নাই সদায় ইয়াক চুই থকাৰ অভ্যাসটো আয়ত্ত কৰিছিলোঁ, মোৰ সেই কথাষাৰ নিশ্চয় তোমাৰ মনত আছে।

"আই, মই এই আজিনাইটো লৈ খেলা কৰা দেখিলে, তুমি বাৰু মোক গালি-শপনি পৰা নাছিলানে? সেই তাহানিখনৰ কথা কৈছোঁ।" মই আইৰ পিনে চাই সুধিছিলোঁ।

"ওঁ, পাৰিছিলোঁ। সেইবোৰ দেখোন কোন কাহানিবাৰে কথা।"

"কেলৈ গালি পাৰিছিলা?"

"কেলৈ আৰু! অভ্যাসটো বেয়া কাৰণে!"

"মই যেতিয়া সেইটো চুই পিটিকি খেলা কৰি থকা দেখিছিলা, তেতিয়া বাৰু তোমাৰ কেনেকুৱা লাগিছিল?'

"মানে···" আয়ে এবাৰ মোৰ পিনে কেৰাহিকৈ চাই লৈ ক'লে, "অলপ আখজা-আখজা যেন লাগিছিল, আন একো নহয়।"

"বুজিছোঁ, কিন্তু তোমাৰ কেনেকুৱা লাগিছিল? এই ধৰাঁ, তোমাৰ দুখ লাগিব পাৰে; নাইবা ধৰাঁ, মোক কদৰ্য, কুৎসিৎ যেন দেখিছিলা!"

'সিমানবোৰ কথা ভবাই নাছিলোঁ। কেৱল মাজে মাজে ভাবিছিলোঁ, তাহানি যে তোৰ মুখৰ সেই চিন্তা কৰা ভংগী এটা আছিল, সেই ভংগীটো যেনেকৈ এদিন এৰিব পাৰিছিলি, এই অভ্যাসটোও তেনেকৈ এদিন অনায়াসে এৰিব পাৰিবি।"

"তোমাৰ বাৰু দেখি-দেখি কেতিয়াবা বিৰক্তি লাগিছিল নেকি?"

"অলপ বেয়া লাগিছিল অৱশ্যে।"

"সেই কাৰণেই হবলা তোমালোকে মোৰ আজিনাইটো খুচি-বিন্ধি মোক খং তোলাবলৈ যত্ন কৰিছিলা?"

"কৰিছিলোঁ। পিচে কি হ'ল?" আয়ে দুষ্টামি-মিহলি হাঁহি এটা মাৰিলে।

সেয়ে যদি সঁচা হয়, তেনেহ'লে মোৰ এই বেয়া অভ্যাসটোৰ যোগেদিয়েই মই জানো মোৰ অচেতন অৱস্থাত তাহানি মোৰ আই আৰু বাইদেউহঁতৰপৰা পোৱা মৰমখিনিকেই মাজে মাজে জাৰি-জোকাৰি নেচাওঁ?

এই অভ্যাসৰ মাধ্যমত মই জানো মোৰ আপোন মানুহবোৰকেই স্মৰণ নকৰোঁ?

এই কথাষাৰকেই তোমাক ক'ব খুজিছোঁ। এই কথাষাৰ কোৱাটো প্ৰয়োজনীয়।



তুমি জানো মোৰ আজিনাইটো সম্পৰ্কে আগৰপৰা গুৰিলৈকে ভুল কৰা নাই?

মই জানো তোমাৰ ওচৰত থাকি আন কোনোবাজনৰ কথা চিন্তা কৰিব পাৰোঁ?

ভাবিছোঁ, মোৰ যি বিশেষ ভংগীটো দেখা পালে তোমাৰ মন তীব্ৰ ঘৃণাৰে উপচি উঠে, সি জানো মোৰ হৃদয়ৰ অনুচ্চাৰিত প্ৰেমৰেই অন্য এক প্ৰকাশ নহয়?

আজিনাইটো লৈ খেলা কৰাটো এটা অতি সামান্য ঘটনা। তাৰ বাবে মই কাৰো ওচৰত কোনো কৈফিয়ৎ দিবলৈ নিবিচাৰোঁ। কিন্তু, যিবোৰ সৰু-সুৰা ঘটনাৰ মাজেদি মই এজনী অযোগ্য গৃহিণীলৈ ৰূপান্তৰিত হৈছোঁ, সেই সকলোবোৰে আৰম্ভণি জানো এইদৰেই হোৱা নাই? হয়তো প্ৰথমতে এইবিলাকৰ মাজত তুমি মোৰ ভালপোৱাৰ কোনো ইংগিতেই দেখা পোৱা নাছিলা। কিন্তু, সেই নেদেখাৰ ফলতেই আজি যে মোৰ হৃদয়ত গৃহিণী হোৱাৰ, তোমাৰ যোগ্য হোৱাৰ সমস্ত স্বপ্নৰ মঞ্জৰী শুকাই মৰহি গৈছে—সিও জানো সত্য নহয়?

## গ্ৰেট বৃটেইন

জিম হাণ্টাৰ

জিম হাণ্টাৰ (১৯৪০— ) এগৰাকী অনতিবিখ্যাত তৰুণ ইংৰাজ লিখক। তথাকথিত অস্পৃশ্য বিষয়বস্তুক কিদৰে অত্যন্ত মাৰ্জিত ৰূপত ৰসোত্তীৰ্ণ সাহিত্যত পৰিণত কৰিব পাৰি, এওঁৰ গল্প তাৰে নিদৰ্শন। শাণিত বিদ্ৰূপ, নিৰুত্তাপ কৰুণাবোধ আৰু শব্দৰ অনিৰ্বচনীয় ব্যঞ্জনা এওঁৰ গল্পসমূহৰ বৈশিষ্ট্য।

## জন্মদাতা/ জিম হাণ্টাৰ

যিদিনাখন সি কথাটো গম পালে, সেইদিনা ৰাণ্টাৰ ডেভিৰ ঘৈণীয়েকৰ সন্তান-সম্ভৱা হ'বৰ চাৰি মাহ পূৰ হৈ গৈছে। কথাটো শুনি সি সিমান বেছি বিচলিত নহ'ল। সি যেন আধাআধি বুজা-নুবুজাকৈ কিবা এটা অনুমান কৰি পেলাইছিল। বাধ্যত নপৰা হ'লে, সি হয়তো পৰিস্থিতিটো মুঠেই স্বীকাৰ নকৰিলেহেঁতেন। কিন্তু সি লক্ষ্য কৰিছিল, কেইবাসপ্তাহো ধৰি তাৰ ঘৈণীয়েক যেন কিবা এক অজান সম্ভাৱনাত ব্যাকুল হৈ উঠিছে; আৰু কিবা এটা যেন কওঁ-কওঁ বুলিও ক'ব নোৱাৰি গুমৰি গুমৰি মৰিছে। ডাক্তৰৰ ওচৰলৈ অকলে যাবৰ সাহস ঘৈণীয়েকৰ নাছিল। আৰু যেতিয়া সঁচাসঁচিকৈয়ে ডাক্তৰৰ ওচৰলৈ গ'ল, তেতিয়াও উভয়ৰ কোনেও কাকো নক'লে যে নতুন অতিথি আগমনৰ সম্ভাৱনাও হ'ব পাৰে। অৱশ্যে, তেনেকৈ নোকোৱাৰো এটা কাৰণ নোহোৱা নহয়।

সি আছিল খনিৰ বনুৱা। যদিও খুব বেছি ওখ নাছিল, তথাপি সি আটিল আৰু নোদোকা ধৰণৰে আছিল। তাৰ মুখৰ ওপৰত বিয়পি পৰা বিৰক্তিৰ ভাবটো আৰু তাৰ ভয়-মিহলি চকুহাললৈ মন নকৰিলে ধৰিব নোৱাৰি যে, তাৰ বুকুখন কিহবাই খুলি খুলি খাব ধৰিছে। অৱশ্যে, চিৰকাল ধৰি এইটোৱেই তাৰ স্বভাৱ। তাৰ সমস্ত শক্তি যেন তাৰ দুৰ্বল দেহৰ ঘৈণীয়েকৰ সমুখত নিষ্প্ৰভ হৈ যাব খোজে। এই চুটি-চাপৰ আৰু লাহী মানুহজনীৰ চকুত তাৰ প্ৰতি এনে এটা প্ৰাগৈতিহাসিক তীব্ৰ ভৰ্ৎসনাৰ আভাস আছে, ওপৰা-উপৰিকৈ চালে যাৰ কোনো কাৰণেই বিচাৰি পোৱা নেযায়। সিহঁত দুয়ো আপোন দায়িত্বৰ মাজত ডুব গৈ থাকে। সিহঁতৰ তিনি বছৰীয়া দাম্পত্য-জীৱন যদিও সম্পূৰ্ণৰূপে নিবিড় শান্তিৰে পূৰ্ণ নহয়, তথাপি ৰীতিমতে সহনীয়। ৰাণ্টাৰৰ নিজৰ চকুত সি আন বহুতো মানুহতকৈ ভাগ্যবান। কিন্তু, আনৰ

চকুত সিহঁতৰ দাম্পত্য-জীৱনৰ এটা সৰু খুঁত আছে—সিহঁতৰ কোনো ল'ৰা-ছোৱালী নাই। তাৰ ভায়েক আৰ্থাৰে এখন স্থানীয় বাতৰি-কাকতৰ অফিচত কাম কৰে। সি আৰু ৰাল্টাৰে প্ৰায় একে সময়তে বিয়া কৰাইছিল। তাৰ এটা ল'ৰা হৈছে ইতিমধ্যে; তদুপৰি আৰু এটা আহিব লাগিছে। সেইবাবে, নগৰ সমনীয়াই ৰাল্টাৰক কয়, ভায়েক আৰ্থাৰে যিটো গতিত দৌৰিবলৈ ধৰিছে, হাত সাৰটি বহি থাকিলে তাক লগ ধৰা টান হ'ব। ৰাল্টাৰে কেৱল এটা নিস্তেজ হাঁহিৰে সঁহাৰি জনায়—কোনো উত্তৰ নিদিয়ে।

অৱশেষত, সি ডাক্তৰৰ মুখৰপৰাই জানিব পাৰিলে, কথাটো কি হৈছে! ঘৈণীয়েকে তেতিয়া তাইৰ বিক্ষিপ্ত চুলিকোছা আকৌ বিন্যস্ত কৰি ল'বলৈ ধৰিছে। বুঢ়া ডাক্তৰ ৱবিন্সনে তাৰ মুখত ফুটি উঠা অস্বস্তিকৰ প্ৰতিক্ৰিয়াটো লক্ষ্য কৰি ক'লে: "ৰাল্টাৰ, তোমাৰ কেনেকুৱা লাগিছে মই বুজিছোঁ। কিছুমানে আকৌ কথাটো শুনি আচৰিত হৈ যায়। দেখিলে ভাবিবা, আয়ৈ দেহি, বেচেৰাহঁতে একোৱেই নেজানে, কেনেকৈ কি হ'ল!" কথাষাৰ কৈ উঠিয়েই তেওঁ সশব্দে হাঁহিবলৈ ধৰিলে। ৰাল্টাৰে হাঁহিবৰ চেষ্টা কৰিলে, মৌন সঁহাৰি জনালে।

দুয়ো কোনেও কাৰো চকুলৈ নোচোৱাকৈ আহি আছে। আধাখিনি বাটলৈ কাৰো মুখত এষাৰ কথাও নাই। সিহঁতৰ হৃদয়ৰ সমস্ত স্নেহ আৰু শ্ৰদ্ধা যেন গোট মাৰি এক অদ্ভুত নিঃসংগতাৰ পিণ্ডত পৰিণত হৈ সিহঁতৰ বুকুৰ ভিতৰত খুন্দা মাৰি ধৰিছে। সি কামনা কৰিলে, তাৰ সেই অত্যুজ্জ্বল গ্লানিৰ ভাবটো ঢাকি ধৰিবৰ কাৰণে। সি যদি এই মুহূৰ্তত খনিৰ ভিতৰৰপৰা ওলাই আহোঁতে গালত লাগি থকা ৰঙচুৱা ধূলিৰ আৱৰণ অলপ ঠিক তেনেকৈয়ে সানি ল'ব পাৰিলেহেঁতেন! চিনাকি মানুহবোৰৰ মাজেদি আহি থাকোঁতে, প্ৰত্যেকটো দুৱাৰদলিত গধূলিৰ বতাহত জুৰ লৈ বহি থকা অজস্ৰ পুৰুষ আৰু তিৰোতাৰ মাজেদি আহি থাকোঁতে, সিহঁতে কেৱল মূৰ দোঁৱাই সম্ভাষণ জনাইছিল। মুখেৰে একো উচ্চাৰণ কৰা নাছিল। এজন শ্ৰমিক চাইকেলেৰে আহি আছিল। তেওঁক দেখা পাই, ৰাল্টাৰে কেৱল নীৰৱে মূৰ দোঁৱাই পাৰ হৈ যাব খুজিছিল। কিন্তু, তেওঁ দূৰৰপৰাই চিঞৰি উঠিল: "কিহে ৰাল্টাৰ! সপৰিবাৰে দেখোন! বেচ হাৱা খাইছাতো?"

ওচৰ পোৱাৰ লগে লগে ব্ৰেক ধৰি এখন ভৰি মাটিত থৈ, তেওঁ এটা উল্লাসপূৰ্ণ হাঁহি মাৰিলে। তাৰ পিচত ক'লে: "তোমালোকক দেখিলে একদম এই—কালি বিয়া হৈ যোৱা 'পেয়াৰ' বুলি ক'বহে।"

এই নিস্তব্ধতাখিনি ভাগি যোৱাৰ লগে লগে ৰাল্টাৰে এনে এটা স্বস্তিৰ



পৰিবেশ অনুভৱ কৰিলে, যেন কোনোবাই খুব টানকৈ আঁত খাই থকা ইস্ক্রুপ-গজাল এটাহে ঢিলা কৰি দিলেহি। সি এটা আতংক-মিহলি হাঁহি মাৰিলে। তাৰ মুখলৈ বহুত কথাই হেঁচা-ঠেলা কৰি ওলাই আহিব খুজিলে। অৱশেষত, সি প্ৰকাশ কৰি পেলালে: "বুজিছা এৰিক, আমি আৰু এতিয়া তোমাৰ নতুন 'পেয়াৰ' হৈ থকা নাই। আমি ডাক্তৰৰ ওচৰলৈ গৈছিলোঁ।" তাৰ পিচত অলপ সেপ ঢুকি লৈ ক'লে: "বুজিছা, এনি ল'ৰাৰ মাক হ'বলৈ সৰহ দিন নাই।"

"হয় নেকি?" শ্ৰমিকজনৰ চকুৰে-মুখে এটা উজ্জ্বল প্ৰশংসাৰ ভাব বিয়পি পৰিল। তেওঁৰ চকুযুৰি গৈ মানুহজনীৰ শেঁতা মুখখনৰ ওপৰত পৰিল। তাৰ পিচত ক'লে: "বৰ ভাল খবৰ পালোঁহে।...এতিয়াহে চাগৈ এনি আইদেউৰ মনটো ফৰকাল লাগিছে।"

দুয়ো নীৰৱ সমৰ্থন জনালে। এনিৰ শেঁতা চকুযুৰিৰ কোমল চাৱনিটো দূৰৰ ধূসৰ গছবোৰৰ ওপৰেদি পাৰ হৈ গ'ল।

এৰিকে ৰাল্টাৰৰ পিঠিত চপৰিয়াবলৈ ধৰিলে: "ভাই ৰাল্টাৰ, এইবাৰ তোমাক কোনে পায়! আজি ৰাতি ক্লাবত খুৱাব লাগিব কিন্তু...।"

ৰাল্টাৰে বুৰ্বকৰ দৰে হাঁহিলে: "বাৰু, ভাবি চাওঁচোন ৰ'বা।"

"বেচ, বেচ। পিচত দেখা হ'ব বাৰু। এনি আইদেউ, আহোঁ দেই।"

খোজকাঢ়ি আগবাঢ়ি গৈ থকাৰ লগে লগে ৰাল্টাৰৰ মগজুত এৰিকৰ কথাবোৰ পাক খাই খাই ঘূৰিবলৈ ধৰিলে। সি লক্ষ্য কৰিলে, বাটৰ শিলত থেকেচা খাই উফৰি উঠা ৰ'দৰ পোহৰখিনিয়ে যেন তাক এক অদ্ভুত উৎসাহৰ যোগান ধৰিছে। তাৰ বিব্ৰত হৃদয়লৈ যেন অকণমান স্নেহৰ কণিকা উভতি আহিল। সি অতি অনুচ্চ কণ্ঠেৰে ক'লে: "বুজিছা এনি, মোৰ...মোৰ অকণো খং উঠা নাই। কেঁচুৱাটো আমাৰেই হ'ব, নহয় জানো? কতদিন ধৰি আমি কামনা কৰি আহিছোঁ, এদিন আমাৰ এটা কেঁচুৱা হ'ব!"

ঘৈণীয়েকৰ মুখত এক কঠিন সংকল্পৰ আভাস তাৰ চকুত পৰিল। তাই যেন নিজৰ পাপবোধক তাৰ বিৰুদ্ধে আত্মৰক্ষাৰ অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিব খোজে। গোটেই ঘৰখনতে আশ্চৰ্য এক মৃত্যুৰ দৰে গম্ভীৰ পৰিবেশ বিয়পি পৰিল। সিহঁতে দেখোন এই পৰিণতিৰ কাৰণেই ইমান দিন ধৰি কামনা কৰি আহিছিল। আৰু এতিয়া এই পৰিবেশটো সিহঁত উভয়ৰে আত্মাৰ মাজত এখন প্ৰকাণ্ড দেৱালৰ দৰে থিয় দিছেহি।

সেইদিনা সি সোনকালেই ক্লাবত সোমালগৈ। সকলোকে আমন্ত্ৰণ কৰাৰ ছলেৰে সি নিজেও অত্যধিক সুৰা পান কৰিলে। সি তাৰ মনৰ সকলোখিনি

গ্লানি সুৰাৰ পাত্ৰত হেকুৰাই দিবলৈ বিচাৰিলে। জীৱনত প্ৰথমবাৰৰ কাৰণে তাক তাৰ লগৰ লগৰীয়াবোৰে ঘৰত থৈ যাবলগীয়া হ'ল। তাৰ ইমান বেছি নিচা লাগিছিল যে সি কোনোমতেই থিয় দি থাকিব নোৱাৰা হৈছিল। তাক দেখি আটাইৰে ফূৰ্তি লাগিছিল, যেন কাৰোবাৰ বিয়াৰ ৰাতিহে সিহঁতে সেইদৰে ফূৰ্তি কৰিছে। ঘৰত সেই ফূৰ্তিৰ কোনো আভাসেই নেথাকিল। ঘৈণীয়েকে পৰম তিক্ততাৰে আৰু চৰম বিতৃষ্ণাৰে তাৰ কানি-কাপোৰবোৰ যতনাই দিলে। তাক বিচনাত শুবলৈ নিদিলে, কাৰণ, তাৰ মুখত মদৰ উৎকট গোন্ধ। মাটিৰ মজিয়াতে এখন কম্বল পাৰি তাক শুবলৈ দিলে।

পিচদিনা খনিত কাম কৰিবলৈ যাওঁতে তাক লৈ সকলোৱে হুলস্থূল আৰম্ভ কৰি দিলে। কাৰণ, এইটোৱেই সিহঁতৰ চিৰকালৰ অভ্যাস। সিহঁতৰ মাজৰ কাৰোবাৰ যেতিয়া বিয়া-বাৰু হয় অথবা ল'ৰা-ছোৱালী উপজিবৰ হয়, তেতিয়া সিহঁতে এইদৰে হুলস্থূল কৰাটো স্বভাৱেই। ইয়াৰ আগৰ সপ্তাহটোত এজন উনৈছ বছৰীয়া শ্ৰমিকৰ প্ৰথম ল'ৰাটো জন্ম হোৱাৰ খবৰ পাই সিহঁতে খুব হুলস্থূল কৰিছিল। সেই শ্ৰমিকজনেও ঠাট্টা-মস্কৰাত যোগ দিলেহি। ৰাল্টাৰে নীৰৱে অকণো নহঁহাকৈ সিহঁতৰ সকলো অত্যাচাৰ মূৰ পাতি ল'লে। সি এক অদ্ভুত শক্তিৰে কাম কৰি যাবলৈ ধৰিলে। সি যেন নিজৰ ওচৰতে প্ৰমাণ কৰিব খোজে, কি দুৰন্ত শক্তিমান তাৰ পৌৰুষ! আৰু তাৰ ফাঁকে ফাঁকে নীৰৱে চিন্তা কৰিলে, প্ৰকৃত পিতা কোন!

খনিৰ কাৰখানাৰপৰা ওলাই আহিয়েই ভায়েক আৰ্থাৰক দেখা পালে। তাক দেখাৰ লগে লগে আৰ্থাৰে হাঁহি হাঁহি ক'লে: "মই এই-ফালেই আহিছিলোঁ। এনেতে গম পালোঁ, তোমাৰ হেনো ওলাবলৈ বেছি পৰ নাই।"

আৰ্থাৰৰ বয়স ২২ বছৰমান হ'ব। ককায়েকতকৈ তাৰ দেহৰ গঠন অলপ শিথিল, কিন্তু মুখখন বেছি ফৰকাল। তাৰ সস্তীয়া কোট-পেণ্টযোৰ আৰু বগা কামিজটো ককায়েকৰ মলিয়ন সাজটোতকৈ বহু বেছি উজ্জ্বল যেন বোধ হৈছিল।

"বৌদেউৰ খবৰটো আজি ৰাতিপুৱা পালোঁ!"

"হুঁ, হয় নেকি? ... বুজিছই নহয়, বেচ ফূৰ্তি লাগিছে।"

"ইস্, নেলাগিবহে! সময় কেতিয়া?"

"ডিচেম্বৰৰ আগডোখৰত বুলি ডাক্তৰে কৈছে। মানে—এতিয়া চাৰি মাহ চলি আছে।"



আৰ্থাৰৰ মুখত দুষ্টামিৰ হাঁহি খেলি গ'ল: "তুমি দেখিছোঁ সোনকালেই আমাক লগ ধৰিবাহি। আমাৰ আকৌ অক্টোবৰ মাহতে, জানা নহয়?"

ৰাল্টাৰৰ পেটটোত যেন কিহবাই খামোচ মাৰি ধৰিলে। সি অলপ খঙৰ সুৰতে ক'লে: "তহঁতক...তহঁতক কোনে লগ ধৰে! আমাৰ কথা বাদ দে।"

লগৰ সমনীয়াৰ ঠাট্টা-মস্কৰা শুনি শুনি সি প্ৰথম ডোখৰত অত্যন্ত বিৰক্তি বোধ কৰিছিল। সি মনে মনে চিন্তা কৰি চালে, কোনো উত্তৰ নিদিয়াকৈ থাকিলে সিহঁতৰ এই অত্যাচাৰ আপোনা-আপুনি বন্ধ হৈ যাব। কিন্তু, হিতে বিপৰীত হ'ল। সকলোৱে তাক লাজকুৰীয়া ডেকা বুলি ভাবি, তাৰ ওপৰত অত্যাচাৰৰ মাত্ৰা বঢ়াই আনিলে। ক্লাবত ৰাতিৰ পিচত ৰাতি ধৰি সেই একে হুলস্থূল। অৱশেষত এদিন উপায় নেপাই, ফুট-গধূলিতে সি ক্লাবৰপৰা ওলাই আহিবলৈ বাধ্য হৈছিল। গধূলিৰ ম্লান পোহৰৰ মাজে মাজে আহি থাকোঁতে তাৰ চকুত পৰিল, বহুতৰে ঘৰৰ আগ-চোতালত ল'ৰা-ছোৱালীবোৰে উমলি আছে। সিহঁতে তাৰ পিনে মূৰ তুলি চালে, যেন কিবা এক অবুজ কথাৰহে সন্ধান পাইছে। সি সিহঁতৰ দৃষ্টিৰপৰা পলাবৰ কাৰণে ব্যগ্ৰ হৈ উঠিল। তাৰ নিজৰ ভৰিৰ জোতাযোৰৰ শব্দবোৰ শুনাত সি ব্যস্ত হৈ পৰিল। ওচৰৰ ঘৰবিলাকৰ ওপৰেদি সি নীলা আকাশখনলৈ চাই পঠিয়ালে। এইখন আকাশ যেন সি কোনো-কালেই চিনি পোৱা নাই, দেখা পোৱা নাই। যদিও অত্যন্ত সুন্দৰ, তথাপি যেন ভয়াবহ। বৰং খনিৰ তলৰ সুৰংগ-পথৰ এন্ধাৰ মাটিখিনিও যেন তাতকৈ বহু বেছি স্বাচ্ছন্দ্যপূৰ্ণ। তাৰ ঘৰৰ পদূলি পাওঁতেই চকুত পৰিল, ভিতৰৰপৰা ওলাই আহিছে জৰ্জ এছটন।

এছটন তাৰ সমবয়সী। সি খনিৰ বনুৱা নহয়। সি আলি-দোমোজাটোৰ সিপাৰে থকা মটৰ-গেৰেজটোত কাম কৰে। সি বিয়া কৰোৱা নাই। তাক দেখিলে তাৰ আচল বয়সতকৈ কম বয়সীয়া যেন লাগে। গাৰ ছালখন অত্যন্ত মসৃণ আৰু উজ্জ্বল। মূৰত মস্ত একোছা চুলি; কোনো শাসনেই মানিব নোখোজে তাৰ সেই উদ্ধত চুলিকোছাই। যদিও সিহঁতৰ মাজত বিশেষ কোনো বন্ধুত্ব নাই, তথাপি ৰাল্টাৰে সেমেকা মাতেৰে তাক মাতিলে: "জৰ্জ!"

এছটন চক্ খাই উঠিল: "অ' ৰাল্টাৰ নেকি? ...মানে, তোমাৰ ঘৰত মাত এষাৰ দি যাবলৈহে সোমাইছিলোঁ। কথাটো শুনি বৰ সুখী হ'লোঁ।"

"অ' হয় নেকি? তুমি তাৰ মানে ইতিমধ্যে গম পাইছা!" তাৰ পিচত আৰু একো নোকোৱাকৈ সি ঘৰৰ ভিতৰত সোমাই পৰিল।

বহুত দিনৰ আগৰ কথা। বাৰ বছৰৰ আগতে, তাৰ লগত জৰ্জ এছটনৰ বেচ এখন যুদ্ধ লাগিছিল। যুদ্ধ অৱশ্যে মঞ্চৰ ওপৰত লগা নাছিল; গলিৰ মাজৰ আন্ধাৰ ৰাস্তা এটাতহে লাগিছিল। দৰ্শক বুলিবলৈ তিনি-চাৰিটামান সমনীয়া ল'ৰাহে আছিল। সিহঁতে কাকো সহায় কৰা নাছিল। দুয়োটাৰে ভৰিৰ গোবোহনি আৰু নাকৰ ফোপনি শুনি সিহঁত ভয়তে পেঁপুৱা লাগিছিল। জাৰকালিৰ সন্ধিয়া কুঁৱলী পৰি বাটটো পিছল হৈ আছিল। এছটন পিছল খাই পৰিল। মূৰটো শিলত থেকেচা খাই বাঙলী হৈ গ'ল। অৱশেষত, তাক অচেতন অৱস্থাত ঘৰলৈ দাঙি নিবলগীয়া হ'ল। জৰ্জৰ মাকে ৰাল্টাৰক যথেষ্ট গালি-শপনি দিলে। ঘৰতো মাকে গালি পাৰিলে। দেখাত যদিও দুয়োটা প্ৰায় সমান, তথাপি ৰাল্টাৰ বয়সত কেইমাহমান ডাঙৰ; সেইবাবেই সি বেছি গালি খালে। এছটনৰ মূৰটো বাৰুকৈয়ে থেঁতেলা খাইছিল। ৰাল্টাৰৰ মনটো সঁচাসঁচিকৈয়ে বেয়া হৈ গৈছিল। অৱশেষত যেন জৰ্জ এছটনেই এই যুদ্ধত জয়ী হোৱাৰ গৌৰৱ লাভ কৰিলে। সেইবাবে, তাৰ পিচৰপৰা বহুত দিনলৈকে এছটনক দেখা পালেই ৰাল্টাৰ ৰঙাছিঙা পৰি গৈছিল।

ঘৰৰ ভিতৰলৈ সোমায়েই সি ঘৈণীয়েকক প্ৰায় চোচোৰাই অনাৰ দৰে আনিলে। তাই যেন তাৰ সেই কেতিয়াও নেদেখা সাংঘাতিক খংটো চিনি পালে।

"কি হ'ল, আজি দেখোন সোনকালে উভতি আহিলা?" ঘৈণীয়েকে কঁপি কঁপি ক'লে।

"মোৰ ঘৰলৈ যেতিয়াই খুচী তেতিয়াই উভতিম।"

এনিয়ে তাৰ খঙাল চকুযোৰলৈ মুখামুখিকৈ চাবৰ সাহস নকৰিলে। ৰাল্টাৰে আকৌ ক'লে: "জৰ্জ এছটনক মই বাটত লগ পাই আহিছোঁ। সি ইয়ালৈ আহিছিল, নহয়?"

এনিয়ে মূৰ দুপিয়ালে। ৰাল্টাৰে তাইক মুহূৰ্তৰ ভিতৰতে হাতৰ মুঠিৰপৰা মুকলি কৰি পাচলৈ ঠেলা মাৰি পঠালে। তাৰ পিচত, তাইৰ পিনে পিঠি দি চিঞৰি-চিঞৰি ক'বলৈ ধৰিলে: "তাক যেন দুনাই এই ঘৰত দেখা নেপাওঁ। ধৰা পৰিলে দুয়োটাকে শেষ কৰি থ'ম।"

"ময়ো তাক দুনাই লগ পাবলৈ নিবিচাৰোঁ। তাক মই কথাটো কৈ দিছোঁ।"



এনিৰ অদ্ভুত কণ্ঠস্বৰটো শুনি সি উভতি চালে। তাইৰ চকুত খং-মিহলি নিঃসংগতাৰ চকুপানী। সি যেন আকৌ এবাৰ তাৰ কৰ্তৃত্বৰপৰা বঞ্চিত হ'বলগীয়া হ'ল। তাৰ যেন অক্ষমতাৰ গ্লানি ঢাকিবৰ কোনো উপায়েই নেথাকিল লৰালৰিকৈ সি বাহিৰলৈ ওলাই গ'ল। আকৌ এবাৰ সি তাৰ খং-ৰঙা চকুহালেৰে ধূসৰ আকাশখনলৈ চালে। হঠাৎ তাৰ নিজৰ ওপৰতে ঘৃণা জন্মিল—কেৱল নিজৰ ওপৰতে।

পিচদিনা গধূলি ইচ্ছা নথকা সত্ত্বেও সি ক্লাবলৈ গ'ল। বহু দিনৰ অভ্যাস এটা হঠাতে বন্ধ কৰি দিবলৈ বৰ টান। তদুপৰি, উষ্ণ ঠাইডোখৰৰ প্ৰাণস্পন্দনটো তাৰ খুব ভাল লাগে। আৰু ভাল লাগে যেতিয়া কোনোবা নিপুণ খেলোৱাৰে পাখি-বন্ধা প্লাষ্টিকৰ কাঁড় এমুঠি হাতত লৈ এটাৰ পিচত এটাকৈ কাঠৰ বোৰ্ডত থকা নম্বৰবোৰত লগোৱাৰ লগে লগে গোটেই ঘৰটো হাঁহিৰ শব্দত ৰজনজনাই উঠে, তেতিয়া। তাৰ মগজুৰ ভিতৰত ঠাহ খাই থকা ঘন কুঁৱলীৰ বোজা লৈ নিজৰ বিষয়ে অস্পষ্ট চিন্তা কৰাৰপৰা হাত সাৰিবৰ কাৰণে তাৰ ঠিক এনেকুৱা পৰিবেশ এটাৰেই প্ৰয়োজন। কিন্তু, যোৱা কেইদিনমানৰপৰা এই পৰিবেশটো যেন সলনি হৈ গৈছে; ভিতৰত সোমাবলৈ তাৰ খুব ভয় লাগে। ভিতৰত ভৰি দিয়াৰ লগে লগে সি যি ধৰণৰ অভ্যৰ্থনালৈ ভয় কৰে, তেনেকুৱা অভ্যৰ্থনাই লাভ কৰিলে।

"চোৱা, এইপিনে চোৱা। এই চহৰৰ সৰ্ব্বশ্ৰেষ্ঠ সম্ভাব্য পিতাৰ আগমন ঘটিছে।"

মন্তব্যটোৰ লগত যেন নিয়মিত উপহাসতকৈয়ো বেলেগ সুৰ এটা মিহলি হৈ আছিল। মন্তব্যটো যেন বেছি বিদ্ৰূপপূৰ্ণ, বেছি ক্ষতিকাৰক ধৰণৰ। সেইবাবে, সি ধোঁৱাৰে ছাঁয়াময় হৈ থকা কোঠাটোৰ পিনে চালে—কোনে সেই মন্তব্য কৰিছে। জৰ্জ এছটন। অলপ সময়ৰ কাৰণে সি আন একো চিন্তা কৰিব নোৱাৰা হৈ গ'ল। মানুহৰ কি যে দুৰ্দান্ত সাহস—সি ভাবিলে। সি নিজকে সংযত কৰি ল'লে কেৱল অৰ্থহীন ভংগীত হাতখন এবাৰ দাঙি ধৰিলে আৰু হাঁহিলে। তাৰ পিচত, সুৰাৰ বটলখিনিৰ ওচৰ চাপি গ'ল।

এছটন সাধাৰণতে ক্লাবলৈ নাহে। ৰাল্টাৰৰ ধাৰণা হ'ল: সি কেৱল তাক ইতিকিং কৰিবৰ বাবেই আহিছে! কিন্তু, এই মুহূৰ্তত ধৈৰ্য ধৰাৰ বাহিৰে উপায় নাই। সি ঢোক্-ঢোক্কৈ এক বটল মদ নিঃশেষ কৰি পেলালে। খোৱাৰ লগে লগে সি গিলাচটোৰ ওপৰত তাল ঠুকি আছিল। তাৰ পিচত,

সি বটলৰ পিচত বটলকৈ মদ কিনিবলৈ ধৰিলে। অৱশ্যে, কামটো যে বেয়া হৈছে, সেই কথা তাৰ মগজুত খেলাইছিল - কাৰণ সেইখিনি টকা নৱজাতকৰ বাবে সঞ্চয় কৰাই উচিত আছিল। তথাপি, সি নিচা লগাবৰ কাৰণেই সেইদৰে বটলে বটলে মদ খাইছিল। কোনোদিনেই সি এই বিষয়ত অভ্যস্ত নাছিল যদিও, সি কথা-বতৰা পতাতকৈ মদ খোৱাৰ পিনেই বেছি মনোযোগ দিছিল। অৱশেষত, সকলো মানুহেই মন্তব্য কৰিবলৈ বাধ্য হৈ পৰিল।

"কি অ' ৰাল্টাৰ! খুব গিলিছ দেখোন।" এজন বন্ধুৱে মাত লগালে।

"নেজান নেকি তাৰ প্ৰথম সন্তান আহিছে বুলি? তই এইবোৰ কথা কি বুজিবি, বুৰ্বক ক'ৰবাৰ!" আন এজন বন্ধুৱে হাঁহি হাঁহি ক'লে।

চাৰিওপিনে হাঁহিৰ খলকনি উঠিল। খং আৰু ভাগৰত তাৰ কপালত ঘামৰ কণিকা বিৰিঙি উঠিল। সি কামিজৰ বুটামটো খুলি পেলালে। তাৰ পিচত সি চিঞৰি উঠিল: "কি মিছামিছি গোলমাল লগাই থাকা? কিনো নহ'বৰ হ'লহে!"

"হ'লতো, নহ'বৰে হ'ল। আৰে, বাপেক হোৱাটো কিবা বাহাদুৰীৰ কথা নহয় নেকি?" সিহঁতে হাঁহি হাঁহি উত্তৰ দিলে।

কিন্তু ৰাল্টাৰৰ মুখ বন্ধ নহ'ল। বক্তৃতাৰ ভংগীত ক'বলৈ ধৰিলে: "কিয়, তোমালোকৰ কাৰো কেতিয়াও ল'ৰা ছোৱালী হোৱা নাই নেকি? মোৰহে ল'ৰা-ছোৱালী হ'লে জগৰ লাগিব, নহয় জানো?"

হঠাৎ সি সমুখলৈ কেইখোজমান আগবাঢ়ি গৈ সেই উনৈছ বছৰীয়া ডেকাজনক টানি আনিলে: "ইয়াক দেখিছানে! ইয়াৰো দেখোন কেইদিনমানৰ আগতে ল'ৰা এটি হৈছে। অথচ, ই মোতকৈ পাঁচ বছৰৰ সৰু। তেন্তে, মোৰ ল'ৰা হ'লে কি জগৰ লাগে?"

"ওঁ-হো, একো জগৰ নেলাগে ৰাল্টাৰ! আমি ধেমালিহে কৰিছোঁ।" চাৰিওপিনৰপৰা সকলোৱে সান্ত্বনাৰ সুৰত ক'লে।

এনেতে আৰু এটা কণ্ঠস্বৰ শুনা গ'ল: "বাপেক হোৱাটো দস্তুৰমতে বাহাদুৰীৰ কথা, ৰাল্টাৰ।"

শব্দটো যিপিনৰপৰা আহিছিল, সেইপিনে আগবাঢ়ি গৈ ৰাল্টাৰে ক'লে: "তুমি কৈছা নহয়, জৰ্জ এছটন? মই যদি তুমি হ'লোহেঁতেন, তেন্তে একদম মুখ বন্ধ কৰি থাকিলোহেঁতেন।"

"মোৰ সেইদৰে কোৱাৰ অধিকাৰ আছে। মই কেৱল কৈছিলোঁ যে, তোমাৰ পক্ষে এইটো বাহাদুৰীৰ কথা।"



"আলবৎ। কিন্তু তোমাৰ একা? তোমাৰ কাৰণেও জানো মোৰ ল'ৰা হোৱাটো বাহাদুৰীৰ কথা নহয়?"

এছটনে মুখখন ভেঙুচাই দিলে: "হেৰা, তুমি এইবোৰ কি বলকিছা?" বাকী মানুহবোৰলৈ চাই ক'লে: "নিচাৰ জালত এওঁ কি বলকিছে এওঁ ক'বই নোৱাৰে।"

ৰাল্টাৰৰ চকুৰ আগৰপৰা যেন সেই কোঠাটো আৰু তাৰ মুখৰিত কলৰৱ লাহে লাহে অস্পষ্ট হৈ গ'ল। তাৰ পৰিৱৰ্তে চকুৰ আগত ভাহি উঠিল, এটা আন্ধাৰ গলি আৰু এচটা শিলৰ ওপৰত থেকেচা খাই পৰা বহুত দিনৰ আগৰ জৰ্জ এছটনৰ মুখখন। তাৰ পিচত, ভাহি উঠিল ৰাল্টাৰৰ প্ৰতি মাকহঁতৰ গালি-গালাজৰ দৃশ্যটো। মনৰ গভীৰ তলিৰপৰা সত্য বোলা বস্তুটো উজাৰ খাই আহিল: "জৰ্জ এছটন, মই তোমাৰ বিষয়ে যিখিনি কথা জানো, সেইখিনি এতিয়াই ইয়াত কৈ দিম নেকি, কোৱা। কলিজা আছে তোমাৰ, সেই কথা শুনিবৰ?"

কেইবাজনেও তাক খামুচি ধৰিলেহি: "ধেৎ ৰাল্টাৰ, তুমিও যে আৰু! আহাঁ, বহি থাকাঁহি। তুমি কি কৈছা, নিজেই ক'ব পৰা নাই।"

ৰাল্টাৰে প্ৰচণ্ড শক্তিৰে উচাট্ মাৰি দিলে: "মোক ক'বলৈ দিয়া। মই তোমালোক সকলোৰে সমুখত ঘোষণা কৰি দিছোঁ, শুনা। এই যে জৰ্জ এছটনক দেখিছা, তেওঁ মোৰ সন্তানৰ বিষয়ে মোতকৈ বেছি জানে। বহুত বেছি জানে।"

অলপ সময়ৰ কাৰণে এক অস্বস্তিকৰ নীৰৱতা নামি আহিল। তাৰ পিচত, চাৰিওপিনৰপৰা প্ৰতিবাদৰ কণ্ঠস্বৰ শুনা গ'ল। কিন্তু, সি কাকোৱেই তাৰ গাত হাত থ'বলৈ নিদিলে। বৰং সকলোতকৈ বেছি জোৰেৰে চিঞৰি-চিঞৰি ক'বলৈ ধৰিলে: "মিছা কথা শুনি শুনি মোৰ ভাগৰ লাগি গৈছে। শেষবাৰৰ কাৰণে তোমালোকক মই চাফা কথা কৈ দিছোঁ। তেতিয়া নিশ্চয় তোমালোকৰ এই বান্দবামি বন্ধ হ'ব।......মই খুব বঢ়িয়াকৈ জানো, সেই সন্তান মোৰ নহয়।"

"কি অশ্লীল কথাবোৰ কৈ আছাহে, ৰাল্টাৰ?" লগৰ বন্ধুৱা এজনে শাসনৰ সুৰত ক'লে।

ৰাল্টাৰে তেওঁৰ পিনে ঘূৰি চাই ক'লে: "আৰ্নেষ্ট ব্ৰড্‌ৱাৰ্থ, মোক অশ্লীল কথা নক'বলৈ নক'বা। ইমানদিনে তোমালোকক যি কথা কোৱা নাছিলোঁ, সেই কথাই কৈ দিছোঁ। কিন্তু, কোনেও মোৰ কথাবোৰ মিছা বুলি

ক'ব নোৱাৰে। এনিক মই কোনোদিনেই স্পৰ্শ কৰা নাই, সেইটোৱেই সত্য। মই অক্ষম। বিশ্বাস নহ'লে এনিক সুধি আহাঁগৈ যোৱা।" তাৰ ছুৱোগালেদি চকু-লোৰ ধাৰ বৈ আহিল: "আমাৰ যে ল'ৰা-ছোৱালী নাই, ই তেওঁৰ দোষ নহয়। ই মোৰ দোষ। আৰু, সেই সন্তানৰ বাপেক আন যি কোনোৱেই হ'ব পাৰে—কিন্তু মই নহওঁ। বুজিছা নহয়?"

সেই গভীৰ স্তব্ধতাৰ মাজত এটা কম বয়সীয়া বন্ধুৱাই অলপ ৰস পাই হাঁহিছিল। এনেতে এজন বুঢ়া বন্ধুৱাই আগবাঢ়ি আহি তাৰ গলধনটোত ধেপেচকৈ ঢকা এটা শোধাই দিলে। আৰু, সেই শব্দটোৱে কোঠাটোৰ নিস্তব্ধতাখিনি ভাঙি দিলে।

তাৰ পিচত, ৰাল্টাৰ দুৱাৰদলিৰ পিনে আগ বাঢ়িল। লৰালৰিকৈ সি বাহিৰলৈ ওলাই আহিল।

অতিপাতকৈ মদ খোৱাৰ ফলত আৰু ভীষণ মানসিক উত্তেজনাৰ পিচত ৰাল্টাৰৰ ভৰিৰ খোজবোৰ থৰক-বৰক হৈ পৰিছিল। সেই খোজেৰেই সি ঘৰমুৱা হ'ল। তাৰ অন্তৰৰ গভীৰ বিষাদখিনি যেন নিশাহৰ লগে লগে উজাৰ খাই ওলাই আহিব খুজিছিল। চেষ্টা কৰিও সি আপোনা-আপুনি ওলাই অহা হুমুনিয়াহবোৰ বন্ধ কৰিব নোৱাৰিলে। যদিও সাঁজ লগাৰ বেছি পৰ হোৱা নাছিল, তথাপি বাটৰ দাঁতিৰপৰা উমলি থকা ল'ৰা-ছোৱালীবোৰ ইতিমধ্যে অদৃশ্য হৈ গৈছে। সেইবাবে সি স্বস্তিৰ নিশ্বাস পেলালে। অলপ পিচতে সি যেন কাৰোবাৰ ভৰিৰ খোজৰ শব্দ শুনিবলৈ পালে। উলটি চাই দেখিলে এৰিক—তাৰ অতি অন্তৰংগ বন্ধু এৰিক।

"চাওঁ ৰাল্টাৰ, তোমাৰ হাতখন তুমি মোৰ কান্ধৰ ওপৰত থোৱাচোন।" এইবুলি কৈয়েই ওচৰ চাপি আহি, এৰিকে ৰাল্টাৰৰ হাতখন নিজৰ কান্ধৰ ওপৰত দাঙি ল'লে।

কিন্তু ৰাল্টাৰে তাক এছাৰ মাৰি পঠিয়ালে।

"নেলাগে এৰিক, মই কাৰো সহায় বিচৰা নাই। মই এনেকৈয়ে গৈ থাকিম। তুমি উলটি যোৱাগৈ।"

এইবুলি কৈয়েই সি তাৰ নিজৰ বাটেৰে যাবলৈ ধৰিলে। তাৰ বন্ধুৱে তাক অনুসৰণ নকৰিলে। তথাপি সি অনুমান কৰিছিল, এৰিকে যেন অলপ দূৰৰ পৰাই তাৰ খোজবোৰ নিৰীক্ষণ কৰি আছে। অত্যন্ত বিৰক্তিকৰ এই অৱস্থাটো! আন কোনোবাই তাক শিশুৰ দৰে স্নেহৰ চকুৰে চাইছে অথবা মনে মনে তাৰ প্ৰতি কৰুণা অনুভৱ কৰিছে—এই অৱস্থাটো অত্যন্ত অসহনীয়। আলি-



কেঁকুৰিটো পোৱাৰ পিচত ঘূৰি চাই দেখিলে, এৰিক তাৰ দৃষ্টিৰপৰা আঁতৰ হৈ গৈছে। সি তেতিয়া এটা লেম্প-প'ষ্টত ভেজা দি থিয় হ'ল। তাৰ ভয়ানক জ্বৰ উঠিছে! সমস্ত দেহ যেন কিহবাই পুৰিবলৈ ধৰিছে!

তাৰ সকলো বেদনা আৰু দ্বন্দ্বৰ উপশম ঘটাৰ লগে লগে যেন এক আশ্চৰ্য অৱসাদে তাক হেঁচি ধৰিলে। কিন্তু, তাৰ লগে লগে সি খুব স্বস্তিও অনুভৱ কৰিলে। জহকালিৰ ৰাতি বাটেদি আহি থাকোঁতে সি যেন বহু বেছি সুস্থতা ঘূৰাই পালে। বাটৰ কোনো বস্তুৱেই তাৰ চকুত পৰা নাছিল। চকুত পৰিছিল কেৱল মূৰৰ ওপৰৰ আকাশখন।

সি যেতিয়া ঘৰ পালেহি, তাৰ ঘৈণীয়েক তেতিয়া গভীৰ টোপনিত। সি হাতত সাৰে ভৰিত সাৰে ঘৰৰ ভিতৰলৈ সোমাই আহি কাপোৰ-কানিবোৰ সলালে। তাৰ পিচত, কেৱল জাঙিয়াটো পিন্ধি বিচনাৰ ওচৰলৈ গ'ল। টোপনি গৈ থকা এনিৰ পাতল উশাহবোৰৰ উমান ল'লে। তাৰ মগজুত ইমান পৰে চলি থকা জোৱাৰৰ কলৰোলৰ পিচত যেন শান্ত পৰিবেশ এটা উভতি আহিল। ঘৈণীয়েকৰ নাকৰ উশাহৰ শব্দটো শুনিবৰ কাৰণে সি অলপ থমকি ৰ'ল। আন্ধাৰৰ মাজত কেৱল সেইখিনিয়েই যেন জীৱনৰ একমাত্ৰ আভাস, জীৱনৰ শান্ত ছন্দটোৱে যেন মাজে মাজে কঁপনি তুলি গৈছেহি। তাৰ বাবে ই যেন বিশেষ আৰামপ্ৰদ নহ'লেও সঁচাসঁচিকৈয়ে যথেষ্ট তাৎপৰ্যপূৰ্ণ ঘটনা। তাৰ পিচত, পায়জামাটো পিন্ধি লৈ সি কোঠাটোৰ ভিতৰতে এবাৰ টহল দিলে। খিৰিকীৰ ওচৰলৈ আহি এনেয়ে এবাৰ পৰ্দাখন আঁতৰাই বাহিৰৰ পিনে ভুমুকিয়াই চালে। সমুখৰ ৰাজপথটো সম্পূৰ্ণ শূন্য আৰু নিস্তব্ধ। তাৰ পিচত, সি পাচ-হুহঁকি আহি বিচনাৰ ওপৰত শুই থকা ঘৈণীয়েকৰ পাতল দেহাটোলৈ চালে। তাৰ বুকুৰ ভিতৰত যেন লাহে লাহে হেৰাই অহা স্নেহৰ স্পন্দন আকৌ এবাৰ জাগি উঠিল। সি অনুভৱ কৰিলে, সিহঁতৰ এই অধঃপতনে যেন সিহঁত উভয়কে আকৌ এবাৰ পৰস্পৰৰ কাষ চপাই দি গৈছেহি! সমুখৰ অনাগত দিনবোৰে অৱশ্যে তাৰ বাবে কোনো অৱলম্বনৰ, কোনো নিশ্চয়তাৰে প্ৰতিশ্ৰুতি নিদিলে। অৱশেষত, সি বিচনাত শুই পৰিল। এনিৰ শান্ত, উষ্ণ, লাহী দেহাটো সি তাৰ বুকুৰ মাজলৈ টানি আনিলে। সি অতি স্পষ্টকৈ অনুভৱ কৰিলে, তাইৰ দেহৰ ভিতৰত যেন এটা নতুন জীৱনে মুক্তিৰ কামনা কৰি নিৰন্তৰ কৰাঘাত কৰিছে।

# ফ্ৰান্স

## লুই গুইল্যো

লুই গুইল্যো ( ১৮৯৯- ) আধুনিক ফৰাচী গল্প-সাহিত্যৰ এটি উজ্জ্বল নাম। এওঁৰ গল্পসমূহৰ নাটকীয় আধাৰ আৰু সূক্ষ্ম মনোবিশ্লেষণ অননুকৰণীয়। অথচ, সেই গল্পসমূহ বস্তুনিৰপেক্ষ দৃষ্টিভংগীৰ ফ্ৰেমত অনিৰ্বচনীয়ৰূপে বিধৃত।

## মানুহৰ নাম / লুই গুইল্যো

মানুহজনে যেতিয়া সোধে "শুনাচোন, মই যাওঁনে বাৰু? কথাটো তুমি কেনে দেখা? যোৱাটো উচিত হ'ব নে অনুচিত?" মানুহজনীয়ে তেতিয়া এনেদৰে উত্তৰ দিয়ে, "তুমি যি ভাল দেখা তাকে কৰা। সেই বিষয়ে তুমি নিজেই সিদ্ধান্ত ল'ব লাগিব।" এদিন তাৰ লগতে যোগ দিলে, "প্ৰায় ডেৰ কুৰি বছৰ ধৰি তোমাৰ কাৰণে মই যিখিনি কৰিব পাৰোঁ, সকলোখিনি কৰিলোঁ। তুমি যদি ভাবা, যোৱাটোৱেই উচিত হ'ব, তেন্তে যাব পাৰা।"

তেওঁলোকৰ আলোচনা প্ৰায় সদায় এইদৰেই, ঠিক এইকেইটা কথাৰেই বন্ধ হয়। মানুহজনীয়ে এবাৰ যেতিয়া 'যাব পাৰা' বুলি কয়, মানুহজনে আৰু কোনো কথা নকয়। কেৱল গভীৰ চিন্তাত নিমগ্ন হৈ পৰে। কেতিয়াবা হয়তো সম্পূৰ্ণৰূপে হতাশ হৈ পৰে। কেতিয়াবা অসম্ভৱ ধৰণে চঞ্চল হৈ উঠে। আৰু কেতিয়াবা খঙত ৰঙাছিঙা পৰি উঠে। সদায় কেৱল সেই একেষাৰ কথা! সদায় সেই "তেন্তে যাব পাৰা।"

মানুহজনীৰপৰা তেওঁ সেইটো উত্তৰ প্ৰত্যাশা নকৰে।

এদিন মানুহজনীয়ে ক'লে, মানুহজন যোৱাৰ বাটত তেওঁ কোনো বাধা নিদিয়ে। মানুহজনে কথাষাৰ বৰ কিবা ধৰণৰ যেন পালে। বাধা দিব কেনেকৈ?

"শুনাচোন, জাৰ্মায়েন..."

মানুহজনীয়ে নিশ্চয় তেওঁৰ পাচ নলয়, তেওঁৰ পিচত গুপ্তচৰগিৰি নকৰে। কৰিব জানো? তেওঁতো মানুহজনীৰপৰা কোনো অনুচিত বিচৰা নাই। তেওঁ কেৱল বিচাৰিছে, প্ৰস্তাৱটোত সন্মতি জনাব লাগে। কিন্তু মানুহজনীয়ে সেইটোকে কৰা নাই। মানুহজনক তেওঁ নিজে নিজে সিদ্ধান্ত ল'বলৈ স্বাধীনতা দিছে। এইখিনিয়েই।

তদুপৰি মানুহজনীয়ে এইবুলি ক'বলৈয়ো সাহ কৰা নাই "তুমি মুক্ত।" সেইটো নিশ্চয় অত্যন্ত নিষ্ঠুৰ কথা হ'লহেঁতেন। মানুহজনে নিজকে পৰিত্যক্ত বুলি ভাবিবলৈ আৰম্ভ কৰিলেহেঁতেন।

মানুহজনীয়ে তেওঁৰ লগত সদায় অতি শান্ত কণ্ঠেৰে কথা পাতে। সহজে খং উঠা বিধৰ মহিলা তেওঁ নহয়। তথাপি অলপ উত্তপ্ত কণ্ঠেৰে কৈছিল, "আগতে দেখোন তুমি নিজেই সিদ্ধান্ত ল'ব পাৰিছিলা। তুমি যেতিয়া চুৰ কৰিছিলা, তুমিতো উপদেশ বিচৰা নাছিলা...... !"

কিন্তু মানুহজনীয়ে আৰু বেছি একো নক'লে।

কেতিয়াবা এনে ঘটে যে তৰ্ক-বিতৰ্কৰ পিচত জাৰ্মায়েনে দুয়ো হাতেৰে নিজৰ মুখখন ঢাকি ধৰে। তেতিয়া মানুহজনে নিজে নিজে লাজ পায়। জাৰ্মায়েনৰ মুখলৈ চাবৰ বাবে তেওঁৰ সাহ নহয়। কোঠাৰ ভিতৰতে টহল দিবলৈ আৰম্ভ কৰে। সুন্দৰ এটা আলমাৰী, এখন কোমল কাৰ্পেট আৰু সোণালী ফ্ৰেমত বন্ধা এখন আয়নাৰে সৈতে অত্যন্ত সুসজ্জিত এটা কোঠা। আয়নাত তেওঁৰ নিজৰ প্ৰতিচ্ছবিখন দেখা পাই থমকি ৰৈ যায়। অত্যন্ত অসহ্য এই প্ৰতিচ্ছবি। কি সম্পৰ্ক আছে তেওঁৰ লগত এই পৰিষ্কাৰ, নোদোকা, ৬০ বছৰীয়া মানুহৰ, যাৰ প্ৰতিচ্ছবি তেওঁ সমুখৰ আয়নাখনত দেখা পাইছে! —এই কণমান, অতি সাধাৰণ, অলপ ৰঙচুৱা চুলিৰ সৈতে অলপ তপা মূৰটোৰ লগত? —বহল নীলা চকু আৰু একোচা বিৰাট গোঁফেৰে সৈতে এই মুখখনৰ লগত? আৰু থুতৰিটোৰ তলত সেই ডাঢ়ি-কোছা! কোনোবা মঞ্চৰ ওপৰত দেখা পোৱা এজন নিম্ন মধ্যবিত্তৰ ভূমিকাত অৱতীৰ্ণ এটা চৰিত্ৰৰ দৰে সেই মানুহজন জানো তেওঁ? অৱশেষত তেওঁ হ'বলা এই ৰূপতেই অভিনয় কৰিবলগীয়া হ'ল? উঃ, কি যে বিৰক্তিকৰ!

আয়নাৰ মাজত নিজকে দেখা পোৱাৰপৰা ৰক্ষা পাবলৈ বুলি তেওঁ খিৰিকীখনৰ কাষ চাপি গ'ল। অৱশেষে, জাৰ্মায়েনৰ চকুৰে চকুৰে পৰাৰপৰা ৰক্ষা পোৱাটোও আন এটা উদ্দেশ্য। মানুহজনীয়ে তেতিয়া হাতৰ আঁৰালত মুখখন ঢাকি মেজৰ সমুখত বহি আছিল। যদিও বয়সৰ আঁচোৰ লাগি সোতোৰা-সোতোৰ পৰিছে, তথাপি মানুহজনীৰ ক্ষীণ হাত দুখন দেখাত অতি ধুনীয়া হৈয়েই আছে! মানুহজনে জাৰ্মায়েনৰ পকা চুলিকোছা চাবলৈ মুঠেই ইচ্ছা কৰা নাছিল। তথাপি জাৰ্মায়েনে যেতিয়া মুখখন সেইদৰে ঢাকি ধৰে, তেতিয়া মানুহজনে তেওঁৰ পকা চুলিবোৰৰ বাহিৰে আন একোৱেই দেখা নেপায়। মানুহজনী বুঢ়ী হৈ যোৱা যেন লাগি যায়। কিন্তু এই-



জনীয়েই সেই মানুহজনী, যাক তেওঁ যোৱা ডেৰ কুৰি বছৰ ধৰি ভাল পাই আহিছে......।

এৰা! সেইটোৱেই তেওঁলোকৰ আচল ৰূপ: এহাল সতি-সন্ততিহীন স্বামী-স্ত্ৰী; নগৰৰ সকলোৰে সন্মানৰ পাত্ৰ, পেন্সনভোগী দম্পতি। কিন্তু সেয়েই জানো সকলোখিনি পৰিচয়? তেওঁ নিজকে নিজে কয়, "গোটেই জীৱন কটোৱাৰ পিচত, মোৰ ভাগ্যত এইহে ঘটিল! আমাৰ দুয়োৰে ভাগ্যত এইহে লিখা আছিল। আৰু তেওঁ মোক এইদৰে ভাল পোৱাৰ পিচত, এইদৰে ৰক্ষা কৰাৰ পিচত, মই এতিয়া তেওঁৰপৰা ইমানখিনি ত্যাগৰ প্ৰত্যাশা কৰিছোঁ। ছিঃ, কি জঘন্য!"

কিন্তু তেওঁনো আন কি কৰিব পাৰে?

—"ওঁ-হো, মই আন একোৱেই কৰিব নোৱাৰোঁ।" তেওঁ নিজকে নিজেই উত্তৰ দিয়ে।

তেওঁ অতি বঢ়িয়াকৈ জানিছিল, তেওঁ যদি তালৈ যায় তেন্তে অলপ পিচতে সিহঁতে জাৰ্মায়েনকো মাতি পঠাব। কাৰণ, তেওঁ যদি অপৰাধী, জাৰ্মায়েন তেন্তে সাহায্যকাৰিণী।

"তেওঁ যদি মোক বুজি পালেহেঁতেন... ..."

তেওঁৰেই যদি বুজি নেপায়, আন কোনে তেওঁক বুজি পাব? সৌ যে বাটেদি গৈ আছে এজাক মানুহ, সেই মানুহজাকৰ মাজৰপৰা যেই কোনো এজনক ধৰি আনিলে, তেওঁ জানো বুজি পাব? তেওঁ যে কাৰোবাৰ কিবা এটা পৰামৰ্শ ল'ব, তেনেকুৱা মানুহ কোনোৱেই নাই। আনকি, জাৰ্মায়েনৰপৰাও কোনো পৰামৰ্শ নেপায়। আচলতে, এনে এটা পৰিস্থিতিত পৰাৰ কাৰণেই দুয়ো তেওঁলোকৰ সকলোবোৰ আত্মীয়-কুটুম্বৰ লগত সম্পৰ্ক ছেদ কৰিছিল। তেওঁলোকৰ বন্ধু-বান্ধৱ বুলিবলৈ কোনোৱেই নাছিল।

"জাৰ্মায়েন?"

মানুহজনীয়ে মুখৰ আগৰপৰা হাত দুখন নমাই স্বামীৰ সমুখত নিজৰ বেদনামধুৰ মুখখন আৰু তীক্ষ্ণ অথচ অৱসন্ন চকুযুৰি তুলি ধৰিলে।

"তুমি মোক বুজিছা নহয় জাৰ্মায়েন... "

কিন্তু জাৰ্মায়েনৰ কোনো তৰ্ক কৰিবৰ প্ৰবৃত্তি নহ'ল। তেওঁ এনে সংলাপৰ যথেষ্ট আস্বাদ লৈছে, মাহৰ পিচত মাহ ধৰি লৈছে। তেওঁক বুজি পাব লাগে? তেওঁ বুজি পাইছে, অন্ততঃ বুজি পোৱাৰ ভাও দেখুৱাইছে। তেওঁ তাৰ প্ৰমাণো দিছে, "যাব পাৰা।" তেওঁলোক উভয়ৰে

ভৱিষ্যৎ যিমানেই ওতঃপ্ৰোতভাৱে জড়িত হৈ নেথাকক লাগিলে, তথাপি জাৰ্মায়েনে বঢ়িয়াকৈ বুজিছিল যে এইখিনিতে তেওঁলোকৰ সমান্তৰাল ভাগ্যৰ বিবৰ্তি ঘটিছে! কিন্তু তেওঁৰ মনে যেন এই পৰিস্থিতিটো মানি ল'ব নোৱাৰিছিল। সেইবাবেই, তেওঁ তেওঁৰ স্বামীক যাবৰ কাৰণে পৰামৰ্শ দিবলৈ কুণ্ঠিত হৈছিল। তেওঁ তেওঁক নিজৰ এটা সিদ্ধান্তত উপনীত হ'বলৈ স্বাধীনতা দিছিল।

মানুহজনে কৈছিল, "তেওঁ তেনেকৈ মৰিব নোৱাৰে।" সেইটোৱেই তেওঁৰ আটাইতকৈ শক্তিশালী যুক্তি।

—শুনা জাৰ্মায়েন, তুমি যদি মই হ'লাহেঁতেন তেন্তে ···

—যাব খুজিছা যদি যোৱা।

—উস্! সদায় সেই একেষাৰ কথা।

আৰু মানুহজনে বঢ়িয়াকৈ জানিছিল যে, তেওঁ তেনেকৈ জীৱন যাপন নকৰে; কাৰণ, তেনেকৈ জীৱন যাপন কৰাটো অসম্ভৱ।

মাহৰ পিচত মাহ ধৰি তেওঁ গোটেই সমস্যাটো ভাবি-গুণি চালে। কিন্তু সেই নিষ্ফল চিন্তাৰ পৰিণতি সদায় একেটা—তেওঁ যাবই লাগিব।

কিন্তু তেওঁ যে নিজকে হেৰুৱাব, এনে নহয়, লগতে মানুহজনীক হেৰুৱাব।

—এৰা! এই মানুহজনীয়ে মোৰ কাৰণে কি কৰা নাই? সকলোখিনি কৰিছে। কিন্তু মই, মই তেওঁৰ কাৰণে কি কৰিছোঁ?

তেওঁ চিন্তা কৰি দেখিলে, জাৰ্মায়েনৰ কাৰণে তেওঁ একোৱেই কৰা নাই। কেৱল চুৰকৈ অনা ধনখিনি কামত খটুৱাই অলপ লাভ কৰিবলৈ দিছে। সেয়া জানো তেওঁৰ কাৰণে কিবা কৰা বুলি ক'ব পাৰি? বৰং ক'ব পাৰি, তেওঁৰ প্ৰতিকূলে কিবা কৰা বুলি। মানুহজনে তেওঁক এই অদ্ভুত পৰিস্থিতি এটাৰ মাজলৈ টানি আনিলে অথবা তাত জড়িত হ'বৰ কাৰণে সুবিধা কৰি দিলে। অদ্ভুত পৰিস্থিতি!

আমি কেৱল পৰিস্থিতিৰ যান্ত্ৰিক পৰিণতি। যদি···

তাৰ পিচত এলানি 'যদি'ৰ সূত্ৰপাত হয়। যদি তেওঁ চুৰ নকৰিলে-হেঁতেন, যদি তেওঁ তাৰ পিচত সেই ৰেস্তোৰাঁখনত জাৰ্মায়েনক লগ নেপালেহেঁতেন, যদি তেওঁলোক প্ৰেমত নপৰিলেহেঁতেন আৰু যদি জাৰ্মায়েনৰ প্ৰস্তাৱটো অগ্ৰাহ্য কৰিবৰ কাৰণে তেওঁৰ সাহ থাকিলহেঁতেন।

এনেকৈ ভালেখিনি 'যদি' দ'ম খাই গ'ল। তদুপৰি আৰু কেইবাটাও 'যদি' বাকী আছেই। "যেনে, যদি যোৱা শীতকালত তেওঁ নৰিয়াত নপৰিলে-হেঁতেন, যদি সেই নৰিয়াৰ সময়তে তেওঁৰ মগজুত কেইটামান কথা নেখেলালেহেঁতেন, যদি তেওঁ মৰিবলৈ ভয় নকৰিলেহেঁতেন··· ··



"জাৰ্মায়েন! তুমি বুজা উচিত যে মই এনেদৰে মৰিব নোৱাৰোঁ।"

মানুহজনীয়ে উত্তৰ দিলেঃ "কোনেনো মৰাৰ কথা উলিয়াইছে? আৰু জানিবা মৰিবৰে কথা ওলাইছে, এনেকৈ মৰা আৰু তেনেকৈ মৰাৰ মাজতনো কি প্ৰভেদটো আছে?"

"তুমি মোক বুজি পোৱা নাই······"

"সেইবোৰ বাৰু বাদ দিয়া! কোনোবাই জানো ত্ৰিছ বছৰৰ পিচত এইদৰে চুৰিৰ কথা স্বীকাৰ কৰে! আইন-কানুনৰ কথাও মনত ৰাখিবা।"

সেই প্ৰশ্নটোও তেওঁ চিন্তা নকৰাকৈ থকা নাই। তেওঁলোকে নিশ্চয় তেওঁ কিবা মতলব কৰিহে ইমান দিন ধৰি মনে মনে থকা বুলি সন্দেহ কৰিব। আৰু তেওঁ তেওঁৰ সজ উদ্দেশ্য প্ৰমাণ কৰাও খুব সহজ নহ'ব। কিন্তু তেওঁ সকলোবোৰ প্ৰয়োজনীয় তথ্য দাখিল কৰিব; তদুপৰি, চুৰকৈ অনা টকাখিনি ঘূৰাই দিব বুলিও প্ৰস্তাৱ কৰিব।

তেওঁলোক দুখীয়া নাছিল। তেওঁলোকৰ হাতত পৰা ধনখিনি খুব সাৱধানে ব্যৱসায়ত খটুৱাইছিল। ভাগ্য সদায় তেওঁলোকৰ অনুকূলে আছিল। সেইবাবে, যদিও টকাৰ মূল্য সলনি হৈছে, তথাপি তেওঁলোক ক্ৰমে আগতকৈ চহকী হৈ আহিছে। যোৱা ৩০ বছৰ ধৰি তেওঁলোকে এনে এক সুবিন্যস্ত অনাড়ম্বৰ জীৱন যাপন কৰিছে যে সি যিকোনো অৰ্থতে নিম্ন মধ্যবিত্তৰ জীৱনৰ নমুনাস্বৰূপ। তাত বাহিৰৰ অলস মন্থৰ ৰূপটো আছে, কিন্তু দৰাচলতে তাক লাভ-লোকচানৰ সুনিৰ্দিষ্ট ধাৰণাই নিয়ন্ত্ৰিত কৰি আহিছে। চুৰকৈ অনা ধনখিনি ওভোতাই দিলে তেওঁলোক বিশেষ ক্ষতিগ্ৰস্ত নহয়।

সমস্যাটোৰ এই দিশটো যথেষ্ট গুৰুত্বপূৰ্ণ, তথাপি ইয়াৰ এটা গৌণ তাৎপৰ্যহে বৰ্তমান। তেওঁৰ কাৰণে আটাইতকৈ প্ৰয়োজনীয় দিশটো হ'ল, তেওঁৰ হেৰোৱা নামটোৰ পুনৰুদ্ধাৰ।

—জাৰ্মায়েন! তুমি বুজি পোৱা নাই। মোৰ নামটো, মোৰ আচল নামটো!

প্ৰথমবাৰৰ কাৰণে তেওঁৰ মুখৰপৰা এই স্বীকাৰোক্তি শুনি জাৰ্মায়েন বিস্ময়ত অভিভূত হৈ পৰিল; কাৰণ, ইমান বছৰ ধৰি, তেওঁলোকৰ মাজত এই নাম সম্পৰ্কীয় পুৰণি প্ৰশ্নটো কোনোদিনেই ওলোৱা নাছিল। তেওঁ জাৰ্মায়েনৰ প্ৰথম পক্ষৰ স্বামীৰ নামেৰে আপোন পৰিচয়ত সম্পূৰ্ণৰূপে অভ্যস্ত হৈ পৰিছিল।

বিধিৰ বিধানত তেওঁলোকৰ যেতিয়া প্ৰথম সাক্ষাৎ ঘটিছিল, ঠিক সেই সময়তে জাৰ্মায়েনৰ বৈধব্য আৰম্ভ হৈছিল। আৰু মানুহজনে জাৰ্মায়েনক এই চুৰি সম্পৰ্কীয় ঘটনাটো দুদিনমানৰ পিচতে জনাবলৈয়ো পাহৰা নাছিল; তাৰ পিচত, এই চুৰিৰ ধনেৰেই তেওঁলোক দুয়ো যথেষ্ট লাভ কৰিছে।

জাৰ্মায়েনেই পৰামৰ্শ দিছিল, দুয়ো এনে এখন নগৰলৈ উঠি যাব, য'ত তেওঁলোকক কোনেও চিনি নেপায়। আৰু সেই নতুন নগৰখনত মানুহজন জাৰ্মায়েনৰ ভূতপূৰ্ব স্বামীৰ নামেৰে পৰিচিত হ'ব।

এতিয়াও কাণত জাৰ্মায়েনৰ সেই কথাষাৰ বাজি আছেঃ "বুজিছা, তেওঁৰ সকলোবোৰ কাগজ-পত্ৰ মোৰ হাতত আছে। আনকি, জন্ম-পত্ৰিকাখনো আছে।" তাৰ পিচত, দুয়ো হাঁহিবলৈ আৰম্ভ কৰিছিল ⋯ ⋯

তেওঁ সেই প্ৰস্তাৱ গ্ৰহণ কৰিলে। দুয়ো আন এখন নগৰলৈ উঠি আহিল। ত্ৰিশ বছৰ এনেকৈ তেওঁলোকৰ মূৰৰ ওপৰেদি পাৰ হৈ গ'ল। তেন্তে ইমানদিনৰ পিচত গোটেইখিনি পৰিশ্ৰম পণ্ড কৰিবলৈ ওলাইছে কিয়? জাৰ্মায়েনে ভাবিছিল, মানুহজনে তেওঁৰ আইনসন্মত নামটোৰ কথা পাহৰি গৈছে।

"তোমাৰ আচল নামটো এতিয়া আৰু আন কোনেও নেজানে।"

কিন্তু প্ৰশ্নটো যে সেইটো নহয়! সেই কথাটোৰ কাৰণে নহয়! কেৱল সেই কথাটোৰ কাৰণে নহয়।

"তোমাৰ যিটো আচল নাম, সেই নামৰ মানুহজন ত্ৰিছ বছৰ আগতেই মৰিছে ⋯"

মানুহজনৰ সেই সৰু অকণমান দেহাটো কিবা এক ৰহস্যময় ভয়ত যেন শিয়ঁৰি উঠিল।

এদিন জাৰ্মায়েনে তাৰ লগতে যোগ দিলেঃ "তদুপৰি তুমিতো ফৰাচীও নোহোৱা।"

সেইদিনা গোটেই দিনটো ভয়ানক অস্থিৰতাৰ মাজত কটালে। কুকুৰ-পোৱালিৰ ঠেঙত কাৰোবাৰ গচক পৰিলে, সি যেনেকৈ কুঁ-কুঁৱাই থাকে, তেনেকৈ গোটেই দিনটো জুপুকা মাৰি কটালে। জাৰ্মায়েনে ভয় খাই গৈছিল, তেওঁৰ অৱস্থাটো দেখা পাই। ভালকৈ নিৰীক্ষণ নকৰি নেথাকিলে ক'ৰবাত কিবা এটা কৰি পেলাই বুলি সঁচাসঁচিকৈয়ে ভয় হৈছিল। জাৰ্মায়েনে নিজকে নিজে প্ৰশ্ন কৰিছিল, "সঁচাসঁচিকৈয়ে তেওঁৰ কাৰণে মোৰ প্ৰথম পক্ষৰ স্বামীৰ নামেৰে পৰিচিত হোৱাটো যন্ত্ৰণাদায়ক হৈ উঠিছে নেকি? এতিয়া যে বহুত পলম হৈ গ'ল ⋯⋯"



তাৰ পিচত এইদৰে মাহৰ পিচত মাহ বাগৰি গ'ল। সেই একে প্ৰশ্ন, সেই একে উত্তৰ "গ'লে যাব পাৰা," সেই একে চিন্তা আৰু সেই একে মূৰে-কপালে হাত দিয়া!

তেওঁৰ আচল নাম! কি যে অকণমানি ল'ৰাৰ নিচিনা আব্দাৰ! ওঁ-হো, জাৰ্মায়েনে একো বুজি পোৱা নাই। কিয় তেওঁ এইদৰে আচল নামটো পুনৰুদ্ধাৰৰ কাৰণে ব্যতিব্যস্ত হৈ উঠিছে? তেওঁতো কোনো দিনেই জাৰ্মায়েনৰ প্ৰথম পক্ষৰ স্বামীৰ প্ৰতি ঈৰ্ষা অনুভৱ কৰা নাই, কোনো বিৰূপ মন্তব্য কৰা নাই; বৰং সেই মৃতকৰ নামটো ইমান স্বাচ্ছন্দ্যভাৱে গ্ৰহণ কৰিছে যে, সেই স্বাচ্ছন্দ্যৰ লগত তুলনা হ'ব পাৰে নতুন এসাজ গৰম কাপোৰ পিন্ধি অনুভৱ কৰা স্বাচ্ছন্দ্যৰ। তেন্তে, আৰু কি হ'ব পাৰে? অনুতাপ?

"খুব সম্ভৱ।"

"তুমি?"

"খুব সম্ভৱ।" তেওঁ পুনৰ একে উত্তৰকে দিলে।

জাৰ্মায়েনে হাঁহিবলৈ ধৰিলে। অতি অবিশ্বাস্য এই উত্তৰ। মানুহজনে ৮০০০ ফ্ৰাঁ চুৰ কৰিছিল। অৱশ্যে সিমানখিনি টকা সেই সময়ত এক বিপুল অংকৰ টকা। কিন্তু তেওঁ সেই টকা এটা বেংকৰপৰাহে চুৰ কৰিছিল।

"তুমি দেখোন জানাই, যিকোনো বেংক এনে দুৰ্ঘটনাৰ বাবে প্ৰস্তুত থাকে। ইন্সিওৰ কৰি থোৱা থাকে।"

জাৰ্মায়েনৰ সন্দেহ হ'ল, মানুহজনে হয়তো আচল কথাটো কোৱা নাই। তেওঁ বাৰু তেওঁৰ এৰি অহা পৰিয়ালটোৰ কথা ভাবিছে নেকি? কোনে জানে, তেওঁ হয়তো ভতিজাকৰ ফালৰ নাতিয়েকক তেওঁৰ সম্পত্তিৰ উত্তৰাধিকাৰী পাতিব খুজিছে! বলিয়ালিৰ বাহিৰে কি!

নিজৰ দেশলৈ উভতি যাব খোজে নেকি?

"তুমি আকৌ আগৰ সেই বেলজিয়ান হ'ব খুজিছা নেকি? দুখত পৰিবা কিন্তু!"

মানুহজনে কোনো উত্তৰ নিদিলে। তেওঁ কেৱল ইমানকে ক'লে, যোৱা ত্ৰিছ বছৰ ধৰি ফৰাচী দেশত বিদেশী মানুহৰ ক্ষেত্ৰত প্ৰযোজ্য আইন তেওঁ ৰীতিমতে ভংগ কৰি আহিছে।

"বুজিছোঁ। তাৰ পিচত?"

তেওঁ জাৰ্মায়েনক বুজাই দিলে যে, এই বিষয়টোৰ ওপৰত তেওঁ মুঠেই গুৰুত্ব আৰোপ কৰা নাই।

"জাৰ্মায়েন! সেই বিষয়ে আইনৰ চকুত নিৰ্দোষী হৈ থাকিবলৈ মই অকণো চেষ্টা কৰা নাই। অৱশ্যে, সেই বিষয়ে মই চিন্তা নকৰাকৈ থকা নাই। কিন্তু মোৰ প্ৰশ্ন হৈছে, ইয়াৰ পিচত মোৰ কি হ'ব ?"

"কিহৰ পিচত ? পুলিচৰ হাতত ধৰা দিয়াৰ পিচত ? পুলিচৰ আগত সকলোখিনি কথা স্বীকাৰ কৰি দিয়াৰ পিচত ?"

"ওঁ-হো, নহয়। মই মৰাৰ পিচত।"

কথাষাৰ কৈ উঠিয়েই তেওঁ ভৰিৰ আঙুলিৰপৰা মূৰলৈকে কঁপিবলৈ ধৰিলে। তেওঁৰ গোটেই চুটি শৰীৰটো কঁপি উঠিল। বগা গোফকোছাৰ তলত ঢাক খাই থকা ওঁঠটো, অকণমান ডাড়িকোছা পৰ্যন্ত কঁপি উঠিল। গোটেই মুখখন শেঁতা পৰি গ'ল। যেন এইমাত্ৰ তেওঁক কিবা এটা বেমাৰে হেঁচি ধৰিছেহি ; চকুৰ পতা দুটা ঘন ঘনকৈ কঁপি উঠিল। তাৰ পিচত এটা হুমুনিয়াহ কাঢ়ি ক'লে ; "মই মোৰ আচল নামটোৰে মৰিবলৈ বিচাৰোঁ।"

"কিয় ?" জাৰ্মায়েনে সুধি পেলালে। নিজৰ সেই অৰ্থহীন প্ৰশ্নটোত নিজেই উচপ খাই উঠিল।

মানুহজনে এই 'কিয়' বোলা কথাষাৰ শুনি যেন ভীষণ অপমান অনুভৱ কৰিলে।

"মোৰ কাৰণে কথাটো অত্যন্ত পৰিষ্কাৰ, জাৰ্মায়েন, .....মই নিবিচাৰোঁ, ..... ওঁ-হো মই নিবিচাৰোঁ যে মানুহবোৰ যেতিয়া সেই পিনেদি পাৰ হৈ যাব, শাৰী শাৰী ....."

তেওঁ বাক্যটো সম্পূৰ্ণ কৰিব নোৱাৰিলে। কিহবাই যেন তেওঁৰ কণ্ঠ ৰোধ কৰি দিলে। জাৰ্মায়েনে তেওঁৰ পিনে গভীৰ চাৱনিৰে চালে। তেওঁ বাৰু এতিয়াও সুস্থ অৱস্থাত আছেনে ?

"কিহৰ শাৰী শাৰী ?" আপোনমনে জাৰ্মায়েনে গুণগুণাই উঠিলে।

মানুহজনে এবাৰ সেপ ঢুকি লৈ, ওলাই আহিব খোজা কান্দোনটো বন্ধ কৰি, অৱশেষত কৈ পেলালে : "কবৰখানাৰ।"

অলপ পিচতে তেওঁ অতি অনুচ্চ কণ্ঠেৰে ক'লে, "মোৰ তেতিয়া এনেকুৱা লাগিব, যেন কোনোবাই মোক জীয়াই জীয়াই পুতি থৈ গ'ল।"

তাৰ পিচত তেওঁ আকৌ এবাৰ কঁপিবলৈ ধৰিলে। তেওঁ উচুপি উচুপি ক'বলৈ লাগিল, "মই সেইটো নিবিচাৰোঁ। নহয়, নহয়, জাৰ্মায়েন। মানুহে মোৰ কবৰৰ ওপৰত এনে এটা নাম পঢ়িবলৈ পাব, যিটো মোৰ আচল নাম নহয়..... ..।"



কিছুদিনৰ পিচত, আকৌ এদিন তেওঁ শান্ত অৱস্থাত জাৰ্মায়েনক বুজাই ক'লে যে, যোৱা ত্ৰিছ বছৰ ধৰি তেওঁ এটা নকল নাম লৈ ৰাস্তাৰ ওপৰেদি খোজ-কাঢ়ি যাবলৈ অথবা এটা নকল নামেৰে আনৰ দ্বাৰা সম্বৰ্দ্ধিত হ'বলৈ অকণো অসুবিধা অনুভৱ কৰা নাছিল। সেইটো খুব সহজ কাম! কিন্তু এই শাৰী শাৰী কবৰৰ মাজত এটা নকল নাম লৈ পৰি থাকিবলৈ সঁচাকৈয়ে অসুবিধা হ'ব।

"মোৰ ধাৰণা, বুজিছা জাৰ্মায়েন! কোনেও সেইটো সহ্য কৰিব নোৱাৰে।"

জাৰ্মায়েনে বহুত পৰলৈকে কথাটো চিন্তা কৰি চালে। কেইবাদিনো এইদৰে চিন্তা কৰাৰ পিচত তেওঁ মানুহজনক ক'লে, "মাইকী মানুহৰ নিজৰ বুলি ক'বলৈ আচলতে কোনো নামেই নেথাকে। সাধাৰণতে গিৰীয়েকৰ নামেৰেই পৰিচিত হ'বলৈ খুব সহজেই তেওঁলোক অভ্যস্ত হৈ যায়।"

এই মানুহজনীয়ে তেওঁক বুজি নোপোৱাৰ আচল কাৰণ তেনেহলে এইটোৱেই ? মানুহজনীয়ে তেওঁক ক'ব পৰা উত্তৰ গোটেইখিনি তেনেহলে ইমানেই ?

"ওঁ-হো, তুমি মোক বুজিব পৰা নাই, জাৰ্মায়েন।"

"মই সঁচাসঁচিকৈয়ে বুজি পাইছোঁ।"

"নাই পোৱা।"

"মই তোমাক বুজি নাই পোৱা বুলি কিয় কৈছা ?

এই গোটেইখন পৃথিৱীত মোৰ বাহিৰেতো তোমাৰ কোনোৱেই নাই। আৰু মই যিহেতু জানিমেই..... ?"

জাৰ্মায়েনে ভাবিছিল, তেওঁক শান্ত কৰিবৰ কাৰণে এয়েই যথেষ্ট হ'ব কিন্তু তেওঁ চিঞৰি উঠিল, "মই মোৰ আচল নামটোৱেই ভগবানৰ ওচৰত থিয় দিবলৈ বিচাৰোঁ।"

মানুহজনৰ মুখৰপৰা যি মুহূৰ্ততে ভগবানৰ নামটো ওলাল, সেই মুহূৰ্তৰপৰাই তেওঁ কঁপিবলৈ ধৰিলে। তেওঁ আয়নাৰ সমুখত নিজৰ প্ৰতিচ্ছবিখন হঠাৎ দেখা পালে। তেওঁৰ নিজৰ ওপৰতে এনে এক প্ৰখৰ ঘৃণা উপজি গ'ল যে কোনোদিনেই তেওঁ নিজকে সিমান বেছি ঘৃণনীয় বুলি ভবা নাছিল। এক অদ্ভুত বিস্ময়ৰ অভিব্যক্তিয়ে জাৰ্মায়েনৰ সুন্দৰ সুগোল মুখখন সম্পূৰ্ণৰূপে পৰিৱৰ্তন কৰি পেলালে ; আৰু তেওঁৰ স্বামীয়ে সেই মুখখনত এটা যেন বিদ্ৰূপৰ হাঁহি লক্ষ্য কৰিলে।

"মোক মই হ'বলৈ দিয়া জাৰ্মায়েন।" মানুহজনে চিঞৰি উঠিল। ক'ৰবাত লুকাই পৰিবৰ কাৰণে, গাৰুত মুখ গুজি কান্দিবৰ কাৰণে তেওঁ সেই কোঠাটোৰপৰা উঠি গ'ল।

জাৰ্মায়েনে পিচত ছেগ বুজি তেওঁক ক'লে, "শুনা, তোমাৰ নামটোতো তোমাক ভগবানে দিয়া নাছিল!"

আৰু আত্মাৰ জানো কিবা নাম ৰখাৰ প্ৰয়োজন আছে? এই যে নামবোৰ, ক'ৰপৰা আহিল এই নামবোৰ? জাৰ্মায়েনে তেওঁক সৰু এটা শিশুক বুজোৱাৰ দৰে বুজনি দিবলৈ ধৰিলে। প্ৰথমতে কোনো মানুহৰেই কোনো নাম নাছিল। নামবোৰ ঈশ্বৰে দিয়া বস্তু নহয়, মানুহেই দিয়া বস্তু। কোনোবাই হয়তো কাৰোবাক কিবা বুলি উপলুঙা কৰিছিল। অথবা জন্ম-মৃত্যুৰ হিচাপ ৰখা কোনোবা কৰ্মচাৰীৰ অৰ্থহীন শুভেচ্ছাৰ পৰিণতি এই মানুহৰ নাম। আচলতে নাম বোলা এই বস্তুটোনো কি? ঘৰৰ দুৱাৰত লিখি থোৱা নম্বৰৰ নিচিনাই এটা বস্তু।..কি যে ল'ৰা-মানুহৰ নিচিনা কাম কৰিছে তেওঁ! তেনেকুৱা এটা অৰ্থহীন বস্তুৰ কাৰণে গোটেইখিনি ওলট-পালট কৰি পেলোৱাৰ কি অৰ্থ হয় বাৰু?

তেওঁৰ কবৰৰ ওপৰত জানিবা এনে এটা নাম লিখা থাকিলেই, যিটো সঁচাসঁচিকৈয়ে তেওঁৰ নাম নহয়, তাৰ বাবে এনেখন বলিয়ালি কৰাৰ কি মানে হয়?

জাৰ্মায়েনে তেওঁক ক'লে, "শুনাচোন। আমাৰ জীৱনৰ ৰহস্য যোৱা ডেৰ কুৰি বছৰ ধৰি কোনেও জানিব পৰা নাই। ধৰা, জানিবা তুমিয়েই প্ৰথমতে যাবলগীয়া হ'ল। কিবা জানো সলনি হ'ব? যিহেতু মই থাকি যাম, মোৰ বাহিৰে তোমাৰ কবৰৰ ওচৰলৈ আন কোনোৱেই যাবলগীয়া নহয়। আৰু ধৰা, জানিবা ময়েই আগতে মৰিলোঁ, তেতিয়া তুমি যি ইচ্ছা যায় তাকে কৰিব পাৰিবা। গতিকে......।"

কিন্তু মানুহজনে সেই একেটা কথাকে পেঘেনিয়াই থাকিল, জাৰ্মায়েনে তেওঁক বুজি পোৱা নাই। জাৰ্মায়েনে ভাবিলে: "তেওঁ হয়তো মোক আগৰ দৰে ভাল নেপায়।"

আনহাতে মানুহজনে নিজকে নিজে ক'লে, "তেওঁ মোক বুজি পোৱা নাই। তাৰ মানে তেওঁ মোক আগৰ দৰে ভাল নেপায়। মই কেৱল তেওঁৰ মুখৰপৰা এষাৰ কথা শুনিবৰ কাৰণে অপেক্ষা কৰি আছোঁ, কিন্তু তেওঁ সেইষাৰ কথা ভুলতো উচ্চাৰণ নকৰে। মই তেওঁক প্ৰত্যয় মনাই লোৱাৰ আগতে যাব নোৱাৰোঁ। কিন্তু কোনোবাদিনা যদি তেওঁ মোক এইদৰে কয় 'তোমাৰ পক্ষে আন কোনো উপায়েই নাই। গতিকে ময়েই তোমাক উপদেশ দিছোঁ, তুমি তালৈ গৈ কথাটো স্বীকাৰ কৰি পেলোৱা। তদুপৰি, ময়ো তোমাৰ লগতে ওলাইছোঁ। কাৰণ তুমি যদি অপৰাধী, মই তেন্তে তোমাৰ অপৰাধৰ সাহায্যকাৰিণী'। তেন্তে সকলোবোৰ সমস্যাৰ ওৰ পৰিব।"

—"কিন্তু তেওঁ মোক এই কথাষাৰেই নকয়। কাৰণ, তেওঁ মোক আগৰ দৰে ভাল নেপায়।"

বাটেদি মানুহবোৰ অহা-যোৱা কৰি আছে। সেই সকলোবোৰ মানুহৰে মুখবোৰ অচিনাকি। তেওঁ মুখখন ঘূৰাই আনিলে। জাৰ্মায়েন তেতিয়াও মূৰে-কপালে হাত দি গভীৰ চিন্তাত নিমগ্ন হৈ আছে। হাতৰ ফাকেদি কেৱল মূৰৰ বগা চুলিকোছা স্পষ্ট হৈ জিলিকি আছে।

অস্পষ্ট এটা গুণগুণনিৰ দৰে তেওঁৰ মাতটো শুনা গ'ল, "জাৰ্মায়েন!"

মানুহজনীয়ে মূৰ তুলি চালে। মানুহজনে সুধিলে, "শুনাচোন, মই যাওঁ নে বাৰু? কথাটো তুমি কেনে দেখা? যোৱাটো উচিত হ'ব নে অনুচিত হ'ব? মাত্ৰ এষাৰ কথা কোৱা, জাৰ্মায়েন।"

বুকুত গভীৰ উদ্বেগ লৈ তেওঁ অপেক্ষা কৰি ৰ'ল, উত্তৰৰ কাৰণে। তাৰ পিচত এখোজ আগবাঢ়ি আহিল। হঠাৎ তেওঁৰ চকুত পৰিল আয়নাত ভাহি উঠা তেওঁৰ নিজৰ সেই সৰু প্ৰতিচ্ছবিখন—এজন বয়স হৈ অহা চুটি-চাপৰ মানুহৰ এখন কদৰ্য প্ৰতিচ্ছবি। মুখখন ঘূৰাই আনিলে। জাৰ্মায়েনৰ স্নেহ-কাতৰ সংঘাত-জৰ্জৰ মুখৰ আগৰপৰা হাত দুখন খহি পৰিল। আৰু সেই মানুহজনৰ পিনে তেওঁ তেওঁৰ অপূৰ্ব সুন্দৰ, প্ৰখৰ বুদ্ধিদীপ্ত অথচ অৱসন্ন দৃষ্টিৰে চাই ৰ'ল, অপলক নয়নেৰে। বহুত সময় ধৰি পৰস্পৰে পৰস্পৰৰ পিনে তেনেকৈ চাই ৰ'ল। মানুহজনে অনুভৱ কৰিলে, তেওঁৰ দুগালেদি চকু-লো বৈ আহিছে। তেওঁৰ বাহু দুটা যেন কঁপি উঠিল। তেওঁ যেন আলিংগন কৰিবৰ কাৰণে.......। "বুজিছোঁ, তেওঁ মোক এতিয়াও ভাল পায়। তেওঁ মোৰ তাহানিকালৰে জাৰ্মায়েন হৈয়েই আছে। তেওঁ মোক ভাল পায়। তেওঁ মোক মই বিচৰা কথাষাৰেই ক'ব।"

জাৰ্মায়েনেও ভাবিলে, "তেওঁ মোক এতিয়াও ভাল পায়। হে ভগবান, মই তেওঁক হেৰুৱাবলৈ নিবিচাৰোঁ"......

"জাৰ্মায়েন!"

মানুহজন আৰু এখোজ আগবাঢ়ি আহিল।

জাৰ্মায়েনে ক'লে, "তুমি মোৰপৰা কি উত্তৰ পাবলৈ বিচাৰা? যি ভাল দেখা, তাকে কৰা। যদি তুমি যাবই খুজিছা, তেন্তে যাব পাৰা।"

## জাৰ্মানী

### কুৰ্ট্ কুজে'নবাৰ্গ

কুৰ্ট্ কুজে'নবাৰ্গ ( ১৯০৪-       ) সমকালীন জাৰ্মান চুটিগল্প লিখকসকলৰ মাজৰ এগৰাকী খ্যাতনামা কথাশিল্পী। এওঁ এখন কাকতৰ সম্পাদক। প্ৰচুৰ-সংখ্যক বিদেশী গ্ৰন্থ অনুবাদ কৰিছে। কথাশিল্পী হিচাপে এওঁ কাফ্‌কাৰ উত্তৰসাধক।

## কোনো এটা কোঠা/কুৰ্ট্ কুজে'নবাৰ্গ

যদিও সম্পূৰ্ণৰূপে অসন্মানজনক নহয়, তথাপি অদ্ভুত ধৰণৰ বুলিয়েই ক'ব পাৰি, এজন ভদ্ৰলোক আছিল। নাম হ'ল পায়েক্ ( তেওঁ শামুক, উদ আৰু যদিও একেটা শ্ৰেণীতে নপৰে অৰ্থাৎ গাভৰু ছোৱালীৰ বেপাৰ কৰিছিল )। তেওঁ এদিন আৱিষ্কাৰ কৰিলে যে, আমাৰ এই চহৰখনৰ কোনোবা এটা কোঠাত পৃথিৱীৰ আন যিকোনো ঠাইতকৈ বেছি সংখ্যক অদৃশ্য সূতা গোট খাইছেহি। সকলো পাৰ্থিৱ বস্তুৰে পাৰস্পৰিক প্ৰভাৱ আমি ভবাতকৈ বহুগুণে বেছি। কিন্তু যিহেতু এই পাৰস্পৰিক প্ৰক্ৰিয়া অতি গোপনে সংঘটিত হয়, সেইবাবে আমি তাৰ বিষয়ে অতি কমেই জানিব পাৰোঁ। আমি যদি অতিৰঞ্জিত কৰিব খোজোঁ, তেন্তে আমি কেৱল এইবুলি কৈ থ'ব পাৰোঁ যে প্ৰত্যেক বস্তুৰেই প্ৰত্যেক বস্তুৰ লগত গভীৰ সম্পৰ্ক বিদ্যমান, কিন্তু কথাষাৰ সম্পূৰ্ণ সঁচা নহয়। আমাৰ চাৰিওপিনে যিখন গোপন জাল গুথি থোৱা আছে, তাৰ কিছুমান অংশ অতি দুৰ্বল। কেতিয়াবা সূতাবোৰ কেৱল ইডালৰ ওপৰেদি সিডাল পাৰ হৈ যোৱাতেই শেষ, কিন্তু মাজে মাজে সিহঁতৰ মাজত একোটা গাঁথি দিয়া থাকে আৰু তেতিয়া তাৰ গভীৰ অৰ্থ থাকে।

আমি যিটো কোঠাৰ কথা কৈছোঁ, সি আছিল তেনেকুৱা এটা গাঁথি।

হেৰ পায়েকে এই গোপন গ্ৰন্থিৰ কথা কেনেকৈ জানিবলৈ পালে আমি ক'ব নোৱাৰোঁ। খুব সম্ভৱ তেওঁ সৰু সৰু গাঁথিবোৰ উপেক্ষা কৰি প্ৰত্যেকডাল সূতাকে পৰীক্ষা কৰি কৰি গোটেই জালখনৰ অস্তিত্ব অনুভৱ কৰি লৈছিল, তাৰ পিচত আচল গাঁথিটোত হাত দিছিল। ইয়াত অসংখ্য সূতা লগ লাগিছেহি আৰু আটাইতকৈ উদ্বেগৰ কাৰণ হ'ল যে, সিহঁতৰ প্ৰত্যেক-

ডালেই সীমাহীনৰূপে বিস্তৃত। সিহঁতে গোটেই পৃথিৱীখনকে, ওঁ-হো, নহয়, গোটেই ব্ৰহ্মাণ্ডখনকে মেৰিয়াই ৰাখিছে।

কোঠাটো আছিল হেৰ ক্লোজ্‌ নামৰ এগৰাকী মধ্যবিত্ত নাগৰিকৰ এটা ঘৰৰ এক অংশ। কোঠাটো তেওঁ ব্যৱহাৰ নকৰিছিল, যাতে ব্যৱহাৰ কৰোঁতে অনাহকত ক্ষয় হৈ নেযায়। নিজেতো ব্যৱহাৰ নকৰিছিলেই, পৰিয়ালৰ কাকোৱেই ব্যৱহাৰ কৰিবলৈ নিদিছিল। কোঠাটো নামত যদিও বহা-কোঠাই আছিল, কেৱল দেওবাৰেহে মানুহ-দুনুহ বহাত ব্যৱহাৰ কৰা হৈছিল; সপ্তাহটোৰ বাকীকেইটা দিন হেৰ ক্লোজ্‌ৰ জীয়েকে তাত পিয়ানো বজোৱাৰ অভ্যাস কৰিছিল। কোঠাটো কিমান ভাল অথবা কিমান বেয়া, বিশেষকৈ কিমান শক্তিশালী—সেই বিষয়ে কাৰো মনত কোনো সন্দেহৰ ভাব নাছিল। কেৱল হেৰ পায়েকেহে এই বিষয়ে জানিছিল; আৰু যেতিয়ালৈকে তেওঁ এই পৰিয়ালত অনাহূত অতিথি বুলি পৰিগণিত হোৱা নাছিল, তেতিয়ালৈকে এই ঘৰটোৰপৰাই তেওঁ অসংখ্য অভাৱনীয় বিশ্ব-পৰিস্থিতিৰ সৃষ্টি কৰিছিল। তেওঁ লক্ষ্য কৰিলে যে, কোঠাটোৰ ভিতৰত থকা যিকোনো এটা বস্তু যদি লৰচৰ কৰা যায়—হাতত তুলি লোৱা অথবা ঠাই সলনি কৰি থোৱা আনকি হাত ফুৰাই চোৱা হয়, তেন্তে সেই অদৃশ্য সূতাবোৰেদি এটা বিদ্যুৎ-স্ৰোত খেলি যায় আৰু লগে লগে, সৰু হওক, ডাঙৰ হওক, পৃথিৱীতে হওক অথবা নক্ষত্ৰমণ্ডলীতে হওক, কিবা নহয় কিবা এটা ঘটিবই।

যেনে, কিছুমান কৃত্ৰিম লিলি ফুল থকা এটা বিশেষ ফুলদানী সামান্য ঘূৰালেই, যিমানবাৰ ঘূৰোৱা যায় সিমানবাৰ চীনদেশৰ পীত নদীত প্ৰবল বানপানী হৈ বহুত লোকচান ঘটায়। আকৌ, যদি পিয়ানোটোৰ কোমল গা-চাবিটো আঙুলিৰে টিপা হয়, তেন্তে নিউজিলেণ্ডত বসন্ত ৰোগ সংক্ৰামক হৈ দেখা দিয়ে। কিন্তু কোঠাটোৱে নিয়ন্ত্ৰণ কৰা প্ৰত্যেকটো ঘটনাই যে অমংগলীয়া, সিও নহয়—কেতিয়াবা দুই এটা ভাল ঘটনাও ঘটে। যদি কোনোবাই মেজৰ ওপৰত পাৰি থোৱা বুটা বছা টেবুল ক্লথখন লাহেকৈ টানি চায়, তেন্তে খবৰ পোৱা যাব, নৰওৱেৰ মাছমৰীয়াবিলাকে অসংখ্য মাছ ধৰিছে; কিন্তু যদি কেনেবাকৈ ঘপকৈ টান মাৰি অনা হয়, তেনেহ'লে কানাডাৰ ওপৰেদি ব্লিজাৰ্ড নামৰ মাৰাত্মক ধুমুহা বৈ যাব।

হেৰ পায়েকেনো এই ক্ৰিয়া-প্ৰক্ৰিয়াৰ বিষয়ে সকলো তলা-নলা কেনেকৈ পালে, সেই কথা জানিবলৈ এটা কৌতূহল ওপজা স্বাভাৱিক। বুজিছে, কথাটো বৰ আচৰিত ধৰণে ঘটিল, আৰু তেওঁ গোটেই কৌশলটো



সম্পৰ্কে কেনেকৈ এই অন্তৰ্দৃষ্টি লাভ কৰিলে—কোৱাটো বৰ টান। আমি কেৱল ইমানেই জানো যে চহৰৰ এটুকুৰা ঠাইত এখন কাঠৰ দেৱাল আছিল, আৰু সেই দেৱালখনত চহৰবাসী সকলোৱেই কিবা-কিবি বেচা-কিনা কৰিবৰ মন গ'লেই একোখন জাননী আঁৰাত অভ্যস্ত হৈ উঠিছিল। কেতিয়াবা কিবা-কিবি হেৰালেও, যেনে কুকুৰ .....ইত্যাদি ইত্যাদি। আৰু এই দেৱালখনতে হঠাৎ ৰঙীন পেন্সিলেৰে লিখা সৰু সৰু কাগজ ওলাবলৈ ধৰিলে। লিখাবোৰ এই ধৰণৰ ঃ

ঘড়ীত চাবি দিলোঁ—শ্যাম দেশত কাকতি-ফৰিঙৰ উপদ্ৰৱ
কাৰ্পেট বুৰুজ কৰিলোঁ—আৰ্জেনটিনাত সামৰিক বিদ্ৰোহ
বাওঁপিনৰ খিৰিকীখন মুকলি কৰিলোঁ—সৌৰ-কলংকৰ বৃদ্ধি

আৰু এনেকুৱা বহুত তালিকা। কোনেও বুজিব নোৱাৰিলে, এইবোৰৰ মানে কি···, কেৱল হেৰ পায়েকে অনুমান কৰিলে। তেওঁ জাননীবোৰ নকল কৰি লৈ ঘৰলৈ উভতি যায়; তাৰ পিচত এখন টোকা-বহীত খুব যত্নেৰে সৈতে আটাইবোৰ ভৰাই যায়। তেওঁ ধৰিব নোৱাৰিলে, কোনে তাত সেই জাননীবোৰ পিন মাৰি থৈ যায়, আৰু কোনে আঁতৰাই পেলায়। কেবাদিনো খাপ দিছিল, আনকি এদিন গোটেই নিশা চকুৰ টিপ এটাকে নেমাৰিলে।

কিছুদিন ধৰি ভালে-কুশলেই গ'ল। দেওবাৰে, আনকি আন বাৰেও যেতিয়ালৈকে তেওঁ ক্লোজ্‌ পৰিয়ালৰ লগত ভালে আছিল, হেৰ পায়েকে কোঠাটোৰ বস্তুবোৰ লৰচৰ কৰি চোৱাৰ সুবিধা পাইছিল। তাৰ পিচত কি ঘটে তেওঁ সেই কাঠৰ দেৱালখনত পঢ়িবলৈ পায়। তেওঁ শান্তভাৱে এই কোঠাটোৰপৰা ঘটা ভাল-বেয়া ঘটনাৰ তালিকা প্ৰস্তুত কৰি যায়। প্ৰায় সকলোবোৰ ঘটনা বোলাই ভাল, কাৰণ, তালিকাখন সম্পূৰ্ণ নৌ হওঁতেই এদিন তেওঁৰ লগত হেৰ ক্লোজ্‌ৰ ভয়ানক কাজিয়া লাগিল। ক্লোজে তেওঁক এই ঘৰলৈ আহিবলৈ নিষেধ কৰি দিলে। ঘৰ মানে কোঠাটো; কাৰণ, ঘৰটো আছিল আন এজনৰ, যাৰ নাম হ'ল টুক্লেয়াৰ। তেওঁৰ বিষয়ে বেছি একো নকওঁ।

হেৰ পায়েকৰ এই সকলোবোৰ পৰীক্ষাৰ আকস্মিক যৱনিকা ঘটোৱা কাজিয়াখনৰ কাৰণটো হ'ল, হেৰ ক্লোজ্‌ৰ জীয়েকক, মানে সেই পিয়ানো বজোৱা ছোৱালীজনীক বিয়া কৰিব বুলি মিছামিছিকৈয়ে টু-টুৱাই আছে। হেৰ পায়েকৰ যিহেতু বিয়া কৰাবৰ প্ৰকৃত ইচ্ছা নাছিল, সেইবাবে কথা-

বতৰা চলাবো শেষেই হ'ব নুখুজিছিল। আজিকালি দাম্পত্য জীৱনৰ আয়ুস যিমান, প্ৰায় সিমান দিন ধৰি কথা চলি থাকোঁতেই গৈছিল; কিন্তু, বিয়াৰ কোনো উম-ঘামেই নাই। হেৰ ক্লোজ্জে এই দীৰ্ঘসূত্ৰতাৰ কাৰণ বিচাৰিবলৈ লাগিল, অৱশেষত আৱিষ্কাৰ কৰিলে যে, হেৰ পায়েক এজনী বৰ শকত অথচ ধন-সম্পত্তি থকা বিধৱাৰ চপনীয়া চাপিছে। তেওঁ যিহেতু অনুমান কৰিব পৰা নাছিল, হেৰ পায়েকৰনো এই কোঠাটোৰ প্ৰতি ইমান মোহ কিহৰ, তেওঁ ভাবি লৈছিল যে মানুহটো বৰ লম্পট আৰু জীয়েকৰ ধৰ্ম নষ্ট কৰাই তাৰ একমাত্ৰ উদ্দেশ্য। তেওঁ হেৰ পায়েকৰ এই ব্যৱহাৰত ইমান ক্ষুণ্ণ হ'ল যে, চিৰদিনৰ কাৰণে তেওঁৰ ঘৰৰ দুৱাৰ জীয়েকৰ সকলোবোৰ পাণিপ্ৰাৰ্থীৰ কাৰণেই বন্ধ কৰি দিলে।

এই মনোমালিন্যৰ ফল স্বৰূপে, হেৰ পায়েকৰ পৰীক্ষাৰ গতি প্ৰায় ৰুদ্ধ হৈ গ'ল। তেওঁ অৱশ্যে থূলমূলকৈ আভাস এটা পাইছিল, কোঠাটোত কি কৰিব পাৰি আৰু তাৰ কি পৰিণাম ঘটে। কিন্তু কিছুমান কথা পুংখানুপুংখৰূপে জনাটো প্ৰয়োজন। তদুপৰি, তেওঁ সেই নিয়ন্ত্ৰণ কোঠাটোৰ ভিতৰত বহি যেতিয়াই কিবা এটা ঘটনা ঘটাইছিল, তেতিয়া তেওঁ নিজৰ ক্ষমতা দেখি নিজেই আত্মপ্ৰসাদ লাভ কৰিছিল; এতিয়া তাৰো যৱনিকা পৰিল। ক্লোজ্জ-পৰিয়ালে এনে ঘটনা নিতৌ ঘটায়েই আছিল, কিন্তু উপলব্ধি কৰিব পৰা নাছিল, তেওঁলোকে কি ঘটাই আছে; সেইবাবে তাৰপৰা তেওঁলোকে একো লাভ কৰা নাছিল, কাৰণ, ক্ষমতাৰ আস্বাদ সচেতন অৱস্থাতহে অনুভৱ কৰিব পাৰি।

গতিকে, হেৰ পায়েকে ইচ্ছা কৰা হ'লে ক্লোজ্জহঁতৰ লগত ঘনিষ্ঠতা থকা তেওঁৰ যিকোনো বন্ধুৰ হতুৱাই সেই কোঠাটোৰ কিছুমান বস্তু ইফাল-সিফাল কৰাব পাৰিলেহেঁতেন। কিন্তু তেনেকুৱা অনুৰোধৰ পৰিণাম নিশ্চয়েই ভাল নহ'লহেঁতেন; তদুপৰি তেনে বন্ধুৰ মনতো এনে সন্দেহে বাহ লোৱাৰ আশংকা যে, হেৰ ক্লোজ্জৰ বহা-কোঠাটোৰ কিবা গণ্ডগোল আছে।

তথাপি, বহুত কথাই জানিবলৈ বাকী আছে। হেৰ পায়েকে সেই কোঠাটোৰ স্প্ৰিং লগা চকীবোৰৰ তাঁৰবিলাক টানিলে কি ঘটনা ঘটিব, সেই বিষয়ে জানিবলৈ বিশেষ আগ্ৰহ কৰা নাছিল; কাৰণ, তেওঁৰ ধাৰণা, ঘটনা বেছি গুৰুতৰ ধৰণৰ নিশ্চয় নহ'ব। আনহাতে, এটা অকণমানি অথচ কিম্ভূতাকাৰ ধৰণৰ ছাইদানীৰপৰা কি ঘটিব পাৰে, সেই কথা জানিবৰ কাৰণে নিজৰ সোঁ চকুটো দান দিবলৈয়ো কুণ্ঠিত নহ'লহেঁতেন; এই পৰ্যায়ৰ আন এটা আগ্ৰহ



আছিল, পিয়ানোটোৰ সোঁ-পিনে থকা মমদানীটোৰ কিবা প্ৰতিক্ৰিয়া নিয়ন্ত্ৰণৰ ক্ষমতা আছে নেকি? কাৰণ, এতিয়ালৈকে তেওঁ জানিব পৰা নাছিল, কি প্ৰক্ৰিয়াৰে এই দুটা বস্তুৰ ভিতৰত নিহিত শক্তিক ৰূপ দিব পাৰি—ঠাই সলালে হ'ব, নে ঘঁহিলেই হ'ব অথবা অন্য কিবা পন্থাৰেহে হ'ব। এতিয়া তেনেকুৱা ধৰণৰ সূক্ষ্ম প্ৰশ্নৰ ওপৰত পৰীক্ষাটো নিৰ্ভৰ কৰিছে। কাৰণ, এই যে পৃথিৱী জোৰা জালখন, সি খুব সূক্ষ্ম, চকুৰে মণিব নোৱাৰা সূতাৰে তৈয়াৰী।

অৱশেষত, সৌভাগ্যক্ৰমে হেৰ পায়েকে এনে এজন মানুহ হাতৰ মুঠিত পালে, যিজন মানুহ একেবাহে গোকাট মূৰ্খ অথচ আচৰিত ধৰণে সতৰ্ক। গতিকে তেওঁ কোনো ভূমিকা নকৰাকৈ এই মানুহজনক এই বস্তু দুটালৈ কিছু লৰচৰ কৰাৰ দায়িত্ব দিলে। তিনিবাৰ—মানে তিনি সপ্তাহ বুলিয়েই ক'ব পাৰি, কাৰণ, কেৱল দেওবাৰেহে তেওঁক এই পৰিয়ালটোৱে আতিথ্য প্ৰদৰ্শন কৰিছিল—এই মানুহজনে ছাইদানীটোৰ ওপৰত বিভিন্ন ধৰণে মনোনিৱেশ কৰিলে। একোৱেই নঘটিল। অৱশেষত এবাৰ যেতিয়া চিগাৰেট খাই খাই কথা কৈ থাকোঁতে ছাইদানীটো চিগাৰেটৰ টুকুৰাৰে উপচি পৰিল, তেতিয়া সেই দেৱালখনত এখন জাননী প্ৰকাশ হ'ল যে, বেয়নিৰ মেয়ৰে বাহু এটাত কচকা খাই শয্যাশায়ী হ'বলগীয়া হ'ল। এইটো বৰ অভিনৱ ঘটনা, কাৰণ, এনেকুৱা সৰু-সুৰা ঘটনা, বিশেষকৈ ব্যক্তি-বিশেষ মাত্ৰ সংশ্লিষ্ট থকা ঘটনা এই কোঠাটোৰপৰা কেতিয়াও নিয়ন্ত্ৰিত হোৱা নাছিল। হেৰ পায়েকে যথেষ্ট দ্বিধাৰে সৈতে মনে মনে স্বীকাৰ কৰিলে যে, তালিকাখন কোনো ৰকমেই সম্পূৰ্ণ বুলি ক'ব নোৱাৰি। ভৱিষ্যতে প্ৰত্যেকটো বস্তুকে লৈ আৰু বিতংকৈ পৰীক্ষা চলাব লাগিব আৰু তুচ্ছাতিতুচ্ছ ঘটনাৰো হিচাব ৰাখিব লাগিব।

তেওঁ যেতিয়া সেই মানুহজনক পিচৰ সপ্তাহত পিয়ানোটোৰ সোঁ হাতৰ মমদানীত এডাল মম জ্বলাবলৈ ক'লে, কৈ উঠিয়েই তেওঁ যেন অনুভৱ কৰিলে, তেওঁ এতিয়া এটা সন্ধিক্ষণত উপস্থিত হৈছেহি। প্ৰথমবাৰ মমডাল জ্বলাবলৈ গৈ মানুহজন নিৰাশ হ'বলগীয়া হ'ল, কাৰণ, ক্লোজ্জহঁতৰ নিচিনা বান্ধ-কেৰেপ মানুহে দিন-দুপৰত বাৰু মম এডাল জ্বলাই লৈ পইচা খৰচ কৰাটো কেনৈ সহ্য কৰিব! তাৰ পিচৰ দেওবাৰে, হেৰ ক্লোজ্জ্ যেতিয়া অলপ সময়ৰ কাৰণে কোঠাটোৰপৰা বাহিৰ ওলাই গৈছিল তেতিয়াই মানুহজনে সেই কামটো কৰি পেলালে। মমডাল জ্বলিবলৈ লাগিল আৰু হেৰ পায়েক যদিও নিজে তাত উপস্থিত নাছিল, তথাপি তেওঁ কিবা এক অদ্ভুত ধৰণৰ উন্মাদনা অনুভৱ

কৰিবলৈ ধৰিলে। এই উন্মাদনাৰ কোনো যুক্তি নাছিল, কাৰণ, মমডাল জ্বলি থাকোঁতে ক'তো একোৱেই প্ৰতিক্ৰিয়া হোৱা নাছিল।

ঠিক যেতিয়া হেৰ ক্লোজ্জ কোঠাটোলৈ উভতি আহিল, আৰু তেওঁ কাষ চাপি অহাৰ লগে লগে মমডাল যেতিয়া টিমিক-টামাক কৰিবলৈ ধৰিলে, ঠিক তেতিয়াই ঘটনাটো ঘটিল। কিন্তু হেৰ পায়েকে ইয়াৰ কোনো উম-ঘাম নেপালে, কাৰণ, ৰঙীন পেন্সিলেৰে লিখা এই জাননীখন যেতিয়া সেই দেৱালখনত প্ৰচাৰিত হ'ল, তাৰ আগতেই তেওঁ মৰিল ; জাননীখন আছিল ঃ

সোঁ পিনৰ মমডাল নুমাল—হেৰ পায়েক্ মৰিল।

# ডেনমাৰ্ক

## ভিলি চোৰেনছেন

ভিলি চোৰেনছেন এগৰাকী অনতিখ্যাত ডেনিছ গল্প-লিখক। এওঁ আধুনিক বিজ্ঞানৰ নানা দিশৰ ওপৰত কল্পনাৰ অলোকসম্পাত কৰি বুদ্ধিদীপ্ত গল্প লিখিছে। বহু গল্প ইংৰাজী 'এনকাউন্টাৰ' পত্ৰিকাত অনূদিত হৈ প্ৰকাশ পাইছে।

## দুজন আৱিষ্কাৰক/ভিলি চোৱেনছেন্

দুজন অতি অন্তৰংগ বন্ধু আছিল। দুয়োৰো অন্তৰংগতা গঢ়ি উঠিছিল, তাহানি পঢ়াশালিত একেলগে পঢ়া দিনৰে পৰা। দুয়ো একেলগে চিকিৎসা-বিজ্ঞান অধ্যয়ন কৰিছিল। কলেজৰ পৰীক্ষাত দুয়ো সদায় সমান আৰু সৰ্বোচ্চ নম্বৰ পাইছিল। আৰু, দুয়ো একেজনী ছোৱালীৰ প্ৰেমত পৰিছিল। অৱশেষত, সেই ছোৱালীজনীয়ে তেওঁলোকৰ এজনক আনজনতকৈ বেছি পচন্দ কৰিবলৈ ল'লে। তেতিয়ালৈকে দুয়ো একেটা বস্তু আৱিষ্কাৰৰ বাবে গবেষণা কৰি আছিল। তাৰ পিচত, দুয়ো দুটা বেলেগ পথ বাছি ল'লে; আৰু অৱশেষত, দুয়ো দুটা বেলেগ বস্তু আৱিষ্কাৰ কৰিলে। তাৰে এটা আৱিষ্কাৰৰ সহায়ত মানুহে মনত থকা সকলো কথাকে পাহৰি পেলাব পাৰে। আনটোৰ সহায়ত মানুহে পাহৰি যোৱা সকলো কথাকে মনত পেলাব পাৰে। সোঁৱৰণী-চৰবতটো, যাৰ চমু নাম ৰখা হৈছিল 'স্মৰণী', স্মৃতিশক্তিৰ ক্ষয়প্ৰাপ্তি, দ্বিখণ্ডিত-মন আৰু অহৰহ বিষাদ প্ৰভৃতি লক্ষণযুক্ত ৰোগত বিশেষ ফলপ্ৰদ বুলি প্ৰমাণিত হৈছিল। ঠিক সেইদৰে পাহৰণি-সুধা, যাৰ চমু নামটো আছিল 'লুপ্তক', স্নায়বিক উৎকণ্ঠা, কাৰণহীন বিষণ্ণতা আৰু নিৰন্তৰ অৱসাদ প্ৰভৃতি জটিল মনোবিকলনৰ ক্ষেত্ৰত সমানে ফলদায়ক হৈছিল।

কিন্তু, এই বিস্ময়কৰ ঔষধ দুবিধৰ আৱিষ্কাৰে অতি শীঘ্ৰে কিছুমান আইনসংক্ৰান্ত জটিল সমস্যাৰ সৃষ্টি কৰিলে। বহু বছৰ ধৰি বহু কথা পাহৰি থকা বহুতো গৃহিণীয়ে হঠাৎ অনুভৱ কৰি বহিল, তেওঁলোকে তেওঁলোকৰ বিধিসংগত স্বামীৰ পৰিৱৰ্তে যৌৱনৰ প্ৰথম পুৱাত আন কাৰোবাকহে ভাল পাইছিল। বহু বছৰ ধৰি অত্যধিক কামৰ মাজত ডুব গৈ থকা বহুতো পুৰুষে হঠাৎ এদিন পাহৰি গ'ল, তেওঁলোকে বহুদিন ধৰি বৈবাহিক জীৱন যাপন কৰি আহিছে; লগে লগে তেওঁলোকে নিৰুদ্বেগ অবিবাহিত ডেকাৰ দৰে অসংযত হৈ পৰিল।



যিবিলাকে আপোন সত্তাক হেৰুৱাই বিষণ্ণ বোধ কৰিবলৈ ধৰিছিল, হঠাৎ তেওঁলোকে আপোন সত্তাক ঘূৰাই পোৱাৰ লগে লগে যৌৱনৰ আমোদ-প্ৰমোদৰ মাজত নিজকে বিলাই দিবলৈ আৰম্ভ কৰিলে। যিবিলাকে আপোন সত্তাৰ বন্দীত্ব গ্ৰহণ কৰি কোনো আনন্দই অনুভৱ কৰা নাছিল, হঠাৎ তেওঁলোকে নিজকে আপোন সত্তাৰ দাসত্বৰপৰা মুক্ত কৰি লৈ সমস্ত চিৰাচৰিত দায়িত্বৰ ভাৰ বিসৰ্জন দিবলৈ ধৰিলে।

ইয়াৰ ফলত নানা খেলিমেলিৰ সৃষ্টি হ'ল; মানুহৰ অপৰাধ-প্ৰৱণতা বাঢ়ি আহিল। কথা-পাহৰা মানুহবোৰক আদালতে শাস্তিৰ বিধান দিলে: 'স্মৰণী' খাব লাগিব! পুৰণি কথাৰ আলম লৈ গণ্ডগোল কৰা মানুহবোৰকো সেইদৰে আদালতে দণ্ড বিহিলে: 'লুপ্তক' খাব লাগিব! ফলত, তেওঁলোক আকৌ আগৰ অৱস্থালৈ উলটি আহিল। এনে অমংগলৰ জইন মাৰিবৰ বাবে চৰকাৰে অৱশেষত ঘোষণা কৰি দিলে: কোনো মানুহেই আদালতৰ বিনা অনুমতিত 'স্মৰণী' অথবা 'লুপ্তক' ব্যৱহাৰ কৰিব নোৱাৰিব। অতি শীঘ্ৰে চিকিৎসকৰ ব্যৱস্থা-পত্ৰ আৰু আদালতৰ বিধি-বিধানৰ মাজত গুৰুতৰ বিৰোধ আৰম্ভ হ'ল। 'স্মৰণী'ৰ আৱিষ্কাৰকজন 'লুপ্তক'ৰ আৱিষ্কাৰতকৈ বেছি ক্ষীণ আৰু বেছি আঁকোৰগোজ স্বভাৱৰ লোক আছিল। তেওঁ নতুন ঔষধ দুটাৰ ৰাজহুৱা অপব্যৱহাৰৰ বিৰুদ্ধে ব্যাপক জন-আন্দোলন আৰম্ভ কৰি দিলে। অৱশেষত, সাময়িকভাৱে এই বিতৰ্ক স্থগিত ৰাখিবৰ বাবে আদালতে তেওঁক 'লুপ্তক' সেৱন কৰিবলৈ নিৰ্দেশ দিলে। তেওঁৰ ফূৰ্তিবাজ সতীৰ্থ-গৰাকীয়ে, তেওঁৰ পত্নী আৰু একমাত্ৰ পুতেকটোক লৈ ঘৰত বহি ঘটনাটোৰ আলেখ-লেখ চাই আছিল। এদিন তেওঁক তেওঁৰ পত্নীয়ে সোঁৱৰাই দিলে: এনে অৱস্থাত তেওঁ তেওঁৰ পুৰণি বন্ধুক সহায় নকৰাকৈ থকাটো ৰীতিমত অন্যায়! তেওঁ তেতিয়া কাৰাগাৰত বন্ধ হৈ থকা বন্ধুক দেখা কৰিবলৈ গ'ল। বন্ধু তেতিয়া ইখন আদালতৰ পিচত সিখন আদালতৰ ওচৰত আপীল জনোৱাত ব্যস্ত।

কাৰাগাৰৰ লোহাৰ বেলিঙৰ দুয়োপিনে থিয় হৈ দুই বন্ধুৱে কথা পাতিবলৈ ল'লে। পাহৰণি-সুধাৰ আৱিষ্কাৰকে ক'লে: "আহাঁ, আমি দুয়ো আমাৰ মাজৰ বিৰোধৰ কথা পাহৰি যাওঁ।"

"তুমি দেখিছোঁ এতিয়াও আগৰ দৰেই হৈ আছা।" সোঁৱৰণী-চৰবতৰ আৱিষ্কাৰকে উত্তৰ দিলে। তেওঁৰ সেই উক্তিত হৃদয়ৰ সমস্ত সঞ্চিত ক্ৰোধ বিস্ফোৰিত হৈ পৰিছিল। 'লুপ্তক'ৰ আৱিষ্কাৰকৰ ওপৰত তেওঁৰ এইদৰে

খং উঠাৰ সাধাৰণ কাৰণটো আছিল, তেওঁ সেই ঔষধটো আৱিষ্কাৰ কৰিছে; বিশেষ কাৰণটো হ'ল, তেওঁ কোৱা কথাষাৰত সেই ঔষধটোৱে সহায় লোৱাৰ ইংগিত এটা প্ৰচ্ছন্ন হৈ আছে। "তুমি তেনেহ'লে এই উদ্দেশ্যেৰেই সেই বস্তুটো আৱিষ্কাৰ কৰিছিলা ?" তেওঁ সুধিলে।

প্ৰশ্নটোৰ উত্তৰ আহিল এইদৰেঃ বিজ্ঞান ইমান বেছি নৈৰ্ব্যক্তিক যে তাত কোনো ব্যক্তিগত উদ্দেশ্যসাধনৰ প্ৰশ্নই উঠিব নোৱাৰে। যিহেতু প্ৰয়োজনৰপৰাই বৈজ্ঞানিক অন্বেষণৰ আৰম্ভণি, সেইবাবে কোনো বৈজ্ঞানিকেই আৱিষ্কাৰ নকৰাকৈ বহি থাকিব নোৱাৰে। যদি কোনো বৈজ্ঞানিক আৱিষ্কাৰৰ-পৰা মানৱজাতি লাভবান হয়, তথাপি বৈজ্ঞানিকৰ কোনো ব্যক্তিগত লাভ নহয়; আৰু সেই আৱিষ্কাৰ যদি মানৱজাতিৰ পক্ষে অকল্যাণকৰ হয়, তথাপি তাৰ বাবে বৈজ্ঞানিক জগৰীয়া নহয়। "আনকি, তুমি নিজেই 'স্মৰণী' আৰু 'লুপ্তক' দুয়োটাৰে ৰাজহুৱা অপব্যৱহাৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছা।" তেওঁ ক'লে।

কথাখিনিৰ চোকা উত্তৰ আহিল এইদৰেঃ বৈজ্ঞানিক কেৱল নিজৰ গবেষণাগাৰতে জীয়াই নেথাকে—সমাজৰ মাজতো জীয়াই থাকে। বিশেষকৈ, যিবোৰ বৈজ্ঞানিকৰ ল'ৰা-তিৰোতা আছে। তেওঁলোকৰ ক্ষেত্ৰত এই কথাষাৰ দুগুণে সত্য। যিটো আৱিষ্কাৰ মানৱজাতিৰ পক্ষে অকল্যাণকৰ, সি কেতিয়াও ভাল বস্তু হ'ব নোৱাৰে। 'লুপ্তকে' মানুহৰ কোনো সমস্যাই সমাধান কৰিব নোৱাৰে, ই কেৱল মানুহক তাৰ সমস্যাৰ কথা পাহৰাই থয়। ই কেৱল মানুহক তাৰ দায়িত্বহীন নাবালক অৱস্থালৈ ঘূৰাই নিয়াত সহায় কৰে। যিবিলাকে সেইদৰে ঘূৰি যাবলৈ ভাল পায়, সিহঁতৰ নিৰ্বোধ ইচ্ছাকেই সহায় কৰে। আনহাতে, 'স্মৰণী'য়ে মানুহৰ সত্তাৰ জাগৰণত সহায় কৰে।

"কিন্তু, ই মানুহৰ নীতিবোধক আঘাত হানে; আৰু বিবাহৰ ভিত্তিক ধ্বংস কৰে।" লুপ্তকৰ আৱিষ্কাৰকে ক'লে :

"কেৱল মিছাৰ ভিত্তিত প্ৰতিষ্ঠিত বিবাহকেই ধ্বংস কৰে। কিন্তু, লুপ্তকে সত্যৰ ওপৰত প্ৰতিষ্ঠিত বিবাহকো ধ্বংস কৰে। 'স্মৰণী'য়ে মানুহক তাৰ আপোন সত্তাৰ মুখামুখি কৰি দিয়ে। কিন্তু, 'লুপ্তকে' মানুহক তাৰ আপোন সত্তাৰ ওচৰত অপৰিচিত কৰি তোলে আৰু তাৰ মুক্ত বাসনাক নিৰ্বাসন দিয়ে।" স্মৰণীৰ আৱিষ্কাৰকে ক'লে।

"সেই কথা তুমি কেনেকৈ ক'ব পাৰা ? তোমাৰ দৰে মানুহে, যি মানুহক সেই কথাবোৰকেই মনত পেলাই দিয়ে, যিবোৰ কথা তেওঁলোকে



পাহৰিবলৈ বিচাৰে ? আৰু, তুমি সেই কথা অন্ততঃ মোক ক'ব নোৱাৰা। মোৰ দৰে মানুহক, যি সেই কথাবোৰকেই মানুহক পাহৰাই দিব খোজে, যিবোৰ কথা তেওঁলোকে মনত পেলাব নোখোজে।"

"অথবা, যিবোৰ কথা আনে তেওঁলোকৰ মনত পৰাটো নিবিচাৰে।"

"ওঁ হো, সেইটো মোৰ উদ্দেশ্য নহয়। আৰু, বৈজ্ঞানিক হৈ তুমি কোন যুক্তিত 'মুক্ত বাসনা'ৰ কথা কোৱা ? তেনেকুৱা কিবা পদাৰ্থ থকা হ'লে, মানুহে নিশ্চয় অনায়াসে আমাৰ আৱিষ্কাৰসমূহৰ প্ৰতিৰোধ কৰিব পাৰিলেহেঁতেন। মানুহৰ মস্তিষ্ক-কোষত যেতিয়া সেই বাসনা বোলা বস্তুটো ভৰাই দিয়া, তেতিয়া সেই বস্তুটোৰ অৱস্থা কি হয় ?"

"কেৱল সেই মানুহবোৰৰ মস্তিষ্ক-কোষতেই বাসনা বোলা বস্তুটো থাকে, যাৰ সঁচাসঁচিকৈয়ে নিজস্ব বাসনা আছে। তুমি তোমাৰ এই আৱিষ্কাৰটো নিজৰ হাততেই ৰাখিব পাৰিলাহেঁতেন, কিন্তু তুমি সেইদৰে ৰাখিবলৈ বিচৰা নাছিলা। কাৰণ, তুমি নিশ্চয় মোৰ দৰেই সমানে বিখ্যাত হ'বৰ কামনা কৰিছিলা।"

"বিখ্যাত হোৱাটো তোমাৰ তেনেহ'লে ইচ্ছা নাছিল ?"

"পাগলামি ! মই কেৱল অনুভৱ কৰি চাব খুজিছিলোঁ, সকলো কথা মনত পৰিলে মনটো কেনেকুৱা লাগে। কাৰণ, গবেষণাত ব্যস্ত হৈ থাকোঁতে মই সেইবোৰ পাহৰিয়েই গৈছিলোঁ।"

"আৰু মই বিচাৰোঁ, মোৰ সকলো অনুভূতি পাহৰি থাকিবলৈ। কাৰণ, গবেষণাত ব্যস্ত হৈ থাকোঁতে সিহঁতে মোক দস্তুৰমতে আমনি কৰি গৈছিল। মই গবেষণা কৰিছিলোঁ গবেষণাৰ তাগিদত; আৰু তুমি গবেষণা কৰিছিলা, নিজৰ তাগিদত।"

"কিন্তু, তোমাৰ গবেষণাৰ প্ৰতি ইমান কম নিষ্ঠা আছিল যে, বস্তুটো তুমি নিজে ব্যৱহাৰ কৰি চোৱাৰ প্ৰয়োজন বোধ কৰা নাছিলা। মই যিদৰে 'স্মৰণী' ব্যৱহাৰ কৰি চাইছোঁ, তুমি সেইদৰে 'লুপ্তক' ব্যৱহাৰ কৰি চোৱা নাই।"

"তোমাৰেই দুৰ্ভাগ্য ! 'লুপ্তক'ৰ এপালি ব্যৱহাৰ কৰাৰ লগে লগে তুমি সুখী মানুহ হ'ব পাৰিবা।"

"কিন্তু, তুমি সম্ভৱতঃ নিজকে ভাগ্যবান বুলি বিবেচনা কৰিছা, যিহেতু তোমাক 'লুপ্তক' সেবন কৰিবলৈ বাধ্য কৰোৱা হোৱা নাই।"

"লুপ্তকৰ ব্যৱস্থা দিয়া হয়, অসুস্থ মানুহৰ বাবে। আৰু তুমি সেই কৃপণবোৰৰ দৰেই অসুস্থ, যিবোৰে তেওঁলোকৰ সৰ্বস্ব নিজৰ বাবে সংৰক্ষণ কৰে।"

'স্মৰণী'ৰ আৱিষ্কাৰকে সেই প্ৰত্যক্ষ আক্ৰমণৰ প্ৰত্যুত্তৰত ক'লে: "অসুস্থ মানুহৰ বাবে ডাক্তৰৰ কোনো প্ৰয়োজন নাই; বৰং সুস্থ মানুহৰ বাবেহে ডাক্তৰৰ প্ৰয়োজন বেছি।"

তাৰ পিচত, কোনেও কাৰো লগত কথা পতাৰ প্ৰয়োজন বোধ নকৰিলে।

তথাপি, 'লুপ্তক'ৰ আৱিষ্কাৰক যুক্তিবুদ্ধিসম্পন্ন লোক আছিল। সেইবাবে, মাজে মাজে তেওঁ তেওঁৰ পত্নীৰ পৰামৰ্শ গ্ৰহণ কৰিছিল। তেওঁৰ পত্নীয়ে তেওঁক ক'লে, যদি তেওঁ তেওঁৰ শৈশৱৰ বন্ধুক সহায় কৰে, তেনেহ'লে সেই কথা তেওঁৰ পত্নীয়ে পাহৰিব নোৱাৰিব: কিন্তু যদি তেওঁ তেওঁৰ বন্ধুক কষ্টত পৰিবলৈ এৰি দিয়ে, তেনেহ'লে সেই কথা চিৰদিন তেওঁৰ পত্নীৰ মনত পৰি থাকিব। গতিকে, তেওঁ চৰকাৰী পক্ষৰ উকীলক লগ ধৰি ক'লে যে, 'স্মৰণী'ৰ আৱিষ্কাৰক দৰাচলতে অতি প্ৰতিভাবান লোক; তেওঁ কেৱল বহুদিন ধৰি অতিৰিক্ত পৰিশ্ৰম কৰাৰ ফলতেই এনেবোৰ ঘটনা ঘটিবলৈ পাইছে। গতিকে, তেওঁ কোৱা কথাবোৰ পাহৰি যোৱা উচিত আৰু তেওঁৰ প্ৰতিভা সমাজৰ কামত খটুৱাব লাগে। কাৰণ, বৈজ্ঞানিক কেৱল গৱেষণাগাৰতেই জীয়াই নেথাকে—সমাজৰ মাজতো জীয়াই থাকে। ল'ৰা-তিৰোতা নেথাকিলেও কথাষাৰ সমানে সত্য। উচ্চতৰ আদালতত চৰকাৰী পক্ষৰ উকীলে ঘোষণা কৰিলে যে, তেওঁৰ ফালৰপৰা অভিযোগ কৰিবলগীয়া একোৱেই নাই। কাৰণ, 'স্মৰণী' আৰু 'লুপ্তক'ক কেৱল সাধাৰণ ধৰণৰ ঔষধ বুলি ভাবিলে ভুল কৰা হ'ব; এই ঔষধ দুবিধ ৰাজনৈতিক ক্ষমতাৰ ইন্ধন স্বৰূপেই স্বীকাৰ কৰি লোৱা উচিত আৰু ৰাজহুৱা ক্ষেত্ৰত ইহঁতক সেইদৰেই প্ৰয়োগ কৰিব লাগিব। অৱশ্যে, ঔষধ দুবিধ প্ৰয়োগ কৰিবৰ বাবে বৈজ্ঞানিকৰ সহযোগিতা অপৰিহাৰ্য। 'লুপ্তক'ৰ আৱিষ্কাৰকে সেই সহযোগিতা আগবঢ়াবলৈ সন্মত হৈছে; গতিকে, 'স্মৰণী'ৰ আৱিষ্কাৰকেও যদি অনুৰূপ সহযোগিতাৰ প্ৰতিশ্ৰুতি দিয়ে, তেনেহ'লে আইনে কাৰো প্ৰতি বৈষম্যমূলক আচৰণ দেখুৱাব নোৱাৰে। চৰকাৰে দুয়োকো ৰাজহুৱা পদত নিযুক্ত কৰিব আৰু দুয়োকো সম্ভৱপৰ সকলো সা-সুবিধা প্ৰদান কৰিব, যাতে দুয়ো তেওঁলোকৰ গৱেষণা অধিক নিৰ্ভৰশীল কৰি তুলিব পাৰে। অৱশ্যে এই কথা স্বীকাৰ কৰিব লাগিব, তেওঁলোকে যদি মানুহক তৎক্ষণাৎ সকলো কথা পাহৰোৱা বা সোঁৱৰোৱাৰ সলনি কিছুমান কথাহে পাহৰোৱা অথবা সোঁৱৰোৱাৰ ব্যৱস্থা কৰিব পাৰে, তেনেহ'লে সমাজৰ বাবে তেওঁলোকৰ আৱিষ্কাৰৰ মূল্য নিশ্চয় বাঢ়ি যাব।

অভিযুক্ত আৱিষ্কাৰকে নিজৰ পত্নীৰ লগত দৰ্শকৰ আসনত বহি ঘনে



ঘনে মূৰ দুপিয়াই থকা তেওঁৰ বন্ধু-আৱিষ্কাৰকজনলৈ সন্দেহৰ দৃষ্টিৰে চালে। যিকি নহওক, তেওঁ সেই অনুকূল সিদ্ধান্ত গ্ৰহণ কৰি ল'লে। উমৈহতীয়া দায়িত্ব গ্ৰহণ কৰি, দুয়োগৰাকী পুৰণি বন্ধু আকৌ লগ লাগিবলৈ বাধ্য হ'ল। প্ৰথমতে, দুয়োৰো মাজত অলপ-অচৰপ খকা-খুন্দা লাগিছিল। পিচলৈ দুয়োৰো মাজত এনে এক গভীৰ সম্প্ৰীতিৰ ভাৱ গঢ়ি উঠিল যে, বিলাতী-নিগনিৰ সলনি পৰস্পৰে পৰস্পৰৰ ওপৰত পৰীক্ষা চলাবলৈ আৰম্ভ কৰি দিলে। দুয়োৰো ভিতৰত লাহে লাহে সহযোগিতাৰ পৰিমাণ বাঢ়ি আহিল। অৱশেষত, দুয়ো এটা নতুন ঔষধ আৱিষ্কাৰ কৰিলে, য'ত দুয়োৰো ব্যক্তিগত আৱিষ্কাৰ দুটাৰ আটাইতকৈ ভাল গুণবোৰৰ সুন্দৰ সংমিশ্ৰণ ঘটিল। পুৰণি ঔষধ দুটাৰ প্ৰচলন বন্ধ কৰা এই নতুন ঔষধটোৰ নাম থোৱা হ'ল, 'লুপ্তস্মৰ'। এই নতুন ঔষধটোৰ গুণাগুণ প্ৰদৰ্শন কৰা হ'ল, এখন আদালতৰ ভিতৰত বিশেষভাৱে নিমন্ত্ৰিত এক নিৰ্বাচিত দৰ্শকমণ্ডলীৰ সমুখত। এটা অতি দগাবাজ আচামীয়ে বহুদিন ধৰি কাৰাবাস খটাৰ ফলত তাৰ সকলো অপৰাধৰ কথা পাহৰি গৈছিল। যেতিয়াই তাৰ গোচৰ শুধিবলৈ লোৱা হয়, তেতিয়াই সি কেৱল কান্দি-কাটি এই কথাষাৰকে পেঘেনিয়াই থাকে যে তাৰ ওপৰত পুলিচে নিৰ্যাতন কৰিছে! 'লুপ্তস্মৰ' এপালি খুৱাই দিয়াৰ পিচতে সি তাৰ সকলো অপৰাধ সৈ কাঢ়ি দিলে আৰু পুলিচে তাৰ ওপৰত নিৰ্যাতন কৰাৰ কথাষাৰো অস্বীকাৰ কৰিলে।

দুয়োজন আৱিষ্কাৰককে সমৃদ্ধিশালী ভৱিষ্যতৰ পিনে আগবাঢ়ি যোৱা সেই দেশখনৰ সকলোবোৰ শিৰফুটা মানুহেই সম্বৰ্ধনা জনালে। দৰ্শকৰ আসনত বহি আছিল, তেওঁলোকৰে এজনৰ সহধৰ্মিণী। কিন্তু, তেওঁলোকে তেওঁক চিনি পোৱা যেন নেলাগিল।

# জাৰ্মানী

## হাইনৰিখ্ ব্যোল্

এই আধুনিক জাৰ্মান কথা-সাহিত্যিকগৰাকীৰ গল্পসমূহ অভাবিতৰূপে নতুন। এওঁৰ গল্পসমূহ একান্তৰূপেই প্ৰতীকী আৰু কাফ্কাৰ প্ৰভাৱেৰে স্পন্দিত। চৰিত্ৰাংকন আৰু পৰিস্থিতি-সৃষ্টিত এওঁৰ সমকক্ষ শিল্পী অতি বিৰল। তদুপৰি, তীক্ষ্ণ ব্যংগোক্তিপূৰ্ণ ইংগিতৰ সমাবেশে এওঁৰ গল্পক এটা বেলেগ স্তৰত উপনীত কৰিছে।

## উপযুক্ত চাকৰি/হাইনৰিখ্ ব্যোল্

মোৰ জীৱনৰ আটাইতকৈ বেছি তাৎপৰ্যপূৰ্ণ অধ্যায়বিলাকৰ এটা হ'ল, আলফ্ৰেড উন্সিডেলৰ কাৰখানাত চাকৰি কৰা সময়খিনি। চিন্তা-চৰ্চা কৰিবলৈ ভাল পোৱা আৰু কাম-কাজ কৰিবলৈ ভাল নোপোৱাটোৱেই মোৰ চৰিত্ৰ। কিন্তু মাজে মাজে মোক এৰা দিব নোখোজা আৰ্থিক অনাটনৰ নিচিনা পৰিস্থিতিটোৱে চাকৰি কৰিবলৈ বাধ্য কৰি তোলে; কাৰণ, কাম-কাজ নকৰিলে যেনেকৈ উপাৰ্জন কৰিব নোৱাৰি, চিন্তা কৰি থাকিলেও তেনেকৈ উপাৰ্জন কৰিব নোৱাৰি। আকৌ এবাৰ তেনেকুৱা এটা গভীৰ বিপদত পৰিয়েই শ্ৰমিক বিনিময় সন্থালৈ আবেদন জনাবলৈ বাধ্য হ'লোঁ! মই মোৰ দুৰ্ভাগ্যৰ সাতজন সঙ্গীৰে সৈতে উন্সিডেলৰ কাৰখানালৈ যাবলগীয়াত পৰিলোঁ। তাত হেনো আমিনো কি কামৰ বাবে উপযুক্ত, তাৰ এটা পৰীক্ষা দিব লাগিব।

কাৰখানাটোৰ বাহিৰখন দেখাৰ লগে লগেই মোৰ মনত এটা অবিশ্বাসৰ ভাব উদয় হ'ল। কাৰখানাটোৰ দেৱালবোৰ আয়নাৰ মস্ত-মস্ত টুকুৰা জাপি সজোৱা। কাম-কাজ বোলা বস্তুটোৰ প্ৰতি মোৰ যিদৰে এটা বেয়া পোৱাৰ ভাব আছে, বেছি পোহৰ থকা ঘৰ-দুৱাৰৰ প্ৰতিও মোৰ সেইদৰে এটা বিৰক্তিৰ ভাব অত্যন্ত প্ৰবল। মোৰ সেই অবিশ্বাসটো আৰু বেছি প্ৰখৰ হৈ উঠিল, যেতিয়া দেখিলোঁ, গৈ পোৱাৰ লগে লগে এখন উজ্জ্বল সুসজ্জিত কেন্টিনত আমাক পুৱাৰ জলপান পৰিবেশন কৰা হৈছে। কেইজনীমান ধুনীয়া পৰিচাৰিকাই আমাৰ প্ৰত্যেকৰে সমুখত কণী, কফি আৰু ৰুটি থৈ গ'লহি, আৰু থৈ গ'ল এটা পাতল ধুনীয়া চোৰাহীত অলপ সুমথিৰা টেঙাৰ ৰস। পৰিচাৰিকাকেইজনী ইমান বেছি প্ৰফুল্ল বদনে আছিল, যেন সিহঁতৰ হৃদয়ৰ আনন্দ এই মুহূৰ্ততে আমাৰ সমুখত ফাটি পৰিব। মোৰ ধাৰণা হ'ল, কেৱল কৰ্তব্যৰ হেঁচাত পৰিহে সিহঁতে

গাওঁ-গাওঁকৈ থকা গানবোৰ গাব পৰা নাই। সিহঁতৰ হৃদয় নোগোৱা গানেৰে এনেদৰে পূৰ্ণ হৈ আছিল, যেন কেইজনীমান কণী পাৰিবলগীয়া কুকুৰাই কণী নপৰাকৈ বৈ আছে।

মোৰ দুৰ্ভাগ্যৰ সঙ্গীকেইজনে যিটো বিষয়ে মুঠেই সন্দেহ কৰা নাছিল, মই সেই বস্তুটো তৎক্ষণাৎ উপলব্ধি কৰিলোঁ: পুৱাৰ এই ভোজন-পৰ্ব হ'বলগীয়া পৰীক্ষাটোৰে এটা অংশবিশেষ। গতিকে, মই বাধ্যত পৰি বস্তুবোৰ এনেধৰণে চোবাবলৈ আৰম্ভ কৰি দিলোঁ, যেন মোৰ সম্পূৰ্ণ বিশ্বাস আছে যে এই দুৰ্মূল্য দ্ৰব্যেৰে যিকোনো দেহত শক্তিৰ সঞ্চাৰ কৰিব পাৰি। মই এনে এটা কাম কৰি পেলালোঁ, যিটো কাম পৃথিবীৰ কোনো শক্তিয়েই সাধাৰণ অৱস্থাত মোৰ হতুৱাই কৰাই ল'ব নোৱাৰে: উদং পেটেৰেই সুমথিৰা টেঙাৰ ৰস পান কৰিলোঁ। কফিখিনি আৰু এটা কণী নোখোৱাকৈয়ে এৰিলোঁ আৰু কেইটুকুৰামান ৰুটিও নেখালোঁ। তাৰ পিচত, বীৰদৰ্পে আসন্ন যুদ্ধৰ বাবে প্ৰস্তুত হ'লোঁ।

পৰীক্ষা চলা কোঠাটোৰ ভিতৰলৈ প্ৰথমতে ময়েই যাবলগীয়াত পৰিলোঁ। এখন অতি চিকচিকীয়া মেজৰ ওপৰত প্ৰশ্ন-কাকতখন থৈ দিয়া আছে। কোঠাটোৰ দেৱালত এনে ধৰণৰ এটা পাতল সেউজীয়া ৰঙৰ আভাস আছে যে যিকোনো গোঁড়া গৃহসজ্জাবিশাৰদৰ কণ্ঠত যাদুৰ দৰে সেই 'চমৎকাৰ' শব্দটো খেলি যাবলৈ বাধ্য! যদিও মই ক'তো কোনো মানুহৰ ছাঁ পৰ্যন্ত দেখা নাছিলোঁ, তথাপি মোৰ নিশ্চিত বিশ্বাস জন্মিছিল যে মোৰ ওপৰত কোনোবাই চোকা দৃষ্টি ৰাখিছে। সেইবাবে, মই স্বাভাৱিক হ'বলৈ চেষ্টা কৰিছিলোঁ, যেন মোৰ আচৰণত এই ভাবটো ফুটি উঠে যে মই কাৰো সতৰ্ক দৃষ্টি সম্পৰ্কে সজাগ নহওঁ। তথাপি, মই মোৰ জেপৰপৰা অত্যন্ত চঞ্চলতাৰে সৈতে ফাউন্টেন-পেনটো উলিয়াই ললোঁ আৰু আন এখন মেজৰ সমুখত বহি লৈ সেই প্ৰশ্নকাকতখন এনেদৰে মোৰ ওচৰলৈ টানি আনিলোঁ, যেন কোনো চাহৰ দোকানত এজন বিৰত গ্ৰাহকে বিলখন টানি লৈছে।

প্ৰথম প্ৰশ্ন: আপুনি ভাবেনে যে প্ৰত্যেক মানুহৰ দুখন ভৰি, দুটা বাহু, দুটা চকু আৰু দুখন কাণ থকাটো ভাল কথা?

এই প্ৰথমবাৰৰ কাৰণে মই মোৰ চিন্তাৰ ফল অনুভৱ কৰিলোঁ আৰু লিখিলোঁ: কামৰ প্ৰতি মোৰ যি আগ্ৰহ, মই ভাবোঁ, চাৰিখন ভৰি, চাৰিটা বাহু, চাৰিটা চকু আৰু চাৰিখন কাণ থাকিলেও যথেষ্ট নহয়। মানুহৰ অঙ্গ-প্ৰত্যঙ্গৰ এই বিতৰণ ব্যৱস্থা অত্যন্ত দুখজনকৰূপে সীমিত।



দ্বিতীয় প্ৰশ্ন: আপুনি একে সময়তে কেইটা টেলিফোন ব্যৱহাৰ কৰিব পাৰে?

এইবাৰো প্ৰশ্নটোৰ উত্তৰ দিওঁতে সাধাৰণ এটা সমীকৰণৰ অঙ্ক সমাধান কৰাৰ দৰেই সহজ যেন অনুভৱ কৰিলোঁ। মই লিখিলোঁ, যদি মাত্ৰ সাতটা টেলিফোন থাকে, তথাপি মই অস্বস্তি অনুভৱ কৰিম। অন্ততঃ নটা টেলিফোন হ'লেই মোৰ যোগ্যতাৰ সামান্য পৰিচয় দিব পাৰিম।

তৃতীয় প্ৰশ্ন: আপুনি আপোনাৰ জিৰণিৰ সময়ত কি কৰে?

মোৰ উত্তৰ: মই এতিয়া আগৰ দৰে 'জিৰণি' বোলা শব্দটোকে স্বীকাৰ নকৰোঁ। মোৰ পঞ্চদশ জন্মবাৰ্ষিকীৰপৰা মই মোৰ অভিধানৰপৰা এই শব্দটো কাটি পেলাইছোঁ।

কামটো ময়েই পালোঁ। আচল কথাটো ক'বলৈ গ'লে, আনকি নটা টেলিফোন ব্যৱহাৰ কৰিবলগীয়া সত্ত্বেও মাজে মাজে মই নিজকে বেকাৰ যেন অনুভৱ কৰোঁ। মই আটাইকেইজন শ্ৰোতাকে উদ্দেশ্য কৰি চিঞৰ মাৰি দিওঁ "তৎক্ষণাৎ কৰা" অথবা "কিবা এটা কৰাঁ।"—"কিবা এটা ঘটিবই লাগিব—কিবা এটা কৰিবই লাগিব—কিবা এটা কৰা হৈছে—কিবা এটা কৰা উচিত।" কিন্তু বেছি ভাগ সময়তে মই আদেশৰ সুৰতেই কওঁ, কাৰণ, সেই সুৰটোৰেই কাৰখানাৰ পৰিবেশৰ লগত বেছি খাপ খায়।

মধ্যাহ্ন-ভোজনৰ সময়খিনি অতি আমোদজনক। কাৰণ, আমি এক নিঃশব্দ আনন্দময়তাৰ মাজত বহি খাদ্যপ্ৰাণ-সমৃদ্ধ গুৰু আহাৰ ভক্ষণ কৰোঁ। উল্সিডেলৰ কাৰখানাত লাহে লাহে এনে এদল মানুহৰ সংখ্যা ক্ৰমে বাঢ়ি আহিছিল, যিবিলাকে সিহঁতৰ জীৱন বৃত্তান্ত ক'বৰ কাৰণে এক মানসিক তাড়না অনুভৱ কৰে, ঠিক যিদৰে যিকোনো সফল ব্যৱসায়ীয়ে সেই তাড়না প্ৰবলৰূপে অনুভৱ কৰে। সিহঁতৰ বাবে সিহঁতৰ জীৱনতকৈ জীৱন-বৃত্তান্ত বেছি গুৰুত্বপূৰ্ণ। এটা নিৰ্দিষ্ট বুটাম টিপি দিলেই হ'ল, লগে লগে জীৱন-বৃত্তান্তৰ জোৱাৰ আৰম্ভ হৈ যাব।

উল্সিডেলৰ সহকাৰী গৰাকীৰ নাম ব্ৰশ্চেক্। ছাত্ৰ অৱস্থাতে তেওঁ এগৰাকী খঞ্জ বিধবা আৰু সাতোটা ল'ৰা-ছোৱালী পোহপাল দি বিশেষ খ্যাতি অৰ্জন কৰিছিল, একে সময়তে তেওঁ চাৰিটা ব্যৱসায়ী প্ৰতিষ্ঠান পৰিচালনা কৰিছিল, তদুপৰি দুবছৰৰ ভিতৰতে দুটা অতি কঠিন চৰকাৰী পৰীক্ষাত বিশেষ সফলতাৰে উত্তীৰ্ণ হৈছিল। যদি কোনো সাংবাদিকে তেওঁক প্ৰশ্ন কৰি বহে, "আপুনি শোৱে কেতিয়া?" তেওঁ অতি নিৰ্লিপ্তচিত্তেৰে উত্তৰ দিয়ে, "শোৱাটো এটা পাপ!"

উন্সিডেলৰ চেক্রেটাৰীজনে দৰ্জীৰ কাম কৰি এজন খঞ্জ আৰু চাৰিটা ল'ৰা-ছোৱালীক পোহপাল দিছিল, একেসময়তে তেওঁ মনস্তত্ত্ব আৰু ভূগোলৰ বিষয়ৰ ডিগ্ৰী লৈছিল, কুকুৰৰ বিষয়ে গবেষণা চলাইছিল আৰু এখন হোটেলত সঙ্গীতজ্ঞ হিচাপেও খ্যাতি লভিছিল।

উন্সিডেল নিজেও তেনেকুৱা এজন মানুহ, যি ৰাতিপুৱা চকু দুটা মোহাৰিয়েই কামৰ খবৰ লয়। "মই কাম কৰিবই লাগিব"—এই কথাষাৰ ড্ৰেছিং-গাউনৰ ফিটাডাল গাঁথি দি লোৱাৰ লগে লগেই উচ্চাৰণ কৰে। ডাঢ়ি খুৰাই থাকোঁতে, ব্লেডত লাগি থকা চাবোনৰ ফেন আৰু ডাঢ়িখিনি পেলাই দিওঁতেও তেওঁ ভাবে "মই কাম কৰিবই লাগিব"—ধাৰণা হৈ যায়, মুখৰ ওপৰত গজি উঠা এই ডাঢ়িখিনিয়েই তেওঁৰ কামৰ প্ৰতি আগ্ৰহৰ প্ৰথম বলি। এনে মানুহৰ কাৰণে নিত্য-নৈমিত্তিক খুচুৰা কামৰ মাজতো দিগ্বিজয়ৰ প্ৰেৰণা লুকাই থাকে। পানীখিনি পেলাই দিয়া হ'ল, কাগজখন ব্যৱহাৰ কৰা হ'ল। মুঠতে, কিবা এটা কৰা হ'ল। ৰুটি খোৱা হ'ল, কণীৰ আগটো কাটি পেলোৱা হ'ল!···

যিকোনো খুচুৰা কামেই উন্সিডেলৰ ক্ষেত্ৰত এটা বিৰাট তাৎপৰ্যপূৰ্ণ কামৰ পৰ্যায়ত পৰে: মূৰত টুপী পিন্ধা, কোটৰ বুটামকেইটা বন্ধ কৰা, ঘৈণীয়েকক চুমা খোৱা -এই সকলোবোৰ একো একোটা কাম!

তেওঁ অফিচলৈ সোমোৱাৰ লগে লগে চেক্রেটাৰীৰ পিনে চাই কয়, "কিবা এটা কৰিবই লাগিব"। চেক্রেটাৰীয়ে হাঁহি হাঁহি উত্তৰ দিয়ে "কিবা এটা কৰা হ'ব"। তাৰ পিচত, উন্সিডেলে অফিচৰ প্ৰত্যেকটো কোঠাতে সোমাই কৈ যায়, "কিবা এটা কৰিবই লাগিব"। প্ৰত্যেকেই উত্তৰ দিয়ে, "কিবা এটা কৰা হ'ব"। মোৰ কোটটোতো তেওঁ সেই উত্তৰেই পায় "কিবা এটা কৰা হ'ব"।

প্ৰথম সপ্তাহত মই মোৰ টেলিফোনৰ সংখ্যা বৃদ্ধি কৰি এঘাৰটা কৰিলোঁ; দ্বিতীয় সপ্তাহত তেৰটা কৰিলোঁ। ৰাতিপুৱা ট্ৰামত আহোঁতে নতুন নতুন কিছুমান আদেশৰ বাক্য ভাবি উলিয়াওঁ আৰু আপোন মনে হাঁহো। "কৰিব লাগিব"ৰ সলনি "ঘটিব লাগিব" ক্ৰিয়াপদটো ভাবি উলিয়াওঁ আৰু এই নতুন ক্ৰিয়াটো বিভিন্ন কালত, বিভিন্ন বচনত, বিভিন্ন পুৰুষত কি হ'ব, সেই ধাতু-ৰূপবোৰ চিন্তা কৰোঁ। সম্পূৰ্ণ দুদিন ধৰি "কিবা এটা অৱশ্যেই ইতিমধ্যে কৰা উচিত আছিল"—এই বাক্যটো ব্যৱহাৰ কৰিলোঁ, কাৰণ, বাক্যটো মোৰ কাণত বৰ ভাল লাগিছিল। তাৰ পিচত দুদিন ব্যৱহাৰ কৰিলোঁ "সেইটো ঘটা মুঠেই উচিত নাছিল।"



ক্ৰমে এইদৰে মই অলপ সক্ৰিয় যেন অনুভৱ কৰিবলৈ আৰম্ভ কৰিলোঁ। ঠিক এনে সময়তে সঁচা-সঁচিকৈয়ে কিবা এটা ঘটিল। বৃহস্পতিবাৰৰ ৰাতিপুৱা এটাৰ কথা—তেতিয়াও মই কামত বহা নাই—এনেতে উন্সিডেল বেগাবেগিকৈ মোৰ কোঠালৈ সোমাই আহিল আৰু মোৰ পিনে চাই ক'লে, "কিবা এটা কৰিবই লাগিব"। কিন্তু তেওঁৰ মুখত এনে এক অবোধ্য কিবা এটা পালোঁ যে মোৰ উত্তৰ দিবলৈ দ্বিধা জন্মিল। চিৰকালৰ অভ্যস্ত সুৰত মুখলৈ অকণমান হাঁহি টানি আনি মই ক'ব নোৱাৰিলোঁ, "কিবা এটা কৰা হ'ব"। মই উত্তৰ দিওঁতে পলম কৰা দেখি উন্সিডেলে যদিও সাধাৰণতে মুঠেই নিচিঞৰে, তথাপি চিঞৰি ক'লে, "নোকোৱা কিয়?" মই তেতিয়া সৰু ল'ৰাই যেনেকৈ অনুচ্চ আৰু দ্বিধাজড়িত কণ্ঠেৰে কয়, "মই দুষ্টামি কৰাটো সঁচা", ঠিক তেনেকুৱা এটা সুৰতে হঠাৎ কৈ পেলালোঁ "কিবা এটা ঘটিব"। মোৰ মুখৰপৰা সেই কথাষাৰ ভালকৈ নৌ-ওলাওঁতেই সঁচাসঁচিকৈয়ে কিবা এটা ঘটি গ'ল। উন্সিডেল মজিয়াৰ ওপৰত লুটি খাই পৰিল। কেইবাবাৰো বাগৰ খোৱাৰ পিচত মেল খাই থকা দুৱাৰখনৰ ওচৰত কেৰেচীয়াকৈ ঠৰঙা লাগি ৰ'ল। মই উপলব্ধি কৰিলোঁ আৰু গভীৰভাৱে নিৰীক্ষণ কৰি অনুভৱ কৰিলোঁ: তেওঁৰ মৃত্যু ঘটিছে।

নমস্কাৰৰ ভঙ্গীত মই তেওঁৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি উঠি, তেওঁৰ মৃতদেহটো ডেই বাহিৰলৈ ওলাই গলোঁ। কৰিডৰটো পাৰ হৈ মই বিনা ভূমিকাই ব্ৰশ্চেকৰ অফিচত সোমাই পৰিলোঁ। ব্ৰশ্চেকে তেতিয়া চকীখনত বহি দুয়োহাতে দুটা টেলিফোন লৈ মুখত এটা ফাউণ্টেন পেন লৈ সৰু এটা বহীত কিবাকিবি টুকি আছে। তেওঁৰ ভৰি দুখনে এটা যন্ত্ৰৰ সহায়ত কিবা এটা গুথি আছে। তেওঁ তেওঁৰ পৰিয়ালৰ বাবে প্ৰয়োজনীয় কাপোৰৰ সমস্যাটো সদায় এইদৰেই সমাধান কৰি আহিছে।

"কিবা এটা ঘটিল।"—মই খুব অনুচ্চ কণ্ঠেৰে ক'লোঁ। ব্ৰশ্চেকৰ মুখৰপৰা ফাউণ্টেন পেনটো খহি পৰিল। টেলিফোন দুটা হাতৰপৰা নমাই থ'লে আৰু অত্যন্ত অনিচ্ছাৰে সৈতে ভৰি দুখন যন্ত্ৰটোৰপৰা আঁতৰাই আনিলে।

"কি ঘটিল?" তেওঁ সুধিলে।

"মিঃ উন্সিডেলৰ মৃত্যু ঘটিছে।" মই ক'লোঁ।

"মিছা কথা।" ব্ৰশ্চেকে ক'লে।

"কিন্তু তেওঁ সঁচাকৈয়ে স্বৰ্গী হৈছে। আহকচোন, চাই যাওক।"

"মিছা কথা, অসম্ভৱ।" ব্ৰশ্চেকে আকৌ ক'লে। তাৰ পিচত তেওঁ ভৰিত চেণ্ডেলযোৰ সুমুৱাই লৈ বাহিৰলৈ ওলাই আহিল।

"মিছা কথা। মিছা কথা। একো হোৱা নাই।" উন্সিডেলৰ মৃতদেহৰ সমুখত থিয় হৈ তেওঁ ক'বলৈ ধৰিলে।

মই কোনো তৰ্ক নকৰিলোঁ। মই কেৱল অতি সন্তৰ্পণে উন্সিডেলৰ দেহটো শুই থকা মানুহৰ ভঙ্গীত লুটিয়াই দিলোঁ, চকুৰ পাহি দুটা জপাই দিলোঁ আৰু তেওঁৰ মুখলৈ চাই ৰ'লোঁ।

তেওঁলৈ হঠাতে মোৰ খুব মৰম লাগি গ'ল। মোৰ ধাৰণা হ'ল, মই তেওঁক কেতিয়াও ঘৃণা কৰা নাছিলোঁ। তেওঁৰ মুখৰ ওপৰত এনে এটা অভিব্যক্তি ফুটি উঠিছিল, যি অভিব্যক্তি ফুটি উঠে হেজাৰ খেলাৰ সঙ্গীৰ হেজাৰ যুক্তিৰ মাজতো সৰু সৰু ল'ৰা-ছোৱালীৰ মনত বৰদিনৰ সময়ত উপহাৰ দি ফুৰা ছাণ্টা ক্লজৰ প্ৰতি ৰখা বিশ্বাস অচল-অটল হৈ ৰোৱা অৱস্থাত।

"অসম্ভৱ। অসম্ভৱ।" ব্ৰশ্চেকে ক'লে।

"কিবা এটা কৰিবই লাগিব।" ব্ৰশ্চেকে ক'লে।

কিবা এটা কৰা হ'ল। উন্সিডেলক সমাধিস্থ কৰা হ'ল। তেওঁৰ কাফনৰ পাচে পাচে এথোপা কৃত্ৰিম গোলাপ লৈ শোক-যাত্ৰা কৰিবৰ কাৰণে মোকেই নিৰ্বাচন কৰা হ'ল; কাৰণ, চিন্তা আৰু নিক্ৰিয়তাই মোৰ সহজাত প্ৰতিভা নাছিল, মোৰ দেহ আৰু মুখৰ ভঙ্গী হেনো ক'লা সাজ পিন্ধিবৰ কাৰণে অদ্ভূত ধৰণে উপযুক্ত আছিল। মোৰ হাতত এথোপা কৃত্ৰিম গোলাপেৰে সৈতে উন্সিডেলৰ কফিনৰ পাচে পাচে গৈ থাকোঁতে মোক নিশ্চয়েই অত্যন্ত সুন্দৰ যেন লাগিছিল। কাৰণ, মোক এটা অভিজাত প্ৰতিষ্ঠানে বেতনভোগী শোকযাত্ৰীৰ পদ যাচি দিলে।

প্ৰতিষ্ঠানটোৰ ডিৰেক্টৰজনে মোক ক'লে, "ভগবানে তোমাক শোকযাত্ৰী হ'বৰ কাৰণেই জন্ম দিছে। কেৱল কাপোৰ সাজ পিন্ধিলেই হ'ল। আৰু তোমাৰ মুখখন অতি চমৎকাৰ!"

মই ব্ৰশ্চেকলৈ মোৰ পদত্যাগ-পত্ৰ পঠিয়াই দিলোঁ। কাৰণটো দিলোঁ, মোৰ কাম কৰা যেন লগাই নাই; যদিও মই একে সময়তে তেৰটা টেলিফোনৰ প্ৰতি মনোযোগ দিব লাগে, তথাপি মোৰ যোগ্যতাৰ এটা বৃহৎ অংশ অব্যৱহৃত হৈ ৰয়। বেতনভোগী শোকযাত্ৰী হিচাপে এদিন মাত্ৰ কাম কৰাৰ পিচতে মই সম্পূৰ্ণ উপলব্ধি কৰিলোঁ: এই কামটোৱেই মোৰ উপযুক্ত কাম, এই চাকৰিটোৰ কাৰণেই মই জন্ম লৈছিলোঁ।



গীৰ্জাৰ সমুখৰ চোতালত এটা কফিনৰ সমুখত এথোপা ফুল লৈ চিন্তাযুক্ত হৈ বহি থাকোঁ। তেতিয়া হয়তো হেণ্ডেলৰ দ্বাৰা ৰচিত এটা করুণ সুৰ বাজি থাকে, যদিও সেই সুৰৰ প্ৰতি কোনেও কাণ নিদিয়ে। গীৰ্জাৰ ওচৰতে থকা এখন কাফে মোৰ প্ৰাত্যহিক জীৱনৰ চিৰসঙ্গী। কামৰ ফাকে ফাকে মই সেই কাফেত বহোঁগৈ। কেতিয়াবা মোক নিয়োগ নকৰিলেও দুই এক অপৰিচিত কফিনৰ অনুসৰণ কৰোঁ, নিজৰ জেপৰ পইচা ভাঙি এথোপা সস্তীয়া ফুল কিনি আনো আৰু কোনোবা ৰিফিউজীৰ মৃতদেহৰ প্ৰতি সন্মান দেখুৱাই শোকাশ্ৰু নিবেদন কৰোঁ। মাজে মাজে উন্সিডেলৰ কবৰতো এথোপা ফুল থৈ আহোঁগৈ, কাৰণ, এই উন্সিডেলৰ কাৰণেই মোৰ সঠিক চাকৰিটো আবিষ্কাৰ কৰিব পাৰিলোঁ, যিটো চাকৰিত চিন্তাৰ এটা নিৰ্ভেজাল মূল্য আছে আৰু নিক্ৰিয়তাই আটাইতকৈ প্ৰয়োজনীয় কাম।

বহুতদিনৰ মূৰতহে মই বুজিব পাৰিছিলোঁ, উন্সিডেলৰ কাৰখানাত তৈয়াৰী হোৱা বস্তুবোৰৰ প্ৰতি মোৰ কোনো আকৰ্ষণেই নাছিল। সেই কাৰখানাত চাবোন তৈয়াৰী কৰিছিল।

## যুগোশ্লাভিয়া

### বোৰা ষ্টৈন্‌কোভিচ্

বোৰা ষ্টৈনকোভিচ্ সাম্প্ৰতিক কালৰ যুগোশ্লাভ সাহিত্যত এটি অনতিপৰিচিত নাম। এই মহিলা-সাহিত্যিকগৰাকীৰ গল্পসমূহত এক অনবদ্য হাস্যমধুৰ উজ্জলতা লক্ষ্য কৰা যায়। জীৱন সম্পৰ্কে তেওঁৰ দৃষ্টিভংগী অতি সুস্থ আৰু অনাবিল। তেওঁৰ সংলাপৰ শক্তিশালী প্ৰয়োগ লক্ষ্য কৰিবলগীয়া বৈশিষ্ট্য।

## ফেঁটীসাপ/ বোৰা ষ্টৈন্‌কোভিচ্

"ধৰ্মাৱতাৰ, আজি দুবছৰ ধৰি তেওঁ মোক বহুত কষ্ট দিছে। মাজে মাজে এনেকুৱা লাগে যেন নদীত জাপ দি আত্মহত্যা কৰিম।" বিচাৰকৰ সমুখত থিয় হৈ এগৰাকী গাভৰুৱে নিজৰ দুখৰ কথা বৰ্ণনা কৰিলে। এটা দীঘল হুমুনিয়াহ কাঢ়ি ঘটনাটো বিভিন্ন দৃষ্টিকোণৰপৰা ব্যাখ্যা কৰিবলৈ ধৰিলে। তেওঁৰ মতে, তেওঁ এগৰাকী দুৰ্বল, ভাবপ্ৰৱণ নাৰী; আৰু তেওঁৰ স্বামী এগৰাকী নিৰ্বিকাৰ নৰ-পশুৰ বাহিৰে আন একো নহয়।

ঘৰুৱা জীৱনৰ বহু ঘাত-প্ৰতিঘাতৰ লগত পৰিচিত বিচাৰকজনে হাতৰ কাগজখন লিৰিকি-বিদাৰি সহানুভূতিসূচক প্ৰশ্ন কৰিলেঃ "তেওঁ তোমাক মাৰপিট কৰে নেকি ?"

"মাৰপিট ? ওঁ-হো, মুঠেই নকৰে। কিন্তু, তেওঁ তাতকৈয়ো সাংঘাতিক কাম কৰে। ভাল গুণ বুলিবলৈ তেওঁৰ একোৱেই নাই। অথচ, নিজৰ গুণ নিজেই যহাবলৈ আহে! নিলাজৰ দৰে মোক কয়, তেওঁ হেনো মোক ভীষণ ভাল পায়; মোক নেদেখাকৈ হেনো এখন্তেকো থাকিব নোৱাৰে।" গাভৰুগৰাকীয়ে কৈ যাবলৈ ধৰিলে।

"আচল কথালৈ আহাঁ।" বিচাৰকে গম্ভীৰ কণ্ঠেৰে তেওঁক সোঁৱৰাই দিলে।

"এই দুটা বছৰ যে কেনেকৈ কাটিছে, নিজেই ক'ব নোৱাৰোঁ। তেওঁৰ কথা-কাণ্ড দেখি মোৰ তিতা-কেঁহা লাগিছে। ধৰ্মাৱতাৰ, আঢ়ৈ বছৰৰ ভিতৰতে মোৰ মৰণ এনেকৈ চমু চাপি আহিব বুলি জনা হ'লে তেওঁৰ লগত বিয়াই নোসোমালোহেঁতেন। এতিয়া কেৱল দিন গণিছোঁ, কেতিয়া সিপাৰ হ'ব লাগে!" গাভৰুগৰাকীয়ে খঙতে কঁপি কঁপি ক'বলৈ ধৰিলে।

"তাৰ কিবা প্ৰমাণ আছে নেকি ?" বিচাৰকে আকৌ প্ৰশ্ন কৰিলে।

"প্ৰমাণ আপোনাক দিওঁ, ৰ'ব। আপোনাৰ কাৰণে দেখিছোঁ মোৰ

আত্মাৰ সংকটতকৈ বাহ্যিক প্ৰমাণটোহে বেছি ডাঙৰ হৈ উঠিছে। যোৱা দেওবাৰে মই এটা দামী সাঁচতীয়া বস্তু হেৰুৱাইছোঁ।”

“কি সাঁচতীয়া বস্তু?”

“এটা দামী ফুলদানী। ভঙা কাঁচবোৰ বুটলিবৰ সময়ত বুকুখন চমচমাই গৈছিল। গোটেই ৰাতিটো কান্দিয়েই কটালোঁ। সেইবোৰ বেজাৰৰ কথা .....”

বিচাৰকে আকৌ বাধা দিলে: “কিন্তু, তোমাৰ স্বামীৰ লগত ঘটনাটোৰ সম্পৰ্ক কি?”

“তেওঁৰ সেই তীখাৰ মূৰটো। সেইটোক গুৰি কৰিব খুজিছিলোঁ। ইমান বিৰক্তি লাগিছিল যে, ডাঙৰ আয়নাখনকে দলি মাৰি পঠিয়াম নেকি—ভাবিছিলোঁ।”

বিচাৰকে সুধিলে: “কিন্তু, তোমাৰ বিৰক্তি লাগিছিল কিয়?”

মানুহজনীয়ে উত্তৰ দিলে: “তেওঁৰ ধৰণ-কৰণ দেখি, তেওঁৰ অজলা ভাওটো দেখি?”

বিচাৰকে অলপ আচৰিত হৈ সুধিলে: “অজলা ভাওটো দেখি?”

“হয়। সেই অজলা ভাওটো দেখিলে গা'টো জ্বলি উঠে।”

বিচাৰকে এবাৰ ডিঙিটো খজুৱাই, হাতখন মেজৰ ওপৰত থৈ ক'লে: “কথাটো খুলিয়েই কোৱাচোন, তেওঁনো তোমাক কি ধৰণে অত্যাচাৰ কৰে?”

তেওঁ উত্তৰ দিলে: “মানে গালি-গালাজ, মাৰপিট—এইবোৰ কথা নুঠে। আনকি, তেওঁ মোক শাও-শপনিও নিদিয়ে।”

“তেনেহ'লে তোমাৰনো অভিযোগটো কি?”

“ধৰ্মাৰতাৰ, তেওঁ মুখেৰে নেমাতে।”

বিচাৰকজন এইবাৰ দোধোৰ-মোধোৰত পৰিল: “মুখেৰে নেমাতে?”

মানুহজনীয়ে ক'বলৈ ধৰিলে: “হয় ধৰ্মাৰতাৰ। তেওঁ মৰা-শ'ৰ দৰে মুখেৰে নেমাতে। মাত নাই, বোল নাই, যেন এটা জন্তু।”

“তেনেহ'লে তুমিও মুখেৰে নমতাকৈ থাকিবা।” বিচাৰকে পৰামৰ্শ দিলে।

“পাৰিলোহেঁতেন; ময়ো যদি তেওঁৰ নিচিনা এটা জানোৱাৰ হ'লোহেঁতেন চিঞৰ-বাখৰ কৰি কৰি মোৰ বুকুখন চমচমাবলৈ ধৰে, মূৰটো আচন্দ্ৰাই কৰি আনে। লোকৰ সেইফালে কাণ-সাৰেই নাই। মই যেন ক'ৰবাৰ কিবা এটাহে। মই যেতিয়া খঙতে আধা-বলিয়া যেন হওঁ, তেতিয়া আকৌ যিহে কোমল মাতেৰে



মাতি দেখুৱাবহি: 'অলপ সময় জিৰণি লোৱাচোন'। ক'বলৈ বাকীয়েই নাই।” বহুত কথা কৈ উঠাৰ পিচত, মানুহজনী অলপ থমকিল।

বিচাৰকে নিজৰ কপালখন মোহাৰি মোহাৰি ক'লে: “কিন্তু তুমিনো এই তুবছৰ ধৰি তেওঁক কিয় এইদৰে গালি-শপনি পাৰি আছা?”

“নেপাৰি কি কৰোঁ? মতি-গতি মুঠেই ভাল নহয়। কত মানুহ গ'ল দহ দেশ ফুৰি দহ কথা শিকিবলৈ। সেইবোৰ কথাত মন নাই; তেওঁ যাব ফপহুতা মেলবোৰলৈ। ক'লে আকৌ ক'ব, সকলোৱেই হেনো বিদেশলৈ যাব নোৱাৰে। আৰু, গোটেইবোৰ মানুহেই যদি বিদেশতে ঘূৰি ফুৰে, দেশখননো চলিব কেনেকৈ? তেনেবোৰ কথা শুনিলে খং নুঠি কি! খঙতে তেতিয়া বস্তু-বেহানিবোৰকে ভাঙি চূৰমাৰ কৰোঁ। কোনে কোন দেশলৈ গৈ কাৰ কাৰণে কি আনিলে—সেইবোৰো মাজে মাজে শুনাই থাকোঁ। ওঁ-হো, সেইবোৰ খবৰ নাই—মোৰ কেইসাজ বিদেশী কাপোৰ আছে। আছে মাথোন এই ব্লাউজটো। তাকো পুৰণি বস্তু বেচা দোকানৰপৰা কিনা। বাটেদি যাওঁতে ভাবোঁ, মানুহ-বোৰে চাগে ব্লাউজটোৰ পিনে আঙুলিয়াই দেখুৱাই কৈছে: “সেইটো বিদেশী কাপোৰৰ নহয়, বুজিছা। ক'ৰবাৰ সস্তীয়া দোকানৰপৰা কিনা বস্তু!” সিদিনা আকৌ মোক কৈছে, তেওঁৰ চাকৰিটো বোলে বিদেশলৈ যাব পৰা বিধৰ নহয়। ময়ো শুনাই দিছোঁ ভালকৈ। তেনে চাকৰি লৈছিলানো কিয়? বিদেশলৈ যোৱাৰ সুযোগ থকা চাকৰি এটা বিচাৰি ল'বলৈনো কোনে হাক দিছিল? ভাল কোম্পানী এটাৰ চাকৰি এটাকেনো বিচাৰি নোলোৱা কিয়? নাইবা আজিকালি বিদেশলৈ অতবোৰ সঁজাতি দল আহি-গৈ থাকে, তাৰ ভিতৰৰে এটাত সোমাই নপৰা কিয়? মই তাকে কওঁ, আচল বস্তুটো হ'ল টকা .....”

মানুহজনীয়ে উশাহ সলাবলৈ অলপ ৰওঁতেই বিচাৰকে প্ৰশ্ন কৰিলে: “বিবাহ-বিচ্ছেদৰ সপক্ষে এইটোৱেই একমাত্ৰ কাৰণ নেকি?”

মানুহজনীয়ে টপৰাই উত্তৰ দিলে: “ওঁ-হো, নহয়। আৰু বহুত কাৰণ আছে। যেনে ধৰক, কেইদিনমানৰ আগতে চিনেমা চোৱাৰ কথা ভাবিছিলোঁ। তেওঁক ক'লোঁ, টিকট কিনি আনিবলৈ! ইফালে চিন্তা-চৰ্চা কৰি থাকোঁতে সিফালে টিকটৰ সঁচেই নোহোৱা হ'ল।”

বিচাৰকে উপায়-বুদ্ধি হেৰুৱাই সমুখৰ কাগজখনত আঁকবাঁক কৰিবলৈ ধৰিলে। তাৰ পিচত ক'লে: “কথাটো ইমানপৰে বুজি পাইছোঁ। তুমি তেওঁৰ বিৰুদ্ধে গোচৰ তৰাৰ মূল কাৰণটো হ'ল, তেওঁৰ আৰ্থিক অৱস্থা

ভাল নহয়। তদুপৰি, তেওঁ তোমাৰ গালি-গালাজৰ প্ৰতিও বিশেষ কাণ নিদিয়ে। তোমাৰ খং উঠাৰ কাৰণ ইমানেই। কিন্তু, মোৰ মতেৰে এয়েই যথেষ্ট নহয়।”

“হুঁ, যথেষ্ট নহয়? মোৰ অৱস্থাত পৰা হ'লে বুজি পালেহেঁতেন। এইদৰে চলাটো অসম্ভৱ। এইখিনিয়েই আটিছেগৈ; আৰু নো আপুনি কি বিচাৰিছে?”

বিচাৰকে সান্ত্বনাৰ সুৰত ক'লে: “বুজিছোঁ। কিন্তু, মই নিৰুপায়। তুমি তেওঁক উবাই-ঘূৰাই গালি পাৰি থাকা আৰু তেওঁ কেৱল মনে মনে শুনি থাকে। আইনৰ চকুত কেৱল এইখিনিয়েই বিবাহ-বিচ্ছেদৰ সপক্ষে যথেষ্ট কাৰণ নহয়।”

“কেৱল এইখিনিয়েই নহয়। আৰু বহুত কাৰণ আছে।” মানুহজনীয়ে উত্তৰ দিলে।

“আৰু কি কাৰণ আছে, কোৱাঁ।” বিচাৰকে ক'লে।

মানুহজনীয়ে তেতিয়া ক'বলৈ ধৰিলে: “তেওঁৰ এখন সৰু টোকা-বহী আছে। খং উঠিলে মই যিবোৰ কথা কওঁ, তেওঁ সেই বহীখনত প্ৰত্যেকটো টুকি থয়। তেওঁ জানিবা অফিচৰ সময় ৰখা পহৰীয়াহে। সোঁৱা চাওক, এতিয়াও তেওঁ সেই কামকে কৰি আছে। মই যেতিয়া চিঞৰি চিঞৰি ভাগৰি পৰোঁ, তেতিয়া তেওঁ মোক এইদৰে কয়হি: ‘তুমি মোক বৰ্বৰ আৰু ডকাইত বুলি গালি পাৰিছিলা। কিন্তু, ডকাইতবোৰতকৈ ধনী কোনোৰেই নাই। তুমি মোক হিপোপটেমাচ্ আৰু বোন্দা মেকুৰী বুলি ক'বলৈয়ো এৰা নাই। এই সপ্তাহত তুমি মুঠতে দহবাৰ মোক অসভ্য বৰ্বৰ বুলি কৈছা। কিন্তু, এইবোৰ গালিৰ কোনো মূল্য নাই।’ তাৰ পিচত, তেওঁ মোক আদৰ কৰিবলৈ আহে।”

“তেতিয়া তুমি কি কৰা?” বিচাৰকে আগ্ৰহেৰে সুধিলে।

“মই এই আটাইবোৰ সহ্য কৰি যাওঁ। তথাপি, আপুনি ক'ব খুজিছে, এইবোৰ অত্যাচাৰ কোনো অত্যাচাৰেই নহয়। এবাৰ চাওকচোন তেওঁৰ পিনে। এতিয়াও তেওঁ মোৰ কথাবোৰ টুকিবলৈ ধৰিছে। ধৰ্মাৱতাৰ; আপুনি মোক এই ৰাক্ষসটোৰ হাতৰপৰা উদ্ধাৰ কৰক। নহ'লে, আপোনাৰ ভীষণ পাপ লাগিব।”

“পাপ মানে?” বিচাৰকে গম্ভীৰ কণ্ঠেৰে সুধিলে।

“আপোনাক মই আগতেই কৈছোঁ, জীয়া-মৰা দুয়োটাই মোৰ কাৰণে সমান হৈ পৰিছে। আপুনি তেওঁক সেইদৰে লিখি থাকিবলৈ নিদিব। অন্ততঃ



এই আদালতৰ ভিতৰত এনে অত্যাচাৰ কৰিবলৈ নিদিব।” ইয়াৰ পিচত তেওঁ গিৰীয়েকৰ পিনে চাই ক'বলৈ ধৰিলে: “তোমাক কিহে পাইছে, কটা অসভ্য ক'ৰবাৰ! সেইখন সোনকালে জপাই থোৱাঁ; নহ'লে মই চিঞৰি দিম। সভাই-সমিতিয়ে লোকৰ কথা টুকি ৰখাৰ কিবা এটা মানে হয়। কিন্তু, ঘৰৰ মানুহৰ কথা এইদৰে টুকি থোৱাৰ কি মানে থাকিব পাৰে? ঘৰ-সংসাৰ যে ৰাজহুৱা সভা নহয়, জানা নে নেজানা?”

অৱশেষত, তেওঁ উত্তেজনাৰ চৰম সীমা চুই কৈ পেলালে; “তুমি মুঠতে মানুহ নহয়; তুমি এটা ফেঁটীসাপ।”

“কি ক'লা? ফেঁটীসাপ?” ইমানপৰ নীৰৱে বহি থকা মানুহজনৰ দেহত যেন বিজুলীৰ সোঁত এটা বৈ গ'ল। তেওঁ আকৌ সুধিলে: “তুমি কি কৈছা, এবাৰ ভাবি চাইছা নে?”

“অ' হয়, মই পাহৰি গৈছিলোঁ। মই তোমাক কেৰ্কেটুৱা বুলিহে ক'ব খুজিছিলোঁ।”

“সেইবুলি তুমি মোক ইমানবোৰ মানুহৰ আগত ফেঁটীসাপ বুলি কিয় ক'বা?” অলপ সময় ৰৈ তেওঁ বিচাৰকৰ ফালে চাই ক'বলৈ ধৰিলে: “ধৰ্মাৱতাৰ, তেওঁ মোক সদায় মদপী, দগাবাজ, গুণ্ডা আদি যিহকে-তিহকে কৈ গালি পাৰি থাকে! মাইকী মানুহৰ খং উঠিলে একো কাণ্ড-জ্ঞান নেথাকে বুলি জানো। সেইবাবে, খং উঠিলে সেইবোৰহে নেলাগে, আৰু বেয়াকৈ গালি পাৰিলেও বেয়া নেপাওঁ। কাৰণ, খংটো শাম কাটিলেই আটাইবোৰ তল পৰে। সেইবাবে, তেতিয়া মই তেওঁক নোজোকাওঁ। কথাটো হ'ল, মোৰ স্বভাৱটো কিছু সংযত। ভাল বেয়া দুয়োটাকে মই গ্ৰহণ কৰিব জানো কিন্তু, কিছুদিনৰপৰা তেওঁ সীমা চেৰাই গৈছে; হোৱাই-নোহোৱাই মোক অপমান কৰে মই তাৰ নমুনা দিব পাৰোঁ। কেইদিনমানৰ আগতে তেওঁ মোক কৈছে, মই হেনো ক'ৰবাত গেলা কণী খাই আহিছোঁ; মই হেনো সৰুতে নিশ্চয় খহুৱা আছিলোঁ; আৰু মই হেনো শুবৰ সময়ত নাকেৰে ঘোৰঘোৰাওঁ। শপত খাই ক'ব পাৰোঁ, এইবোৰ একেবাৰে মিছা কথা। মোৰ তাহানিকালৰ ফটো এখন আছে। সেইখন চালেই ধৰিব পাৰিব, মোৰ গাত খহু হৈছিল নে নাই। আপুনি অৱশ্যে ক'ব পাৰে, কিজানি মই ফটোত থকা দাগবোৰ ধুবৰ সময়ত সলোৱাই লৈছিলোঁ! মই যে তেনে কাম কৰা নাই, তাৰো সাক্ষী দিব পাৰোঁ। ধৰ্মাৱতাৰ, আপুনি যদি নাকেৰে ঘোৰঘোৰোৱা কথাটো সঁচা বুলি ভাবিছে, তেনেহ'লে মই শুই থাকোঁতে প্ৰমাণ চাব পাৰে। আৰু এই

বিবাহ-বিচ্ছেদৰ কথাটোতো মই মত দিছিলোঁ, তেওঁ অনুৰোধ কৰাৰ বাবেহে। মই যাক মৰম কৰোঁ, তেওঁৰপৰা মই এনেবোৰ অপমান সহিব নোৱাৰোঁ। মোৰ স্বভাৱটোৱেই এনেকুৱা। খং উঠিলে তেওঁ যদি মোক কুকুৰ-মেকুৰীকৈ গালি পাৰে, তথাপি মই সহিব পাৰোঁ। কিন্তু, ইমানবোৰ মানুহৰ আগত ফেঁটীসাপ বুলি ক'লে সহিব নোৱাৰি। কাৰণ, এইটো একেবাৰে অতিৰঞ্জিত কথা।"

গিৰীয়েকে এইদৰে অনৰ্গল কথা কৈ যাওঁতে, মানুহজনীয়ে তেওঁৰ কথাবোৰ একান্তমনেৰে শুনি গৈছিল। কথাখিনি শেষ হ'লত, তেওঁ গিৰীয়েকৰ ওচৰলৈ গৈ হঠাতে নতুনকৈ বিয়া হোৱা কইনাৰ দৰে তেওঁক সাৱটি ধৰিলে। তাৰ পিচত, লাহে লাহে ক'লে ঃ "তোমাৰ খং উঠিছে নেকি ?···ধৰ্মাৱতাৰ, মই বিবাহ-বিচ্ছেদ নিবিচাৰোঁ।"

গিৰীয়েকৰ মুখলৈ চাই মানুহজনীয়ে সান্ত্বনাৰ সুৰত ক'বলৈ ধৰিলে ঃ "তোমাৰ তেনেহ'লে মোৰ ওপৰত খং উঠিছিল! তোমাক ফেঁটীসাপ বুলি কোৱাটো মোৰ সঁচাকৈয়ে ভুল হৈছিল······।"

# হাংগেৰী

## কালমেন মিক্সজাথ্

কালমেন মিক্সজাথ্ ( ১৮৪৯-১৯২২ ) হাংগেৰীৰ প্ৰসিদ্ধতম লিখকসকলৰ এজন। তেওঁ কেৱল চুটিগল্পই লিখা নাই, কেইখনমান উপন্যাসো লিখিছে। তেওঁৰ স্বদেশপ্ৰেম অতুলনীয়। বেছিভাগ চুটিগল্পতে খেতিয়কৰ জীৱনৰ নানা দিশ বৰ্ণনা কৰিছে।

## সেউজীয়া মাখি/কালমেন মিক্সজাথ্

গাঁৱৰ ভিতৰত আটাইতকৈ ধনী বুঢ়া খেতিয়কজন ভীষণ টান নৰিয়াত পৰিল। ক'বলৈ গ'লে, জীৱন-মৃত্যুৰ টনা-আঁজোৰা চলিল। ভগবানে নিজেই তেওঁৰ বিচাৰ কৰিবলৈ লৈছে। তেওঁ যেন সেই খেতিয়কজনক দৃষ্টান্ত স্বৰূপে গোটেই মানুহ জাতিটোকে ক'ব খুজিলে :

"জন গলৰ অৱস্থাটো এবাৰ চাই লোৱা। তোমালোক মৰণশীল মানুহবোৰে নিজকে কি বুলি কল্পনা কৰিছা? তোমালোক লেখৰ ভিতৰতে নপৰা। জন গলক অন্ততঃ লেখত ল'বলগীয়া কোনোবা এজন বুলি ক'ব পাৰি। আনকি, গাঁৱৰ প্ৰধান বিচাৰপতিয়েও মাজে মাজে তেওঁৰ লগত কৰমৰ্দন কৰে। কাউণ্টেছেও মাজে-সময়ে তেওঁৰ ঘৰত আতিথ্য গ্ৰহণ কৰে। তোমালোকৰ মাজত তেওঁৱেই আটাইতকৈ ধনী। অথচ, তেওঁকো মই সংহাৰ কৰিব পাৰোঁ। আৰু, তাকে কৰিবৰ বাবে মই কোনো ক্ষুধাতুৰ ভালুকৰ হতুৱাই তেওঁক কামোৰাবৰ প্ৰয়োজন নহয়; অথবা তেওঁৰ মূৰৰ ওপৰত এজোপা প্ৰকাণ্ড ওক গছ উঘালি আনি পেলাবৰো প্ৰয়োজন নাই। সামান্য এটা মাখিৰ হতুৱায়েই মই সেই কামটো কৰাই ল'ব পাৰোঁ।"

আচল ঘটনাটোও সেইটোৱেই। এটা মাখিয়ে তেওঁৰ হাতখনত কামুৰিছিল। লাহে লাহে হাতখন উখহিবলৈ ধৰিলে। হাতখন প্ৰথমতে ৰঙা পৰিছিল; তাৰ পিচত ক'লা পৰি আহিল।

গাঁৱৰ পুৰোহিত আৰু কাউণ্টেছে এজন ডাক্তৰ মাতিবলৈ পৰামৰ্শ দিলে।

তেওঁ এজন সাধাৰণ অস্ত্ৰ-চিকিৎসককেই মতাৰ কথা ভাবিছিল। কিন্তু তেওঁলোকে বুডাপেষ্টৰপৰা এজন বিশেষজ্ঞক টেলিগ্ৰাম কৰি মাতি আনিবলৈ যথেষ্ট খট-বান্ধ লগালে। অৱশেষত, অধ্যাপক বাৰ্লিক মতাটোৱেই ঠিৰাং



হ'ল। যদিও তেওঁৰ হতুৱাই এবাৰ চোৱালেই তিনি শ ফ্লোৰিন দিব লাগিব তথাপি ধনখিনি খৰচ কৰা সাৰ্থক হ'ব।

"কোনো মানে নহয়। সেই সাধাৰণ মাখিটোৱে মোক তিনি শ ফ্লোৰিন ভৰাবলৈ কোনোমতেই সক্ষম নহয়।" খেতিয়কজনে ক'লে।

কাউণ্টেছে কিন্তু তেওঁৰ সিদ্ধান্ত সলনি নকৰিলে; আৰু ডাক্তৰৰ ফিজ্‌খিনি নিজৰ হাতৰপৰাই দিব বুলি ক'লে। কথাষাৰে কাম দিলে। জন গল মানুহজন যথেষ্ট অহংকাৰী। গতিকে, টেলিগ্ৰামখন পঠাই দিয়া হ'ল। ষ্টেশ্যনলৈ পঠাই দিয়া ঘোঁৰা-বাগীখনত এজন ক্ষীণ, চশ্‌মা পিন্ধা আৰু বিশেষ ব্যক্তিত্বৰ ছাপ নথকা ডেকা মানুহ আহি ওলালহি।

বুঢ়া খেতিয়কজনৰ গাভৰু পত্নীয়ে তেওঁক পদুলিমুখৰপৰা আগবঢ়াই আনিলে।

"আপুনিয়েই তেনেহ'লে বুডাপেষ্টৰ বিখ্যাত ডাক্তৰ? আহক, মোৰ স্বামীক এবাৰ চাই দিয়ক। মাখি এটাই কামুৰিলতে তেওঁ যি হুলস্থুলখন লগাইছে, যেন মাখিয়ে কামোৰা নাই—হাতীয়েহে কামুৰিছে।" মিচেছ গলে ক'লে।

কথাষাৰ সম্পূৰ্ণৰূপে মিছা। কাৰণ, জন গলে এই বিষয়ে এটা শব্দও উচ্চাৰণ কৰা নাছিল। আনকি, নুসুধিলে তেওঁ কামোৰা কথাটো উল্লেখেই নকৰে; আৰু সুধিলেও তেওঁ অত্যন্ত অনিচ্ছাৰেহে কয়। বিচনাখনৰ ওপৰত তেওঁ নিৰ্বিকাৰভাৱে পৰি আছিল। তেওঁৰ মূৰটো এখন ভেৰা-ছাগলীৰ কোমল ছালৰ ওপৰত ভৰ দি থোৱা আছিল; আৰু তেওঁৰ মুখত লাগি আছিল ধপাতৰ পাইপটো।

"ডাঙৰীয়া, আপোনাৰ অসুখটো কেনেকুৱা কওকচোন। শুনিলোঁ, আপোনাক হেনো মাখিয়ে কামুৰিলে?" ডাক্তৰে সুধিলে।

"এৰা, কথা সিমানেই।" খেতিয়কজনে দাঁত কামুৰি ক'লে।

"মাখিটো বাৰু কেনেকুৱা ধৰণৰ আছিল?"

"সেউজীয়া মাখি।" খেতিয়কজনে থোৰতে ক'লে।

এনেতে তিৰোতাগৰাকীয়ে মাত লগালে: "ডাক্তৰ, আপুনি বাৰু তেওঁক কথাবোৰ সোধকচোন! মই অলপ কামত ব্যস্ত হৈ আছোঁ। জুহালৰ ওপৰত পূৰাপূৰি ন'টা পাওৰুটি এৰি থৈ আহিছোঁ।"

"ভাল বাৰু, আই!" ডাক্তৰে অলপ অন্যমনস্কভাৱে ক'লে।

"হেৰি, আপোনাৰ বয়স যিটো, আপুনি মোৰ দেউতা বুলি ক'লেহে

শুৱাব। আপুনি দেখিছোঁ, আপোনাৰ চকুহালৰ আগত থকা খিৰিকী দুখনৰ মাজেৰে ভালকৈ দেখাই নেপায়।" তিৰোতাগৰাকীয়ে অলপ খঙৰ সুৰত আৰু অলপ ঠেও ধৰাৰ সুৰত ক'লে।

মানুহজনী ঘপহ্‌কৈ ঘূৰিল। যাবৰ সময়ত তেওঁ তেওঁৰ যৌৱন আৰু শক্তিৰ পৰিচয় দি এনেদৰে ঠৰঙা হৈ খোজ দিছিল যে তেওঁৰ অতিপাতকৈ কলপ্‌ দিয়া স্কার্টটোৰে এজাক বতাহ উৰাই থৈ গ'ল।

ডাক্তৰৰ চকুহালে মানুহজনী যোৱাৰ পিনে চাই ৰ'ল। মানুহজনী অতিপাত ধুনীয়া, বয়সো সঁচাসঁচিকৈয়ে তেওঁতকৈ বহুত কম, বয়সটো যে স্বামীৰ তুলনাত ভাবিব নোৱাৰা ধৰণে কম—নক'লেও হ'ব। ডাক্তৰে মুখৰ ভিতৰতে ক্ষমা খুজিলে। কিন্তু কথাষাৰ ফুটাই ক'বলৈ নৌ পাওঁতেই, মানুহজনী কোনোবাখিনি পালেগৈ।

"চাওঁ, আপোনাৰ হাতখন চাবলৈ দিয়কচোন। বিষাইছে নেকি ?"

"বাৰুকৈয়ে বিষাইছে।"

ডাক্তৰে সেই উখহি থকা হাতখন পৰীক্ষা কৰিবলৈ ধৰিলে। লাহে লাহে তেওঁৰ মুখখন গম্ভীৰ হৈ উঠিল।

"কথা অলপ গুৰুতৰেই। ই নিশ্চয় অতি বিষাক্ত কীট হ'ব লাগিব।"

"হ'ব পাৰে। মূঠতে ই সাধাৰণ বিধৰ মাখি নহয় বুলি ক'ব পাৰোঁ।" মানুহজনে নির্বিকাৰভাৱে ক'লে।

"এই মাখিটো কোনোবা মৰা-শ'ৰ ওপৰৰপৰা অহা মাখি।"

জন গলে এই খবৰটো পোৱাৰ বাবে কেৱল এষাৰ নীৰৱ গালি পাৰিলে।

"ভাগ্য ভাল, মই ঠিক সময়তে আহি পাইছোঁহি। এতিয়া অন্ততঃ কিবা এটা কৰিব পৰা যাব। কালিলৈকে বাট চোৱা হ'লে, বৰ পলম হৈ গ'লহেঁতেন। তেতিয়া আপোনাৰ মৃত্যুৰ বাহিৰে আন কোনো সম্ভাৱনাই নেথাকিলহেঁতেন।"

"ইমান সাংঘাতিকনে ?" খেতিয়কজনে পাইপৰ ভিতৰৰ ধপাতখিনি বুঢ়া আঙুলিটোৰে হেঁচি হেঁচি সুধিলে।

"ৰক্ত যেতিয়া বিষাক্ত হ'বলৈ ধৰে, তেতিয়া তাৰ গতি অতি খৰ হয়। এতিয়া মূঠতে সময় নষ্ট কৰিব নোৱাৰি। আপুনি মনটো অলপ ডাঠ কৰি লওঁক। আপোনাৰ হাতখন বাহুৰ ওচৰতে কাটি পেলাব লাগিব।"

"বাহুৰ ওচৰতে ?" মানুহজনে আচৰিত হৈ সুধিলে। প্রশ্নটোত অলপ বিদ্রূপৰ পৰশ যেনেকৈ আছিল, যথেষ্ট অসহায়ৰ ভাবো তেনেকৈ ফুটি উঠিছিল।



"এৰা! ইয়াৰ বাহিৰে আন উপায় নাই।"

জন গলে কোনো কথাই নক'লে; তেওঁ কেৱল মূৰটো জোকাৰিলে আৰু নীৰৱে পাইপ হুপিবলৈ ধৰিলে।

"চাওক, আপুনি অকণো দুখ নেপায়। আপোনাক মই টোপনি অহাৰ ঔষধ দি ল'ম। সাৰ পাই উঠিলে দেখিব, আপুনি এই যাত্রালৈ ৰক্ষা পাইছে। তাকে নকৰিলে, কাইলৈ ঠিক এনেকুৱা সময়ত আপোনাৰ আৰু মৰা নিগনি এটাৰ মাজত কোনো প্রভেদ নেথাকিব। আনকি, ঈশ্বৰেও আপোনাক ৰক্ষা কৰিব নোৱাৰিব।" ডাক্তৰে তেওঁক প্রত্যয় জন্মোৱাৰ সুৰত ক'লে।

"আঃ, মোক অলপ শান্তিৰে থাকিবলৈ দিয়ক।" মানুহজনে এনে এটা ভংগীৰে ক'লে, যেন তেওঁৰ কথাবোৰ শুনি শুনি ভাগৰহে লাগিছে। তেওঁ বাগৰ সলাই দেৱালৰ পিনে মুখ কৰি চকু দুটা মুদিবৰ চেষ্টা কৰিলে।

মানুহজনৰ এনে আঁকোৰ-গোজ মনোভাৱৰ বাবে ডাক্তৰজন মুঠেই প্রস্তুত নাছিল। সেইবাবে, তেওঁ কোঠাটোৰপৰা ওলাই গ'ল আৰু তিৰোতাগৰাকীৰ লগত এই বিষয়ে আলোচনা কৰিব খুজিলে।

"তেখেতৰ অৱস্থাটো কেনেকুৱা দেখিলে?' তিৰোতাগৰাকীয়ে যিমানখিনিলৈকে সম্ভৱ সিমানখিনি তাচ্ছিল্য প্রদর্শন কৰি সুধিলে। লগে লগে তেওঁ ডাক্তৰৰ প্রতি ক্ষোভটো প্রকাশ কৰিবৰ বাবে নিজৰ কামত ব্যস্ত হৈ থকা যেন দেখুৱালে।

"অৱস্থাটো খুবেই বেয়া। সেইবাবেই, আপোনাক এবাৰ চেষ্টা কৰি চাবলৈ ক'বৰ কাৰণে আহিছোঁ। আপুনি তেখেতক তেখেতৰ বাহুটো কটাবৰ বাবে সৈমান কৰাওক।"

"হে ভগবান!" মানুহজনীয়ে ভয়ত চিঞৰি উঠিল। তেওঁৰ মুখখন তেওঁ পিন্ধি থকা এপ্রনটোৰ দৰেই ধব্‌ধবীয়া বগা হৈ পৰিল। "হাতখন নকটাকৈ নোৱাৰিনে ?"

"নহ'লে তেখেত চৌব্বিশ ঘণ্টাৰ ভিতৰতে স্বৰ্গী হ'ব।"

মানুহজনীয়ে ডাক্তৰৰ বাহুটো খামুচি ধৰিলে। লগে লগে মুখখন ৰঙা পৰি উঠিল। ডাক্তৰক তেওঁ বেমাৰীৰ কোঠালৈ টানি লৈ গ'ল। তাৰ পিচত, কঁকালত হাতখন থৈ ডাক্তৰক সুধিলেঃ "মোক দেখিলে বাৰু এনে ধাৰণা হ'ব পাৰেনে যে মই এজন বিকলাংগ মানুহৰ পত্নী হৈ সুখী জীৱন যাপন কৰিব পাৰোঁ ? ওঁ-হো, মই কিজানি লাজতে মৰি থাকিম। চাওক, মানুহজনৰ পিনে এবাৰ চাই লওকচোন।" ডাক্তৰক এইদৰে কৈ উঠি তেওঁ স্বামীৰ পিনে

চাই চিঞৰি চিঞৰি ক'বলৈ ধৰিলে: "জন, তুমি তোমাৰ বাহুটো কেতিয়াও কাটিবলৈ নিদিবা। তুমি এখেতৰ কথা কেতিয়াও নুশুনিবা।"

বুঢ়া খেতিয়কজনে তেওঁৰ পিনে এবাৰ মৰম-মিহলি চাৱনিৰে চালে।

"ভয় নকৰিবা, ক্ৰিছ্‌কা। মোৰ ঘৰত সেইবোৰ কচাইগিৰি চলিবলৈ নিদিওঁ। টুকুৰা-টুকুৰাকৈ মৰিবৰ ইচ্ছা মোৰ মুঠেই নাই।"

ডাক্তৰে বুঢ়াৰ আগত অনাহকতে মৃত্যুৰ অন্ধকাৰ আৰু জীৱনৰ সৌন্দৰ্য সম্পৰ্কে বহুতো কথা কৈ চালে। আনকি, কাউণ্টেছ, গাঁৱৰ পুৰোহিত আৰু অন্যান্য কেইবাজনো বাগ্মীবৰৰ সহায় লৈয়ো কোনো লাভ নহ'ল। জন গল তেওঁৰ সিদ্ধান্তত অচল-অটল হৈ ৰ'ল। তেওঁ কোনোপধ্যেই অংগছেদনৰ প্ৰস্তাৱত সন্মতি নিদিলে।

খেতিয়ক শ্ৰেণীৰ মানুহে সদায় কোনো তিক্ততা নোহোৱাকৈ, কোনো অভিযোগ নকৰাকৈ আৰু কোনো অৰ্থহীন চকু-লো নোটোকাকৈয়ে মৃত্যুৰ মুখামুখি হ'ব জানে। তেওঁৰো মুখৰ গাম্ভীৰ্য আৰু কণ্ঠস্বৰৰ স্পন্দনত সেই ভাবটোৱেই ফুটি উঠিল। মৃত্যুক তেওঁ ভয় কৰা নাই। এদিন যিদৰে তেওঁৰ দেউতাকে আৰু তেওঁৰ ককাদেউতাকে এই পৃথিৱীৰপৰা বিদায় লৈ গৈছিল, সময় যদি সমাগত, তেনেহ'লে তেৱোঁ সেইদৰে গুচি যাবৰ বাবে সম্পূৰ্ণ প্ৰস্তুত।

স্পষ্ট বুজা গ'ল, বুঢ়াক নিজৰ জীৱন ৰক্ষাৰ কাৰণে আবেদন-নিবেদন কৰি কোনো লাভ নাই। অৱশেষত, ডাক্তৰৰ নিৰ্ভেজাল উদ্বেগে বুঢ়াৰ হৃদয় স্পৰ্শ কৰিবলৈ সক্ষম হ'ল। তেওঁ এই ডেকা ডাক্তৰজনৰ উত্তেজনাৰ প্ৰতি কৰুণাৰ দৃষ্টিৰে চালে। ডাক্তৰজনৰ ব্যথিত অন্তৰ দেখি তেওঁৰ দুখ লাগিল। জন গলে আধাআধি তাচ্ছিল্যৰ সুৰত আৰু আধাআধি বেদনাৰ সুৰত ডাক্তৰক সান্ত্বনা দিবৰ চেষ্টা কৰিলে।

হঠাৎ ডাক্তৰৰ মনত পৰিল, টকা-পইচাৰ দিশটো অৱতাৰণা কৰিলে যি কোনো খেতিয়কৰ দৰেই তেৱোঁ হয়তো সৈমান হ'ব পাৰে। সেইবাবে, ডাক্তৰে ক'লে: "আপুনিতো বুজিছেই, হাতখন কাটিলেও আপুনি মোক তিনি শ ফ্লোৰিন দিব লাগিব, নেকাটিলেও সিমানেই দিব লাগিব। গতিকে ধনখিনি অনাহকতে খৰচ নকৰি কামটো কৰাই লওক। সময়ো বেছি নেলাগে—মাত্ৰ পাঁচ মিনিট।"

"বেচ কথা, আপোনাৰ মনত যাতে কোনো খুদুৱনি নেথাকে, সেইবাবে মোক কিবা এবিধ মলমকে ঘঁহিবলৈ দিয়ক।" বুঢ়াই অতি গম্ভীৰভাৱে ক'লে, যেন তেওঁ কাৰোবাৰ লগত এযোৰ জোতাৰহে দাম-দৰ কৰিবলৈ ধৰিছে।



সকলো চেষ্টাই নিষ্ফল হ'ল। বিৰক্তি আৰু হতাশাত ডাক্তৰে কোঠাৰপৰা বাহিৰলৈ আহি কথাটো ভালকৈ চিন্তা কৰি চাবৰ বাবে আৰু গাঁৱৰ অন্যান্য মুখিয়াল মানুহৰ লগত আলোচনা কৰিবৰ বাবে বাটলৈ ওলাই গ'ল। তেওঁ কাৰোপৰা কোনো মূল্যবান পৰামৰ্শ নেপালে। আনহাতে, গাঁৱৰ প্ৰধান বিচাৰপতি আৰু গাওঁপালিকাক বেমাৰীৰ বিচনাৰ কাষলৈ আনিও সেই একেটা উত্তৰকেই পালে। ডাক্তৰৰ সকলোবোৰ দুষ্ট-পৰিকল্পনা যাতে ব্যৰ্থ হয়, সেইটো লক্ষ্য কৰিবৰ বাবে সেই গাভৰুগৰাকী বিচনাৰ কাষতে ৰৈ আছিল। আনকি, স্বামীৰ সংকল্প অটুট ৰাখিবৰ বাবে মাজে মাজে দুষাৰ-এষাৰ কথা যোগ দিয়াৰ সুযোগবোৰো তেওঁ পৰিপূৰ্ণৰূপে ব্যৱহাৰ কৰিবলৈ পাহৰা নাছিল। ডাক্তৰে মানুহজনীৰ পিনে কেইবাবাৰো চোকা চাৱনিৰে চালে। অৱশেষত, এবাৰ তেওঁ অলপ ৰুক্ষভাৱেৰেই কৈ উঠিল: "এইবোৰ মতা মানুহৰ আলোচনাত আপুনি মনে মনে থকাটোৱেই উচিত।"

"তাৰ মানে আপুনি মোক বাহিৰা-মানুহ বুলি ভাবিছে নেকি? এইখন কাৰ ঘৰ বুলি ভাবিছে?" গাভৰুগৰাকী খঙত জিকাৰ খাই উঠিল।

জন গলে লৰালৰিকৈ হ'ব খোজা কাজিয়াখন বন্ধ কৰি ক'লে: "তুমি বেছি চিঞৰ-বাখৰ নকৰিবাচোন, ক্ৰিছ্‌কা। তুমি বৰং এখেতসকলৰ কাৰণে মদ এবটলকে আনাগৈ, যোৱা।"

"কোনটো পিপাৰপৰা আনিম?" গাভৰুগৰাকীয়ে সুধিলে।

"সৰু পিপাটোৰপৰাই আনা। ডাঙৰ পিপাটোত এতিয়া হাত নিদিবা। সেইটো মোৰ শ্ৰাদ্ধৰ সময়ত খৰচ কৰিবা। তেতিয়া মানে তাৰ চোকটো বঢ়িয়াকৈ পাগ লাগি উঠিব।"

বুজিবলৈ বাকী নেথাকিল, খেতিয়কজনে নিজৰ মনটো ইতিমধ্যেই আসন্ন মৃত্যুৰ বাবে প্ৰস্তুত কৰি লৈছে। অতিথিকেইজনে মদখিনি গ্ৰহণ কৰি উঠি, বুঢ়াক ভগবানৰ লগত সন্ধি কৰাৰ সুযোগ দিবৰ বাবে বিদায় ল'লে।

ডাক্তৰ বাহিৰয়ে চোতালৰ আগতে ৰৈ থকা ভেৰোনীয়া কচোৱানজনক লগ পালে। মানুহজন চফল ডেকা, সকলো কামতে ওস্তাদ আৰু যথেষ্ট ব্যক্তিত্বসম্পন্ন। ডাক্তৰে মানুহজনক ক'লে: "বাগীখন প্ৰস্তুত কৰাঁ। আধা ঘণ্টাৰ ভিতৰতে মই ইয়াৰপৰা যামগৈ।...আৰু, মিচেছ গলক ক'বা যে, ৰাতিৰ ভাতসাজ মই নেখাওঁ।"

পদুলিমুখতে ডাক্তৰজন অলপ সময় ৰ'ল। তেওঁ ভাবিবলৈ ধৰিলে, ইয়াৰ পিচত কি কৰা যায়! জপনাখনৰ ফাকেদি তেওঁৰ চকুত পৰিল,

কচোৱানজন মিচেছ গলৰ ওচৰলৈ গৈছে। তেওঁৰ দৃষ্টিৰপৰা পাচৰ সামান্য ঘটনাখিনিও সাৰি নগ'ল। মিচেছ গলে কচোৱানজনৰ পিনে কিছুপৰলৈকে ঠেও ধৰি জিভা কামুৰি চাই আছিল আৰু কচোৱানজন মিচেছ গলৰ ওচৰ চাপি যাবৰ সময়ত তেওঁৰ খোজত এনে এটা আপোন-প্ৰাধান্যৰ ভংগী ফুটি উঠিছিল, যিটো মুঠেই ভৃত্য-সুলভ নাছিল। পৰিষ্কাৰকৈ বুজিব পাৰি, তেওঁলোকে জুইৰ লগত ধেমালি কৰিছে আৰু ইতিমধ্যে দুয়োৰো মাজত এটা সম্পৰ্কও গঢ়ি উঠিছে। এতিয়া ডাক্তৰক মাথোঁ এই বিষয়ে আৰু অলপহে খবৰ লাগে। আনবোৰ গাঁৱৰ দৰে এইখন গাঁৱতো নিশ্চয় তেনেকুৱা এজনী বেজালি-বুঢ়ী আছে, যি গাঁৱৰ মানুহৰ প্ৰেম-সম্পৰ্কীয় ঘটনাবোৰৰ খবৰ ৰাখে, যি প্ৰেমিক-প্ৰেমিকাক প্ৰয়োজন হ'লে আহুদিৰ যোগান ধৰে। খুব সম্ভৱ, প্ৰধান বিচাৰপতিয়ে সেই বুঢ়ীজনীৰ সম্ভেদ দিব পাৰিব। সঁচাসঁচিকৈ তেওঁৰপৰাই খবৰটো পালে।

"বুঢ়ীজনীৰ নাম ৰেবেক্। তাইৰ ঘৰটো গলহঁতৰ ঘৰৰপৰা দুটা পাৰ হ'লেই পোৱা যাব।" তেওঁ খবৰটো দিলে।

ডাক্তৰে বুঢ়ীক দুটা ৰূপৰ ফ্লোৰিন দি লৈ ক'লে: "কথাটো হ'ল, মই এগৰাকী গাভৰুৰ প্ৰেমত পৰিছোঁ। এতিয়া তেওঁৰ মনটো ভুলাব পৰাকৈ কিবা এটা দিব লাগে।"

"বোপা, সেইটো একেবাৰে অসম্ভৱ। কাৰণ, তোমাৰ চেহেৰাটো একেবাৰে পথাৰৰ মাজত থোৱা খেৰৰ মানুহৰ দৰে। ছোৱালীবোৰ সাধাৰণতে তেনেকুৱা মানুহৰ প্ৰেমত পৰিব নোখোজে।"

"কথাটো অৱশ্যে সঁচা আই! কিন্তু, তাই যেনেকুৱা দামী কাপোৰকে বিচাৰক, তেনেকুৱা কাপোৰকে দিব মই তাইক পাৰিম। টকা-পইচা যিমান খৰচ কৰিব খোজে..."

"ছোৱালীজনীৰ নামটো কোৱাচোন বাৰু।"

"মিচেছ জন গল।"

"বোপা, নিছিঙা গোলাপহে ছিঙিব পাৰি। ছিঙা গোলাপ কেনেকৈ ছিঙিবা?"

ডাক্তৰে এই খবৰটোকে বিচাৰিছিল।

"তেনেহ'লে আৰু বেলেগ ভোমোৰাই মৌ চুহিছে?" তেওঁ সুধিলে।

"সেই যে পল নেগি নামৰ ভেৰোণীয়া কাম কৰি ফুৰা মানুহটো। তাই নিশ্চয় তাৰ প্ৰেমতেই মজিছে। কাৰণ, তাই মাজে মাজে মোৰপৰা



আহুদি-টাহুদি নিয়েহি। মই তাইক যোৱা বছৰেই গুৰি কৰি থোৱা তিনি-বছৰীয়া লতা এজোপাৰ গুৰি অলপ দিছিলোঁ। তাইক সেইখিনি মদৰ লগত মিহলি কৰি দিবলৈ কৈছিলোঁ।"

"কিন্তু গিৰীয়েকে সন্দেহ কৰা নাইনে?"

"মানুহটোৰ বুদ্ধি থাকিলে কি হ'ব? তিৰোতা সদায় দ পানীৰ মাছ।"

ডাক্তৰ আকৌ ঘূৰি আহিল। প্ৰেমিক-প্ৰেমিকাৰ গল্প তেতিয়াও শেষ হোৱা নাই। ভেৰোণীয়া পল নেগি তেতিয়া ঘোঁৰাৰ দলাই-মলাই কৰাত ব্যস্ত। বাগীখন ষ্টেশ্যনলৈ যাবৰ বাবে প্ৰস্তুত। মিচেছ গলে ডাক্তৰক হাত-বাউল দি ওচৰলৈ মাতিলে। তাৰ পিচত, হাতখন বুকুৰ মাজলৈ নি তিনি শ ফ্লোৰিন উলিয়াই আনিলে।

"এইখিনি ৰাখকচোন, ডাক্তৰ। আপোনাৰ যথেষ্ট কষ্ট হ'ল।" গাভৰুৱে ক'লে।

"ঠিকেই। কিন্তু, আপোনাৰ বিবেকৰ খুতুৰনিটো লাগিয়েই থাকিব যে মোক আপুনি টকাখিনি অনাহকতে দিলে।"

"সেইটো কথা আপুনি ভাবিব নেলাগে। মোৰ বিবেকক ময়েই চম্ভালিব পাৰিম।"

"ভাল বাৰু। মোৰ মোনাখন আপুনি বাগীত তুলিবলৈ কওক। মই আপোনাৰ স্বামীৰপৰা বিদায় লৈ আহোঁগৈ।"

জন গল আগৰ দৰেই একেটা ভংগীতে বিচনাত পৰি আছে। তেওঁৰ পাইপটোৰ জুইখিনি নুমাই গৈছে; আৰু তেওঁৰ চকুহাল জাপ খাই আছে, যেন চিল্‌মিল্‌কৈ টোপনি গৈছে।

দুৱাৰখন মেল খোৱাৰ লগে লগে তেওঁ কেৱল এটা চকু মেলি কেৰাহিকৈ চালে।

"ডাঙৰীয়া, মই আপোনাৰপৰা বিদায় ল'বৰ কাৰণেহে আহিলোঁ।" ডাক্তৰে ক'লে।

"আপুনি তেনেহ'লে যায়গৈ?" তেওঁ নিৰ্লিপ্তিৰ সুৰত সুধিলে।

"ইয়াত থাকিওতো লাভ নাই।"

"তেওঁ আপোনাক ফিজখিনি দিলেনে?"

"হয়, দিছে। আপুনি অতি ভাগ্যবান, ধুনীয়া সহধৰ্মিণী পাইছে। সঁচাকৈয়ে অতি ধুনীয়া।"

বেমাৰীৰ আনটো চকুও মেল খালে। কৰমৰ্দন কৰিবৰ বাবে সুস্থ

হাতখন ডাক্তৰৰ পিনে আগবঢ়াই দি, তেওঁ কেৱল ক'লে ঃ "স চাকৈয়ে, নহয় জানো ?"

"ওঠ দুটা জানিবা পকা চেৰী ফলহে।"

"আপুনি ঠিকেই কৈছে!" খেতিয়কজনৰ গোটেই মুখখনত এটা হাঁহি বিৰিঙি গ'ল।

"সেই দগাবাজ পলটোৰ কাৰণে ভাল মজাৰ দিন আহিব লাগিছে।"

বুঢ়া খেতিয়কজনৰ গা'টো কঁপিবলৈ ধৰিলে। তেওঁ ডাক্তৰৰ মুখলৈ চালে।

"ডাক্তৰ, আপুনি কি কৈছিল, আকৌ কওকচোন।"

ডাক্তৰে হঠাৎ নিজৰ মুখত নিজেই সোপা দিলে, যেন তেওঁৰ মুখৰপৰা ক'ব নোৱাৰাকৈয়ে নক'ব খোজা কথা এষাৰ কৈ পেলালে।

"ময়ো ভাল মূৰ্খ। সেইবোৰতো মোৰ কাম নহয়। আনৰো চকু-কাণ আৰু মগজু আছে, নিজেই গম পাব।···মই অৱশ্যে তেখেতে আপোনাৰ হাতখন কাটিবলৈ দিব নোখোজোঁতেই সন্দেহ কৰিছিলোঁ। আপুনি নিজেও জানো সন্দেহ কৰা নাছিল? এৰা, এতিয়াহে মই বুজিছোঁ। কথা সেইটোৱেই। সেইটোৱেই।"

জন গলে দুয়োখন হাত মুঠি মাৰি ধৰি খঙতে কঁপিবলৈ ধৰিলে। তেওঁ পাহৰিয়েই গ'ল, তাৰে এখন হাত ভাবিব নোৱাৰা ধৰণে উখহি উঠিছে। যন্ত্ৰণাত তেওঁ চিৎকাৰ কৰি উঠিল।

"উস্, মোৰ বাহুটো—মোৰ বাহুটো! ডাক্তৰ, আপুনি মোক আৰু একোৱেই নক'ব।"

"ওঁ হো, আৰু একোৱেই নকওঁ!" ডাক্তৰে উত্তৰ দিলে!

খেতিয়কজনে তেওঁৰ সোঁ হাতখনেৰে ডাক্তৰৰ বাহুটো খামুচি ধৰিলে। লগে লগে তেওঁৰ বুকুৰ ভিতৰৰপৰা এটা গভীৰ যন্ত্ৰণা-কাতৰ শব্দ ওলাই আহিল।

"পল মানে? আপুনি কোনটো পলৰ কথা কৈছে, ডাক্তৰ? কোন সেই পল?"

"আপুনি সঁচাসঁচিকৈয়ে কৈছেনে, আপুনি তাক চিনি নেপায়? শুনক তেনেহ'লে। পল মানে পল নেগি – আপোনাৰ সেই ভেৰোণীয়া মানুহটো।"

বুঢ়া খেতিয়কজনৰ মুখখন শেঁতা পৰি গ'ল। তেওঁৰ ওঁঠ দুখন কঁপিবলৈ ধৰিলে; আৰু শৰীৰৰ সকলোখিনি তেজ যেন বুকুৰ ওচৰলৈ হঠাৎ উজাই আহিল! হাতৰ বিষটো তেওঁ অনুভৱ কৰিবলৈ পাহৰি গ'ল। ক'ব



নোৱাৰাকৈয়ে তেওঁ হাতখনেৰে কপালত এবাৰ থপৰিয়াই দিলে আৰু ওপৰলৈ মূৰ তুলি চালে।

"উস্, মোৰ দৰে বুৰ্বক আৰু কোনোবা আছেনে! মই কোন কাহানিবাই বুজি পাব লাগিছিল···তাই মানুহ নহয়, তাই এজনী চকৰি-ফেটী।"

"ডাঙৰীয়া, এতিয়া গালি-শপনি পাৰি একো লাভ নাই। তেওঁৰোতো যৌৱন এতিয়াও ভাটী দিয়া নাই! সমুখত পৰি আছে পৰিপূৰ্ণ স্বাস্থ্য আৰু মধুময় জীৱন। কথাটো এবাৰ ভাবি চাওক। কোনে জানে, তেওঁ হয়তো এতিয়াও সম্পূৰ্ণ পাপমুক্ত হৈয়েই ৰৈছে। তথাপি, আপুনি যোৱাৰ পিচত তেওঁ কাৰোবাৰ লগত বিয়া সোমাবই লাগিব। ···আৰু, আপুনি যে যাব লাগিব, সেইটোওতো একেবাৰে খাটাং।"

বুঢ়া খেতিয়কজনে অতি কষ্টেৰে সৈতে বাগৰ সলালে আৰু ডাক্তৰৰ মুখৰ পিনে চালে। ডাক্তৰে কৈ যাবলৈ ধৰিলে ঃ "আপুনি যোৱাৰ পিচত তেওঁ যদি আপোনাতকৈ কম বয়সীয়া কাৰোবাৰ লগত বিয়া সোমায়; আপোনাৰ কোনো লোকচান নহয়। আপুনি তেতিয়া মাটিৰ তলত বঢ়িয়াকৈ শুই থাকিব; আপুনি এই বিষয়ে কোনো কথাই নেজানিব। আপুনি বৰং সুখী হোৱাই উচিত, কাৰণ, তেওঁ এজন ধুনীয়া মানুহক স্বামী হিচাপে পাব। আপুনি জানো স্বীকাৰ নকৰে, পলটো দেখাত সঁচাকৈয়ে ধুনীয়া!"

বুঢ়াই দুয়োপাৰি দাঁত কৰচিবলৈ ধৰিলে। তাৰ শব্দটো শুনিলে ধাৰণা হ'ব, কোনোবাই যেন এটা হাতী-দাঁতেৰে আন এটা হাতী-দাঁত ভীষণ জোৰেৰে ঘঁহিবলৈ লাগিছে।

"ক্ষোভ কৰি লাভ নাই—আপুনি নিশ্চয় বুজিছে। বৰং, তেওঁৰ সেই ধুনীয়া দেহাটো কাৰো কোনো আলিংগন লাভ নকৰাকৈ এনেয়ে মৰহি যোৱাটোহে ক্ষোভৰ কথা হ'ব। পল মানুহটো বুৰ্বক নহয়। এনেকুৱা এজনী ধুনীয়া তিৰোতা হাতৰ মুঠিত পায়ো, অন্ততঃ অলপ জুতি নোলোৱাকৈ এৰি দিলে দস্তুৰমতে বুৰ্বকামি হ'ব। তদুপৰি, তেওঁ আপোনাৰ ধন-সোণ, মাটি-বাৰী গোটেইখিনি পাব। তেওঁ নিজেওতো জীৱনৰ স্বাদ ল'বলৈ ইচ্ছা কৰে। মোৰ ধাৰণা হৈছে, আপোনালোকে তিনিওজনৰ ভিতৰত একমাত্ৰ বুৰ্বক কেৱল আপুনিয়েই—বাকী দুজন নহয়।"

খেতিয়কজনে আকৌ এবাৰ যন্ত্ৰণাত চিৎকাৰ কৰি উঠিল। তেওঁৰ কপালত বিন্দু বিন্দু ঘামৰ কণিকা বিৰিঙিবলৈ ধৰিলে। আৰু, তেওঁৰ হৃদয় গভীৰ তিক্ততাৰে উপচি উঠিল।

"চাওক, ডাঙৰীয়া! মোৰ মতেৰে, আপুনি তেওঁক আলিংগন কৰিবলৈ একেবাৰে নোপোৱাতকৈ এখন হাতেৰেই আলিংগন কৰিবলৈ পোৱাটো বহুত বেছি ভাল।"

কথাষাৰ তেওঁৰ বুকুত শেলে বিন্ধাদি বিন্ধিলে। তেওঁ জাপ মাৰি উঠিল আৰু উখহি কোমোৱাটো যেন হৈ উঠা বাহুটো ডাক্তৰৰ পিনে আগবঢ়াই দিলে।

"ডাক্তৰ, আপোনাৰ কটাৰীখন উলিয়াওক। ইয়াতে, এই ডোখৰতে কাটি পেলাওক।"

# ৰাছিয়া

## আকাকি বেলিয়াছভিলি

আকাকি বেলিয়াছভিলি ( ১৯০৩- ) ছোভিয়েট ৰাছিয়াৰ জৰ্জিয়া অঞ্চলৰ বিখ্যাত লিখক। প্ৰথম চুটিগল্পটো লিখে মাত্ৰ সোতৰ বছৰ বয়সত। তেওঁ কেইবাখনো উপন্যাসো লিখিছে। আটাইতকৈ বিখ্যাত উপন্যাসখন হ'ল, 'বেচিকি'—এখন ঐতিহাসিক উপন্যাস। তদুপৰি, কেইবাখনো চুটিগল্পৰ সংকলন প্ৰকাশিত হৈছে।

# নিয়তিৰ পৰিহাস/আকাকি বেলিয়াছভিলি

পথকৰা বাটেদি আপোনমনে গৈ আছিল, কাৰামান ম্খেইজে। মূৰটোত তাৰ এবাহ চিন্তা! বাটটো তাৰ নখৰ আগত; ইয়াৰ অলি-গলিৰ অন্ধি-সন্ধি তাৰ মুখস্থৰ নিচিনা। ছালিৰপৰা পিচ্ছুন্দালৈকে, লাট্‌ফাৰপৰা উংভিৰিলৈকে ক'তো এনে এটা বাট নাই, যিটো বাটেদি সি এবাৰ নহয় এবাৰ ঘোঁৰা চুৰ কৰি নিয়া নাই। তাহানিকালৰ সেই ৰঙীন দিনবোৰৰ কথা মনত পৰাৰ লগে লগে তাৰ বুকুৰপৰা এটা হুমুনিয়াহ উজাৰ খাই ওলাই আহিল। এইখন দেশত তাৰদৰে ঘোঁৰাচোৰ দ্বিতীয় এটা নাছিল। আন নেলাগে, তাৰ তুলনাত মাৎচিখ্‌ভিতিয়াও সামান্য এটা চৰু-চোৰ! চয়তানেও বোধকৰোঁ তাৰদৰে চিন-মোকাম নোহোৱাকৈ ঘোঁৰা একোটা চকুৰ পচাৰতে লুকুৱাই পেলাব নোৱাৰে। ঘোঁৰা হেৰোৱাৰ পিচত আৰু কোনো শুং-সূত্ৰই পোৱা নেযায়। সকলোৱে জানে, কামটো কাৰামানৰে। কিন্তু, উপায় একো নাই। কাৰামান ম্খেইজেৰ পিনে আঙুলি টোঁৱাব পৰা কলিজা কাৰ আছে?

এৰা, সেই দিনবোৰ কিমান যে বঢ়িয়া নাছিল!

এতিয়া আকৌ ইহঁতে ঘোঁৰাৰ পিয়ল লৈছে। মাথোন টকাৰ শৰাধ! তাৰ সলনি টকাখিনি যদি কাৰামানকেই দিলেহেঁতেন! পিয়ল-টিয়ল নকৰাকৈয়ে, সি কৈ দিব পাৰিলেহেঁতেন ওচৰ-পাঁজৰৰপৰা আৰম্ভ কৰি কোনোবা ক'ৰবালৈকে থকা প্ৰত্যেকটো ঘোঁৰাৰ কথা—কাৰ বয়স কিমান, কাৰ ৰংটো কেনেকুৱা, কাৰ গাত কিহৰ দাগ আছে! প্ৰত্যেকৰে পুলি-পোখা, কোনজনী ঘোঁৰাই কেইটা পোৱালি দিছে—আটাইবোৰ তাৰ মুখস্থ। আন নেলাগে, কোনজনী ঘোঁৰাই পোৱালি দিবলগীয়া হৈ আছে—সেই কথাষাৰো তাৰ জিভাৰ আগতে আছে। মুঠতে, জানিবলগীয়া আটাইবোৰ কথাই সি জানে।



কাৰামানে আকৌ এটা দীঘল হুমুনিয়াহ কাঢ়িলে। সময় সলনি হৈছে! দহ বছৰমান হ'ল, সি তাৰ ব্যৱসায়টো এৰি দিছে। তেজী ঘোঁৰাৰ কথা বাদেই, আন নেলাগে হাড়ে-ছালে লগা ছেৰেলা ঘোঁৰা এটাৰ পিঠিতো হাত দিয়াৰ উপায় নাই। তাহানি ঘোঁৰা চুৰ কৰা আৰু চুৰ কৰি চুৰিৰ চিন-মোকাম মচি পেলোৱাটো একেবাৰে সহজ কথা আছিল। আৰু আজিকালি? এই বলচেভিকবোৰ অতি সাংঘাতিক; ইহঁতৰ কথা-কাণ্ডই বেলেগ। এতিয়া কাৰামানৰ কাৰণে বাকী আছে মাথোন অতীত দিনৰ মধুৰ সোঁৱৰণী। পুৰণি ব্যৱসায়ৰ চিন-চাব একোৱেই নাই।

এইবোৰ চিন্তাকে মূৰৰ ভিতৰত ঠাঁহ খুৱাই লৈ সি গধুৰ খোজেৰে গৈ আছে। নাবাৰদেভ্‌ পাহাৰৰ শিংটো পাৰ হৈ অহাৰ পিচতে তাৰ চকুত পৰিল, এটা খচ্চৰ। কণীৰ নিচিনা টুপ্‌টুপীয়া আৰু নিমজ!

চিৰকলীয়া অভ্যাসেৰে সি এবাৰ চাৰিওপিনে চকু ফুৰাই ল'লে। কোনো নাই। তাৰ পিচত সি জন্তুটোৰ পিনে ভালকৈ মন কৰিলে।

ওঁ-হো, তাৰ কোনো খবৰেই নাই। আপোন মনে ঘাঁহ খাই আছে।

ওচৰলৈ আহি তাৰ তপিনাটোত এবাৰ হাত বুলাই লৈ, কাৰামানে তাৰ ভৰিকেইখন পৰীক্ষা কৰিলে। মুগ্ধ দৃষ্টিৰে কাৰামান এখোজ পিচুৱাই গ'ল।

"বাঃ! কি নিৰীহ বুদ্ধিমান জন্তু!" কাৰামানে অস্ফুট মাতেৰে কৈ উঠিল। "একেবাৰে চকচকীয়া নোদোকাটো হৈ আছে। বয়সো কুমলীয়া হৈয়েই আছে। খচ্চৰৰ আকৌ বয়স···"

জন্তুটোৱে তাৰ নেজেৰে মাখিকেইটা খেদি আকৌ ভেৰাৰ দৰে শান্তভাৱে ঘাঁহ চোবাবলৈ ধৰিলে। কাৰামানে আকৌ এবাৰ চাৰিওপিনে চোৱাং চাৱনি এটা দি ল'লে। বুকুখন ধপ্‌ধপাই উঠিল। চুৰ কৰি নিবৰ বাবে নিজকে নিজে আগবঢ়াই দিছে, এনেকুৱা জন্তু সি আগতে লগ পোৱাৰ কথা দেখোন মনতে নপৰে।

কথাষাৰে মনটোত ভুমুকি মৰাৰ লগে লগে তাৰ বুকুলৈ উভতি আহিল সেই পুৰণি দিনৰ ঘোঁৰা চুৰ কৰা আবেগ, যি আবেগে তাক যোৱা দহোটা বছৰে অকণমানো বিচলিত কৰিব পৰা নাই।

"কটা, এই খচ্চৰটোকনো বাৰু নাহৰফুট্‌কী বাঘেও খাব নেপায়নে! তাৰ বাৰু দৰকাৰ কি মোৰ পিচত লগাৰ! মোৰ হতুৱাই নিজকে চুৰ কৰাব পাৰিলেহে তাৰ দেহাটো জুৰাব? কি কৰোঁ এতিয়া? বুকুখন উচ্‌পিচ্‌ কৰি উঠিছে। এৰিয়েই থৈ যাওঁ নেকি? ওঁ-হো, এৰি থৈ গ'লে ৰাতিৰ ভিতৰতে

বুকু ফাটি মৰিম। পূৰা দহোটা বছৰ কোনো জন্তু চুৰ কৰা নাই; আজিকালি সৎ হৈ গৈছোঁ বুলি আটায়ে মোক সমীহ কৰি চলে। আৰু, এইপাতৰ কাৰণে এতিয়া বদনামৰ ভাৰ গোটাই ল'মনে? ওঁ-হো, নেলাগে। থাওক এইপাত ইয়াতে। কটা শাও খোৱাটো ক'ববাৰ।"

কাৰামান বাটলৈ উভতি গ'ল। জন্তুটোৱে শান্ত মনেৰে ঘাঁহ চোবাবলৈ লাগিছে। পাঁচ খোজ পিচুৱাই যোৱাৰ আগতেই কাৰামানৰ বুকুখন হমহমাই গ'ল। আকৌ আগবাঢ়ি আহি জন্তুটোৰ মুখামুখি হ'লহি।

"কটা, থিয় হৈ আছ কিয়? নেওচা যোৱাটো ক'ববাৰ! কোনোবা এটা আহি ওলোৱাহি হ'লেই ৰক্ষা পৰিলোহেঁতেন।" কাৰামানে অসহায়ভাৱে চাৰিওপিনে চকু ফুৰালে। "সেয়ে হোৱা হ'লে, মনটো থিৰ হ'লহেঁতেন। চাওঁচোন বাৰু কিছুপৰ বৈ। ভাগ্য ভাল হ'লে, কোনোবা এটা ওলাবহিও পাৰে।"

ঠাইতে বহি পৰি সি মুখৰ ঘামখিনি মচি চিগাৰেট এটা জ্বলালে। কিন্তু কি হ'ব, তাৰ কপালখনেই ফুটা। কেনিও ক'তো মানুহৰ ছাঁ এটাও দেখা নাই। জন্তুটো আপোনমনে ঘাঁহ চোবোৱাত ব্যস্ত। দুই-এবাৰ সমুখৰ পিনে ঠেং দুখন আগুৱাই দি নাকটো ঘঁহি লৈছে। ডিঙিটো ঘূৰাই লৈ সি কাৰামানৰ পিনে চালে; যেন এই প্ৰথমবাৰ সি তাক দেখা পালে। তাৰ পিচত, সি আকৌ ঘাঁহ চোবোৱাত ব্যস্ত হৈ পৰিল।

"পাষণ্ডটোৰ দেখিছোঁ পাপ-পুণ্যৰ জ্ঞানো নাই!" কাৰামান গুজৰি উঠিল। "ভিখাৰীৰ নিচিনাকৈ বহি লৈ তোৰ পিনে চাই আছোঁ বুলিয়েই তই হবলা মোক ইতিকিং কৰিছ? হেৰ', মোক ইতিকিং কৰি তই মোৰ বদনাম আনিব খুজিছ নেকি? ই দেখিছোঁ মোৰ হতুৱাই চুৰি কৰাইহে এৰিব। দোষটো তাৰ—মোৰ নহয়।"

হঠাৎ সি সাউতকৈ জাপ মাৰি উঠি ওচৰৰ এজোপা গছৰপৰা লেহুকা ঠালকেইটামান ভাঙি আনি পকাই-পকাই এডাল জৰী তৈয়াৰ কৰি ল'লে। জৰীডালৰ লগত কঁকালৰ পেটিডাল জোৰা দি লেকামৰ দৰে বস্তু এটা সাজি উলিয়ালে। তাৰ পিচত, সেইডাল হাতত লৈ জন্তুটোৰ কাষ চাপি গ'ল।

সি ঘাঁহ চোবায়েই আছে।

"কটা, পলা বেগেতে। দেখিছ নে নাই, এই লেকামডাল? পলা বুলি কৈছোঁ নহয়। নপলাৰ? বাৰু, মোৰ গাত তেনেহ'লে দোষ নাই দেই। দেখিছনে বাৰু, ইয়াৰ কাণ্ডটো। হেৰ', লেকামডাল পিন্ধাওঁতে অন্ততঃ



জোকাৰ এটা মাৰচোন। একেবাৰে নিৰীহটোৰ দৰে ডিঙিটো পাতি দিছ! তোৰ কথা তয়েই জান। মোৰনো ক'বলৈ কিটো আছে, হোঁ! ব'ল তেনেহ'লে।"

সাউতকৈ কাৰামানে তাৰ পিঠিটোৰ ওপৰত উঠি হাবিখনৰ পিনে তাক চলাই নিলে।

"উস্, কি বঢ়িয়া জন্তু এইটো! গোটেই নোদোকাটো হৈ আছে। দাম হ'ব, নাই কমেও পাঁচ হেজাৰ কোপেক। ধনখিনি জেপত পৰিলহি বুলিয়েই ধৰি ল'ব পাৰোঁ। এবা, জীৱনত এনেকুৱা নিৰীহ জন্তু লগ পোৱা নাই। আৰু, তাৰ কদম পেলোৱাৰ ঠেওটো চোৱা। গা-টো যে কি চিকণ! অৱশেষত, এই দগাবাজটোৰ বাবেই পাপ কাম এটা কৰিবলগীয়াত পৰিলোঁ। অৱশ্যে, এনেকুৱা বঢ়িয়া বস্তু এটাৰ বাবে পাপ কাম কৰিও সুখ আছে।"

প্ৰত্যেকবাৰেই ঘোঁৰা চুৰ কৰি উঠাৰ পিচতে যিটো সমস্যাই দেখা দিয়েহি, সেইটো হ'ল, ঘোঁৰাটো ক'ত লুকুৱাই থোৱা যায়! অৱশ্যে, এই সমস্যা সমাধানৰ বাবে কাৰামানৰ নিজস্ব ৰীতি এটা আছে: যদি আবখাজিয়াৰ পিনে লৈ যোৱাৰ অভিপ্ৰায় থাকে, তেনেহ'লে বাট ধৰিব তাৰ বিপৰীতমুখে, যেন কাখেতিয়াৰ পিনেহে যাবলৈ ধৰিছে। যদি বাচে'ত বিক্ৰী কৰাৰ মন থাকে, তেনেহ'লে সি বাগদাদিৰ পিনে যোৱাৰ আভাস দিব।

এইবাৰো সি তাকেই কৰিলে। পোনে পোনে ৰাজআলিত নুঠি হাবিতলীয়া বাট ধৰিলে। কাৰণ, সি তাৰ অভিজ্ঞতাৰপৰা জানে, আওপকীয়া লুংলুঙীয়া বাটবোৰ বহু বেছি নিৰাপদ; সেইবোৰ বাটেদি গ'লে গন্তব্য ঠাই যিমান সোনকালে ওলাবগৈ পাৰি, সদৰ আলিয়েদি গ'লে সিমান সোনকালে ওলাবগৈ নোৱাৰি। যিটো বাটেদি সি যাবলৈ ধৰিলে, সেই বাটটো তাৰ চিনাকি। এটা কাঁইটীয়া জোপোহা পাৰ হৈয়েই, জাৰকালি কোনো অহা-যোৱা নকৰা আলি এটা আছে। সেই আলিটো পাৰ হৈ, এই বাটটো নামি গৈছে দজেভৰভ দলঙৰ পিনে! দলংখন পাৰ হোৱাটোৱেই ঘাই কথা। সেইখন পাৰ হ'ব পাৰিলেই, চিন্তাৰ কাৰণ নাই।

আগৰেপৰা চুৰ কৰা কথাষাৰ পাঙি থোৱা হ'লে, কাৰামানৰ মনটো স্থিৰ হৈ থাকিলেহেঁতেন। পলোৱাৰ বাট-ঘাট লৈ মূৰামূৰি সময়ত চিন্তা কৰিবৰ প্ৰয়োজন নহ'লহেঁতেন। কিন্তু, হঠাৎ এইদৰে জন্তু চুৰ কৰিবলৈ হ'লে প্ৰথমতেই জানি লোৱা প্ৰয়োজন—জন্তুটোৰ মালিক কোন! কাৰণ, সেই কথাটো জানি ল'লে, বিপদৰ সম্ভাৱনা বহুত কম।

সেইবাবে, হাবিৰ মাজেদি গৈ থাকোঁতে কাৰামানে চিন্তা কৰি উলিয়াবৰ চেষ্টা কৰিলে। জন্তুটোৰ মালিক কোন হ'ব পাৰে ?

কাৰামানে জন্তুটোক জেৰা কৰাৰ দৰে কৰিলে, "হেৰ', তোৰ গিৰিহঁত কোন ? ক—বেগেতে ক। তই কাণেৰে নুশুন নেকি ? মই সুধিছোঁ, কোনে তোক দানা খুৱায়, কোনে পানী খাবলৈ দিয়ে ? তোৰ আস্তাবল ক'ত ? ওঁ-হো, একেবাৰে বোবাৰ ভাও ধৰিলি ? গা-তো ক'তো এনে এটা দাগ নাই যে, তোৰ বিষয়ে কিবা এটা জানো। ···দেখিছোঁ, এই দহ বছৰৰ ভিতৰতে মূৰটোত ঘূণে ধৰিলে। তোৰ গিৰিহঁত বাৰু কোন হ'ব পাৰে ? নকব, নহয় জানো ? ৰ, ৰ, পাইছোঁ—ঢুকি পাইছোঁ। মূৰটো দেখিছোঁ এতিয়াও মামৰে খোৱা নাই। এইবাৰ তোক চিনি পাইছোঁ। তই হৈছ, আমভ্ৰচিৰ খচ্চৰ। হুঁ, পাদ্ৰীটোৱে দেখিছোঁ বঢ়িয়া খচ্চৰ এটা সংগ্ৰহ কৰি লৈছে। সি তেনেহ'লে তাৰ ব্যৱসায় এৰা নাই। সময় সলনি হ'লে কি হ'ব ? আটাইবোৰ পাদ্ৰীয়েই সিহঁতৰ দীঘল-দীঘল চুলিবোৰ চুটিকৈ কাটি ল'লে। কেৱল নকটাকৈ থাকিল এই আমভ্ৰচিটো। কটা নাস্তিক ক'ৰবাৰ ! হেৰ' আজি-কালি খচ্চৰ ৰাখি কি লাভ ? গীৰ্জাত বিয়া-বাৰু নহয়, নামকৰণ নহয়, পূজা-পাতলো নিদিয়ে, তথাপি সি তোক নেৰে। তাহানিকালৰ বৰ বৰ মানুহবোৰে যেনেকৈ নিজৰ চাকৰ-বাকৰ নেৰিছিল, সিও তোক তেনেকৈ এৰিব নোখোজে। তোক দেখিলেই কৈ দিব পাৰি, তোৰ আজিকালি কাম-কাজ একো নাই। চেহেৰাটো দেখিছোঁ একেবাৰে প্ৰিন্স্ চেবেটেলিৰ বিধবা ঘৈণীয়েকজনীৰ দৰে টুপটুপীয়া কৰি পেলাইছ।"

এইবোৰ বাৰেবৰণীয়া চিন্তা কৰি কৰিয়েই কাৰামান আহি পাহাৰৰ বনে ঢকা বাটটো পাৰ হৈ নামনিৰ প্ৰণ। নদীৰ ঘাট পালেহি। জন্তুটো বঢ়িয়া কদমত আহি আছে, যেন তাৰ পিঠিত বোজা এটা পাই সি বৰ আৰামহে পাইছে। কাৰামানৰো আনন্দ লাগি আহিছে।

"কি বঢ়িয়া জন্তু ! জীৱনত তোৰ নিচিনা খচ্চৰ এটা মোৰ হাতত কোনোকালেই পৰা নাছিল। একেবাৰে ৰেলগাড়ীৰ দৰে। ওঁ-হো, ৰেলগাড়ী নহয়, মটৰগাড়ী। নহয়, মটৰগাড়ীও নহয়। সেইবোৰৰ লগত তুলনা কৰা মানে তোক অপমান কৰা। তই হ'লি, এখন—এখন উৰাজাহাজ। এৰা, উৰাজাহাজ ! তইতো কদমত নচল, তই উৰি যাৱ। উস্, তই যদি চুৰ কৰা বস্তু নহ'লিহেঁতেন, তোক মই নেৰিলোৱেইহেঁতেন। পৃথিৱীৰ একো বস্তুৰে বিনিময়ত তোক এৰি নিদিলোহেঁতেন।"



ছুয়ো কাষৰ ঘন পাতে-ঢকা গছ আৰু জোপোহাবিলাকৰ মাজেদি বাট উলিয়াই জন্তুটো ইমান বঢ়িয়াকৈ গৈ আছিল, যেন সি ভটীয়নী সোঁতত‌হে ভাহি গৈছে !

"কটা নিলাজ, তোক বিক্ৰী কৰি উঠি মই যে কান্দি পেলাম, কথাষাৰ ভাবি তোৰ হবলা লাজ লগা নাই ? ডাঢ়িয়ে-গোঁফে ভোবোকাৰ মানুহ এটাই কন্দা দেখিলে, মানুহে বাৰু কি বুলিব ? তথাপি তোৰ লাজ লগা নাই ?"

ৰাটটো আহি দুজেভৰভ দলঙৰ ওচৰতে শেষ হ'লহি। দলংখন পাৰ হৈ ল'লেই কোনেও কাৰামানৰ পাচ ল'ব নোৱাৰিব। কাৰণ, দলংখনৰ সিপাৰৰ পৰাই বাটে পোৱালি মেলিছে। মানুহে গমকে নেপাব, সি কোনটো বাটেৰে গ'ল !

বুকুত সাহস বান্ধি কাৰামান দলংখনৰ পিনে আগবাঢ়িল। সিপাৰ হৈয়েই সি স্বস্তিৰ নিশ্বাস পেলাব। কিন্তু, হঠাৎ তাৰ উৰা জাহাজৰ দৰে খচ্চৰটো ৰৈ গ'ল !

"কি হ'ল ? ভাগৰ লাগিছে নেকি ?" জোতাৰ আগেৰে খোচ এটা মাৰি কাৰামানে সুধিলে। "ভয় নাই, দলংখন পাৰ হৈ লওঁ। তাৰ পিচত বাৰু তই জিৰাই ল'বি। সিপাৰৰ ঘাঁহবোৰো বেচ মিঠা ; ইমান মিঠা যে তোৰ কথা বাদেই দিছোঁ, মোৰ মুখতো মিঠা লাগিব কিজানি।"

গছৰ ঠানিডাল সি আলফুলকৈ দাঙি ধৰিলে। তাৰ কোনো সন্দেহ নাই, চকুৰ পচাৰতে সি দলংখন পাৰ হৈ যাব। তাৰ পিচত, তাক আৰু কোনো মানুহেই পাচ ল'ব নোৱাৰিব।

কিন্তু, জন্তুটোৱে নখ এটাৰ সমানো আগবাঢ়িব নুখুজিলে। কাৰামানে অবাক হৈ তাৰ পিনে চালে।

"হেৰ', এইদৰে থৰ হৈ ৰোৱাৰ কাৰণটো কি ? ওঁ, বুজিছোঁ। ধেমালি কৰিবৰ মন গৈছে। সিপাৰে কৰিবিগৈ সেইবোৰ, তোৰ মাৰৰ মূৰৰে শপত দিছোঁ। আবতৰীয়া ধেমালি নকৰিবি। কোনোবা এটা আহি ওলালেই লেঠা লাগিব। ব'ল, দলংখন পাৰ হৈ লওঁ। ব'ল "

কিন্তু, জন্তুটো থৰ হৈয়েই ৰ'ল। সমুখৰ ঠেং দুটা দলঙৰ কাঠৰ ওপৰত থৈয়েই সি অলৰ-অচৰ হৈ ৰ'ল। সি যে আৰু এখোজো আগলৈ নেযায়, কথাটো সম্পূৰ্ণ স্পষ্ট হৈ উঠিল।

"হেৰ', আৰু ধেমালি কৰিব নেলাগে, ব'ল। ইমান মুকলি ঠাইত মই জানো চিঞৰিব পাৰোঁ ? খালি, তই লাজ-চৰমৰ মূৰ খালি। ওৰে বাটটো

তোৰেই প্ৰশংসা কৰি আহিলোঁ। মূৰকত তই এইখন কি ধেমালি কৰিছ?" জোতাৰ আগেৰে কাৰামানে জন্তুটোৰ গাত ভাকুটকুটাই দি ক'লে।

জন্তুটোৱে মাথোন তাৰ নেজেৰে মাখি খেদাবলৈ ধৰিলে।

"হৈছে। আৰু জুলুম নকৰিবি। মোৰ খং-ৰাগ নাই বুলি নেভাবিবি দেই।" কাৰামানে অলপ শাসনৰ সুৰত গলগলীয়া মাতেৰে ক'লে। "তই জানো মোক ভাল নেপাৱ? তেনেহ'লে—খং উঠাব খুজিছ কিয়?—ব'ল।"

কিন্তু, জন্তুটোৱে তাৰ কথালৈ কাণেই নিদিলে। মাথোন এবাৰ কাণ দুখন জোকাৰিলে। লগতে নেজডালো।

"তই হবলা বাতিটো ইয়াতে কটাব খুজিছ? কাণ দুখন দেখোন পেলাই দিলি। তই নিজকে কি বুলি ভাবিছ? শুন, এবাৰ মই প্ৰিন্স্ চুলুকিজৰ ঘোঁৰাটোক এনেকুৱা কথাতে ভালকৈ এজাউৰি দিছিলোঁ। ব'ল, ভালে ভালে মোৰ কথা শুনি আগ বাঢ়।"

অৱশেষত, ধৈৰ্য হেৰুৱাই কাৰামানে গছৰ ঠানিডালেৰে সাবোঁপ-সাবোঁপকৈ কেইকোবমান দিলে।

জন্তুটোৱে খঙত ঘোঁট-ঘোঁটকৈ শব্দ কৰি আগ-ঠেং দুটাৰে দলঙৰ কাঠত লাঠি মাৰি থিয় হৈ ৰ'ল।

"কটা বিশ্বাসঘাতক! তোক খং নকৰোঁ বুলিয়েই ভাবিছিলোঁ। তই নিজেহে মোৰ খং তুলি লৈছ। যাবি নে নেযাৱ, ক। নহ'লে, এনে পিতন খাবি যে সাতটা জনমলৈ মনত ৰৈ যাব। মোৰ কথা নুশুন তেনেহ'লে?"

কাৰামানে জন্তুটোৰ মূৰে-গায়ে উবাই-ঘূৰাই কোবাবলৈ ধৰিলে! কিন্তু, জন্তুটোৰ গোঁৰাৰামি চৰিলহে, নুটুটিল।

কাৰামানে খন্তেক জিৰাই ল'লে। কোবাই লাভ নহ'ব যেন দেখি, কাৰামানে আকৌ তাক চলাহী কথা কৈ ভুলাব খুজিলে।

"চাচোন বাৰু মোৰ অৱস্থাটো। তোৰ হবলা লাজ-চৰম একো নাই? তোক লৈয়েই মই অহংকাৰ কৰিছোঁ; আৰু তয়েই মোক অপদস্ত কৰিছ। ব'লচোন, দলংখন পাৰ হৈ লওঁ। ভয় কৰিবলৈ একো নাই। দলং ভাঙি নপৰে। কত বিয়াগোম-বিয়াগোম গাড়ী অহা-যোৱা কৰে, আৰু তোৰ ভৰতে দলংখন ভাগিব, হয়? বাৰু, ঠিক আছে—ময়েই আগে-আগে গৈ দেখুৱাওঁ।"

জন্তুটোৰ পিঠিৰপৰা নামি কাৰামানে গছৰ ঠালেৰে পকোৱা লেকামডাল ধৰি টানিবলৈ ধৰিলে। এবাৰ তাক গালি পাৰে আৰু তাৰ পিচতে তাক



মিঠা-মিঠা কথা কয়। কিন্তু, কোনো লাভ নহ'ল। জন্তুটো এখোজো নলৰিল—খোপনি পুতিয়েই ৰ'ল।

কাৰামানৰ খঙে মূৰৰ চুলি পালেগৈ। তাৰ পিনে যুঁজৰ কুকুৰাটোৰ দৰে ৰঙা চকু তুলি চালে।

"তই ভাবিছ, মই তোৰ দীঘল চুলি থকা পাদ্ৰীটোৰ দৰে। মানুহৰ আগত আজমথালি কৰি সিহঁতক দাঁত নিকটাই হঁহাৰ ছল দিব পাৰিবি? তোক আজি দলং পাৰ কৰিব নোৱাৰিলে, মোৰ নাম কাৰামান মুখেইজেই নহয়। মোক তই চিনি পোৱা নাই।"

চাৰিওপিনে চকু ফুৰাই চাওঁতেই এডাল শকত লাঠী তাৰ চকুত পৰিল। কাৰামানে লাঠীডাল বুটলি আনিলে। জন্তুটোৱেও কাৰামান যাতে তাৰ পিঠিত উঠিব নোৱাৰে, তাৰ ব্যৱস্থা কৰিলে। ঠেং জোকাৰি-জোকাৰি লফিয়াবলৈ ধৰিলে। কিন্তু, কাৰামানক সি তেনেকৈ ঠগিব নোৱাৰিলে। ছেগ চাই কাৰামানে জাপ মাৰি তাৰ পিঠিত উঠি ল'লে।

"চাই থাক, তোক মই কি কৰোঁ।" এইবুলি কৈয়েই দেহৰ গোটেই শক্তিৰে জন্তুটোৰ টিকাত লাঠীডালেৰে এক কোব বহুৱাই দিলে।

জন্তুটোৱে চিঞৰি উঠিল।

"যাবি নে নেযাৱ, ক।" এইবুলি কৈয়েই আকৌ এক কোব বহুৱালে।

জন্তুটোৱে আকৌ চিঞৰি উঠিলে। কিন্তু, সি এখোজো নলৰিল।

কাৰামান বলিয়াৰ দৰে হৈ পৰিল। জন্তুটোক সি উবাই-ঘূৰাই কোবাবলৈ ধৰিলে।

জন্তুটোৱে গাহৰিৰ দৰে চিঞৰি-চিঞৰি কাৰামানক পিঠিৰপৰা জোকাৰি পেলাই দিবলৈ চেষ্টা কৰিলে। অৱশেষত, মাৰৰ কোব সহিব নোৱাৰি সি একেকোবে এনেদৰে উভতি ল'লে যে কথমপিহে কাৰামান নপৰাকৈ থাকিল। তাৰ পিচত, সি বিজুলী বেগে দৌৰিবলৈ ধৰিলে। পাহাৰ-হাঁফলু, খাল-নলা, একো নগণাকৈ সি একেৰাহে দৌৰিবলৈ ধৰিলে। দুয়ো কাষৰ গছবোৰৰপৰা ওলমি থকা ডালত ঘঁহনা খাই চকুহাল যাতে কোটৰৰপৰা ওলাই নপৰে, মাথোন সেইটো লক্ষ্য কৰাৰ বাহিৰে কাৰামানৰ আন একো কৰাৰ উপায় নেথাকিল।

জন্তুটোক ৰখাবৰ কাৰণে কাৰামানে যিমানে চেষ্টা কৰিবলৈ ধৰিলে, সি সিমানে তেজ কদমত দৌৰিবলৈ ধৰিলে। শেষত কোনোমতে কাৰামানে নিজৰ ভৰি দুখন জন্তুটোৰ আগ-ঠেঙৰ চেপাত সুমুৱাই লৈহে অলপ নিৰাপদ বোধ কৰিলে।

"দৌৰ, কিমান দৌৰিব পাৰ। কটা মূৰ্খটো ক'ৰবাৰ।" কাৰামানে মুখৰ ভিতৰতে ভোৰভোৰাবলৈ ধৰিলে। "ক'ৰবাততো ৰ'বগৈয়ে লাগিব। চাওঁচোন বাৰু তোৰ কিমান দম আছে! কিন্তু, মোৰ হাতৰপৰা ৰক্ষা নেপাইছ আজি।"

হঠাৎ এখন ভঙা পাথৰৰ দেৱাল জাপ মাৰি পাৰ হৈ, এখন চোতাল গচকি এটা ঘৰৰ দুৱাৰ-মুখত জন্তুটো ৰৈ গ'লহি।

লগে লগে দুৱাৰখন মুকলি হৈ গ'ল। ভিতৰৰপৰা পাদ্ৰী আমভ্ৰচি ওলাই আহিল আৰু কাৰামানৰ পিনে অবাক চকুৰে চাই ৰ'ল।

কাৰামান বুৰ্বকৰ দৰে খচ্চৰটোৰ পিঠিতে বহি ৰ'ল।

পাদ্ৰী আমভ্ৰচি খট্‌খটীয়েদি নামি আহিল। ওচৰলৈ আহি তেওঁ সুধিলে। "কাৰামান দেখোন?"

"উস্, মই যদি কাৰামান নহৈ আন কোনোবা এটা হ'লোহেঁতেন।" ঘোঁৰাচোৰ কাৰামানে আপোনমনে ক'লে।

"বৰ উপকাৰ কৰিলা তুমি। পালা ক'ত ইয়াক? আজি এমাহ ধৰি তাক বিচাৰি পোৱা নাই। কত ঠাইত যে বিচাৰিলোঁ। নামা, নামা, নামি পৰা। উস্, সি দেখিছোঁ তোমাৰ ঘাম বাহিৰ কৰি দিছে। বৰ কষ্ট খালা তুমি।"

কাৰামান তাৰ পিঠিৰপৰা নামি আহিল। পাদ্ৰী আমভ্ৰচিৰ পিনে সি ভেবা লাগি চাই ৰ'ল। চকুত তাৰ এক যুদ্ধ-পৰাজিত জেনেৰেলৰ দৃষ্টি। যদিও কথাৰ সুৰটো চুৰি মালেৰে সৈতে ধৰা নপৰা যেনেই শুনাইছে, তথাপি তাৰ মনে মনে ধৰা পৰাৰ দৰেই লাগিছে। আৰু, সেই ধৰা পৰাৰ লাজে তাক আচ্ছন্ন কৰি পেলাইছে।

"এই দগাবাজটোক পালা ক'ত?" মনৰ আনন্দত আমভ্ৰচিয়ে ক'বলৈ ধৰিলে। "চোৰাচোন চোৱা। খুচীমতে খাই খাই সি কিমান নোদোকাটো হৈ উঠিছে! অদ্ভুত গোঁৱাৰ ই। ইয়াক ঘূৰাই আনোতে তোমাৰ কি কষ্ট হৈছে, বুজিছোঁ। তুমি বুলিহে পাৰিলা। বোপা, তোমাক আশীৰ্বাদ দিছোঁ। তোমাৰ এই উপকাৰ মই কেতিয়াও নেপাহৰোঁ।"

কাৰামানে খচ্চৰটোৰ পিনে চালে; মুখেৰে একো নক'লে। কেনেকৈ যে কি ঘটিল— কাৰামানে নিজেই নেজানে।

জন্তুটোৱে প্ৰশান্তমনেৰে ঘাঁহ চোবাই-চোবাই নেজেৰে মাখি খেদোৱাত ব্যস্ত হৈ পৰিল।

# ব্ৰহ্মদেশ

## জাগিয়াই

তেওঁৰ আচল নামটো হ'ল, উ থিন হান (১৯০৮— )। ৰেংগুন বিশ্ব-বিদ্যালয়ৰ গ্ৰন্থাগাৰিক। অসংখ্য বিদেশী ৰচনা নিজৰ ভাষালৈ অনুবাদ কৰিছে। তদুপৰি, কবি আৰু গল্প-লিখক হিচাপেও বিখ্যাত।

## সহধৰ্মিণী/জ্যাগিয়াই

মা প আছিল কো শ্বিনৰ ঘৈণীয়েক—হাট-বজাৰ কৰিয়েই খায়। নিতৌ ৰাতিপুৱা মূৰত এপাচি শাক-পাচলি লৈ এমাইল বাট ভাঙি চহৰলৈ যায়। তপতে-তপতে বেচিব পাৰিলে সোনকালে উলটি আহে ! সেয়ে নহ'লে, বেলি লহিওৱাৰ পিচতহে ঘৰ পায়হি। গাঁৱৰ কাষেদি বৈ যোৱা নৈখনৰ ওপৰত থকা বাঁহৰ সাঁকোখনত ভৰি দিয়াৰ লগে লগে তেওঁৰ মনত পৰি যায়, গিৰীয়েকৰ কথা, ল'ৰা-ছোৱালীকেইটাৰ কথা।

মানুহজনী বেচ ওখ-পাখ। চুলিকোছা ৰঙচুৱা। আৰু আগ-দাঁত কেইটা অলপ উজলা। তথাপি, মানুহজনী মুঠেই আপচু নহয়। গিৰীয়েক কো শ্বিন আছিল ধোদ—ঘৰতে বহি বহি খায়। অৱশ্যে, কোনো কাম-বন নকৰে বুলি ক'লে মিছা কোৱা হ'ব। ভাত-পানী তেওঁৱেই ৰান্ধে আৰু ল'ৰা-ছোৱালী কেইটাৰ তদাৰক লয়।

বৌদ্ধ ভিক্ষু সমাজৰ লগত ন বছৰ ধৰি কো শ্বিনে ভকতীয়া কথা শিকিছে। লগতে কিছু লিখা-পঢ়াও। মানুহজন ভাল। হাঁহিবলৈ ভাল পায়। আৰু দান-দক্ষিণা বিয়া-বাৰুৰ কথাত তেওঁৱেই সদায় আগৰণুৱা হৈ ফুৰে। ঘৈণীয়েকৰ দৰে তেওঁ সিমান ওখ-পাখ নাছিল। বুকুৰ সঁজাটোও সৰু আছিল। মূৰৰ চুলিকোছা ঘন আৰু ওপৰ-ওঁঠৰ গোফকোছা মিহি আছিল। গোটেই গাতে আঁঠুলৈকে সাঁচ মৰাই লোৱা ফুল-জালি আঁকা আছিল।

বিয়াৰ পিচৰেপৰা ডাঙৰ ল'ৰাটো ওপজাৰ পাচলৈকে, মা প-ই দোকান-খন চলোৱাৰ উপৰিও গিৰীয়েকৰো লাচনি-পাচনি কৰি দিছিল। দ্বিতীয় ল'ৰাটো ওপজাৰ পিচৰেপৰা তেওঁ মাথোন দোকানখনহে চলাবলৈ আজৰি পাইছিল। কিন্তু, ছোৱালীজনী ওপজাৰ পিচৰপৰা, মা প মাজে মাজে ভাগৰি



পৰা হ'ল। এবাৰ কাৰবাৰত বেয়াকৈ লোকচান ভৰি তেওঁৰ অৱস্থা শোচনীয় হৈ পৰিল। তথাপি তেওঁ কোনোদিন কোনো অভিযোগ নজনালে।

যেতিয়া তেওঁৰ বান্ধৱীবিলাকৰ কোনোবাই কয়, "গাঁৱৰ বিয়াবিলাকত তোমাৰ তেখেতে যেতিয়া প্ৰাৰ্থনা কৰি দৰা-কইনাক আশীৰ্বাদ দিয়ে, শুনি থাকিবৰ মন যায়। কি যে ধুনীয়া লাগে ! মানুহজন সঁচাকৈয়ে অতি বিদ্বান।" তেতিয়া তেওঁৰ বুকুখন আনন্দত ভৰি উঠে। তেওঁৰ উলাহে নধৰা হয়। মাজে মাজে যেতিয়া চৈধ্য-বছৰীয়া ল'ৰাটোৱে আগবাঢ়ি গৈ তেওঁক সাঁকোখনৰ ওচৰত লগ ধৰেগৈ আৰু তেওঁৰ হাতৰপৰা পাচিটো খুজি লৈ তেওঁক আঁজৰাই দিয়ে, তেনেকুৱা মুহূৰ্তবোৰত তেওঁৰ মনটো গিৰীয়েকৰ প্ৰতি কৃতজ্ঞতাৰে উপচি উঠে।

এবাৰ তেওঁ ঘৰৰ সমুখৰ চাংখনত বহি ল'ৰা-ছোৱালীকেইটাৰ লগত কথা পাতি থাকোঁতে, ক'ৰবাৰপৰা এটা মদপী মানুহ আহি তেওঁৰ পিনে ৰ লাগি চাই আছিল। ল'ৰা-ছোৱালীকেইটা ভয়তে উঠি ভিতৰলৈ লৰ মাৰিলে। কো শ্বিন লৰালৰিকৈ ওলাই আহিল আৰু কঁকালত হাত থৈ তেওঁ তাৰ পিনে কটমটকৈ চালে। লগে লগে মদপীটোৱে তলমূৰ কৰি ঢলংপলংকৈ অহাবাটে উভতি গুচি গ'ল। মা প-ৰ মনটো কৃতজ্ঞতাৰে উপচি উঠিল: "এৰা, ঘৰৰ মানুহটো নথকা হ'লে আজি যে কি অপমানেই ভুঞ্জিব নেলাগিলেহেঁতেন!"

মা প-ৰ বয়স এতিয়া ছয়ত্ৰিশ বছৰ। কো শ্বিন তেওঁতকৈ ছবছৰ ডাঙৰ।

কো শ্বিনৰ বয়স যিয়েই নহওক, জীৱনত তেওঁ কোনোদিন পৰিশ্ৰম কৰি পোৱা নাই। মানুহে যেতিয়া তেওঁক লৈ ইতিকিং কৰে, ঘৈণীয়েকৰ আঁচলত ধৰি খোৱা বুলি, তেতিয়া তেওঁ হাঁহি হাঁহি উত্তৰ দিয়ে, "পূৰ্বজন্মৰ পুণ্যৰ ফলতে বহি বহি খাবলৈ পাইছোঁ। ঈৰ্ষা নকৰিবা।" যদিও মুখেৰে তেনেকৈ কয়, ভিতৰি ভিতৰি আমঠু শুকাই যায়। অৱশ্যে, জোকৰ মুখত চূণ দিয়া ধৰণৰ উত্তৰ দিব পাৰি মনে মনে দুখটো পাহৰিও যায়। আনহাতে, মানুহবোৰেও কথাৰে বলে নোৱাৰি মুখ ভেঙুচাই গুচি যাবলৈ বাধ্য হয়। যি কি নহওক, ওচৰ-চুবুৰীয়াবিলাকৰ ভেঙুচালি-ইতিকিং সহিব নোৱাৰি, তেওঁ কিবা এখন বন গোটাই ল'বলৈ মন বান্ধে। সম্বন্ধীয়া ভায়েক এজনৰপৰা টকা ধাৰলৈ লৈ বাঁহৰ ব্যৱসায়ত নামিল। কিন্তু, শেষত মাথোন লোকচানহে ভৰিলে। পিচৰ বছৰ ৰাৰিষা তেওঁ খেতি কৰিবলৈ বুলি পথাৰলৈ ওলাল। মূৰকত তেওঁ ঘৰলৈ উভতি আহিল, ভৰিখন তেজেৰে ৰঙা-ৰাঙলী কৰি—নাঙলৰ ফালে কাটিলে। ঘাডোখৰ শুকাবলৈ পোন্ধৰ দিন লাগিল।

যিদিনাখন তেওঁ নৰিয়া-পাটীৰপৰা উঠিল, সেইদিনা তেওঁৰ তিয়াল্লিশ বছৰ পূৰ্ণ হ'ল। বাহিৰৰ ঘাডোখৰহে শুকাল, কিন্তু মনৰ ঘাডোখৰ উথহি উঠিল।

সদায় ওলাই যোৱাৰ দৰেই মা প বজাৰলৈ গ'ল। ডাঙৰ ল'ৰাটো গ'ল বৌদ্ধ ভিক্ষুসকলৰ পঢ়াশালিলৈ। বাকী ল'ৰা-ছোৱালীহালে ঘৰৰ সমুখৰ তেঁতেলী গছজোপাৰ তলতে উমলি আছে। কো শ্বিনে ফিকা চাহ এবাটি খাবলৈ লৈ দেখিলে, ওচৰৰে ঘৰটোৰ ল'ৰা-ছোৱালীৰ বাপেকটো মিস্ত্ৰীৰ সাজ-সৰঞ্জামৰ মোনাটো লৈ কামলৈ ওলাইছে। তাৰ সিপিনৰ ঘৰটোৰ মানুহজন হাতত দা এখন লৈ নদীৰ সিপাৰৰপৰা খৰি লুৰিবলৈ ওলাইছে। আনকি, মুখামুখিকৈ থকা ঘৰটোৰ বুঢ়াজনেও কাঠ এডোখৰ চাঁচিবলৈ লৈছে—বিলাতী-মাটিৰ কাম কৰা ৰাজমিস্ত্ৰীৰ কাঠৰ কৰণি এখন সাজিব।

কো শ্বিনৰ ভালেই লাগিছিল, আৰামকৈ ঢোকে ঢোকে ৰঙা চাহ খাই। কিন্তু, ওচৰ-চুবুৰীয়া আটাইবোৰকে যেতিয়া এজন এজনকৈ কামলৈ ওলাই যোৱা দেখিলে, তেতিয়া তেওঁৰ আৰামটো মাটি হৈ গ'ল। মনত পৰি গ'ল, ভাত-চৰুৰ তলত জুই দিবৰ হ'ল। লগতে মনত পৰি গ'ল, ওচৰ-চুবুৰীয়াবোৰৰ ঠাট্টা-মস্কৰাৰ কথা। হঠাৎ যেন চকুৰ আগেদি ভাঁহি যাবলৈ ধৰিলে গোটেই জীৱনটো—এটা দীঘল শোভাযাত্ৰাৰ দৰে। ভিক্ষুসকলৰ পঢ়াশালিত বিদ্যা সাং কৰি ফুল-বাবু হৈ ফুৰা দিনবোৰ, মা প-ৰ লগত বিয়া হোৱা ঘটনাটো, ব্যৱসায়ত ঘাটি খোৱা কথাবোৰ- হাল বাওঁতে ভৰি কটা দুৰ্ঘটনাটো! লাজ আৰু বেদনাত মনটো ভৰি উঠিল। এই ধিক্কাৰজনক জীৱন-ধাৰাৰপৰা আঁতৰি আহিবলৈ মন গ'ল। মনে মনে চিন্তা কৰিলে, ইয়াতকৈ ভিক্ষুৰ জীৱন সাৰটি লোৱা বহুত বেছি ভাল। সেয়ে হ'লে, তেওঁ ভাত ৰান্ধি মৰিব নেলাগিব। তাৰ সলনি, পৰম মংগলৰ ধ্যানত ব্যস্ত থাকিব পাৰিব। তেওঁৰ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীবোৰেও তেওঁৰ পুণ্যৰ ভাগ পাব। তেওঁৰ নিশ্চিত ধাৰণা হ'ল, পুনৰ্জন্মৰ বেদনাৰপৰা মুক্তিলাভৰ সময় আসন্ন। এতিয়াৰপৰা অন্ততঃ বোধিসত্ত্ব হ'বৰ বাবে সাধনা কৰিব লাগিব। এইবোৰ আকাশ-পাতাল ভাবি থাকোঁতেই মনত পৰিল, ভাত ৰান্ধিবৰ সময় হ'ল। নেৰান্ধিলে নিজেও খাবলৈ নেপাব, ল'ৰা-ছোৱালীবোৰেও কান্দি কাটি হুলস্থুল লগাব। তেওঁ বহাৰপৰা উঠি ৰান্ধনি-ঘৰলৈ সোমাই গ'ল।

সিপিনে বজাৰত মা প-ই পাচলিখিনিৰ ওপৰত পানী অলপ চতিয়াই পাচলিৰ ওজন বঢ়োৱাত লাগিছে, যাতে দুপইচামান বেছিকৈ পায়! উপকৰা যিখিনি পাব, তাৰে তেওঁ গিৰীয়েকলৈ দুটামান ভাল চুৰট কিনি নিবলৈ পাঙি থৈছে।



কো শ্বিন ভাত ৰন্ধাত বেচ পাকৈত। তেওঁ ল'ৰা-ছোৱালীকেইটাক মাতি আনি আগদিনাখনৰ বাহী আঞ্জাৰে সৈতে ভাত বাঢ়ি দিলে। ল'ৰা-ছোৱালীকেইটা যেতিয়া আকৌ উমলিবলৈ গ'লগৈ, কো শ্বিনে চাংখনত উঠি ভৰি দুখন মেলি দিলে; আৰু ওলমি থকা ভৰি দুখন নচুৱাই-নচুৱাই চিন্তা কৰিবলৈ ধৰিলে। তেওঁ যেতিয়া ভিক্ষু হ'ব, তেতিয়া নিতৌ ৰাতিপুৱা ভিক্ষা-পাত্ৰটো লৈ এই ঘৰটোলৈ আহিব; মা প আৰু ল'ৰা-ছোৱালীকেইটাক নিতৌ এবাৰকৈ চাই যাবহি। মা প নিৰক্ষৰ আৰু তেওঁ ধৰ্মৰ নীতি-নিয়মবোৰৰ একো নেজানে। সেইবাবে, মা প মৰাৰ পিচত হয়তো তল খাপৰ জীৱ হৈ জন্মান্তৰ লভিব। কথাষাৰ ভাবি, কো শ্বিনৰ দুখ লাগি গ'ল। মা প-ক যদি ধৰ্মৰ পথটো দেখুৱাই দিব পাৰিলেহেঁতেন!

ল'ৰা-ছোৱালীহালৰ কাজিয়া আৰু চিঞৰ-বাখৰে তেওঁক বাস্তৱ পৃথিৱীলৈ নমাই আনিলে। ছোৱালীজনীয়ে ককায়েকটোৰ মুখখন নখেৰে আঁচুৰি দিছিল। ককায়েকটোৱেও ভনীয়েকৰ চুলিকোছা টানি শোধ লৈছিল। গতিকে দুয়োটাই ৰাউচি জুৰি কান্দিছে।

কো শ্বিনে ল'ৰা-ছোৱালীহালক ভিতৰলৈ নি দুয়োটাকে দুটা চুকত বহুৱাই থ'লে। তাৰ পিচত, আকৌ চিন্তা কৰিবলৈ বহিল। কিন্তু, চিন্তাৰ আঁত হেৰুৱাই পেলালে। এনেতে তেওঁৰ চকুত পৰিল, ল'ৰা-ছোৱালীহালৰ সৰু মূৰ দুটা টোপনিত হালি পৰিছে। তেওঁৰ নিজৰো হামি আহিবলৈ ধৰিলে।

"লৰচৰ নকৰিবি।"—এইবুলি সিহঁতক হুকুম দিয়েই তেওঁ শুবলৈ ল'লে।

তেওঁৰ চকুহাল জাপ খোৱাৰ লগে লগে, ল'ৰা-ছোৱালীহালৰ চকু মেল খালে। সিহঁত দুয়োটাই চকুৰে চকুৰে কথা পাতিলে। বাপেকৰ টোপনি আহিলেই দুয়োটাই আকৌ খেলিবলৈ যাব।

মা প-ৰ মাত শুনি কো শ্বিনৰ টোপনি ভাগিল। মাকে তেঁতেলী গছত উঠি থকা ল'ৰাটোলৈ চাই ক'লে, "হেৰ,' তাৰপৰা নামি আহ। পৰি মৰিবি! ভনীয়েৰ ক'ত আছে?"

"নৈৰ পাৰত।"—ল'ৰাটোৱে উত্তৰ দিলে।

"হেৰা, এইপিনে শুনাচোন। তুমি হবলা ল'ৰা-ছোৱালীবোৰ এনেকৈয়ে ৰখিছা! ভাল বাপেকটো হৈছা।" - মা প-ই চিঞৰি-চিঞৰি ক'লে।

ছোৱালীজনী বোকাৰে লুতুৰি-পুতুৰি হৈ ওলালহি। ল'ৰাটোও গছৰ-পৰা নামি আহিল।

কো শ্বিনে ল'ৰা-ছোৱালীহাললৈ ঘোপাকৈ চালে। ছয়োটা মাকৰ আঁচলৰ আঁৰত লুকালগৈ।

"এয়া লোৱা, তোমাৰ কাৰণে চুৰট কেইটামান আনিছোঁ।"—মা প-ই চুৰটকেইটা তেওঁৰ হাতত গুজি দি ক'লে। তাৰ পিচত, ল'ৰা-ছোৱালীকেইটাক লৈ ৰান্ধনি-ঘৰলৈ গ'ল। মা প-ই ছোৱালীজনীৰ হাত-ভৰিবোৰ ধুৱাই উঠি, ছয়োটাকে কেইখনমান মটৰ-মাহৰ পিঠা খাবলৈ দিলে। তাৰ পিচত, মা প-ই মজিয়াত ভৰি ছখন মেলি খোপাটো সোলোকাই পেলালে। সমুখলৈ হালি চুলিকোছা মেলি দিলে।

"পিঠিটোত তোৰ কিলাকুটিৰে ভুকুৱাই দেচোন।"—মা প-ই ল'ৰাটোৰ পিনে চাই ক'লে। সি পিঠাখন চোবাই চোবাই মাকৰ পিঠিটোত লাহে লাহে ভুকুৱাই দিবলৈ ধৰিলে। কিলাকুটিৰ কোবৰ লগে লগে মা প-ৰ গাটো জোকাৰ খাবলৈ ধৰিলে, মূৰটো কঁপিবলৈ ধৰিলে আৰু চুলিকোছা নাচিবলৈ লাগিল। কো শ্বিনৰ ধাৰণা হ'ল, সেইজনী এজনী সাইলাখ যখিনী।

দৃশ্যটো কিছুপৰ চাই থকাৰ পিচত কো শ্বিনে এটা বিৰক্তিৰ হুমুনিয়াহ কাঢ়িলে। "দেখিছোঁ, বৌদ্ধ ভিক্ষুৰ গেৰুৱা পোছাক পিন্ধিবই লাগিব।"—কো শ্বিনে নিজকে নিজে ক'লে।

তথাপি, বছৰটো উকলি নোযোৱালৈকে তেওঁ ঘৈণীয়েকক কথাষাৰ ক'বলৈ সাহেই নকৰিলে।

তিনি মাহ পাৰ হৈ গ'ল। অথচ কো শ্বিনে কৈছিল, মাথোন এমাহলৈহে তেওঁ সেই গেৰুৱা পোছাকটো পিন্ধিব! মা প-ৰ মাহীয়েক এগৰাকী আহিছিল ল'ৰা-ছোৱালীকেইটাৰ ভাৰ ল'বলৈ। এতিয়া তেওঁৰ মনটো নিজৰ গাঁৱৰ ঘৰখনৰ কাৰণে বাউল হৈ উঠিল।

"ব্ৰহ্মচাৰী জোঁৱায়ে বা সংসাৰলৈ কেতিয়া উভতি অহাৰ কথা ভাবিছে?" —মাহীয়েকে এদিন ভিক্ষুক সুধিলে।

ভিক্ষুৱে কোনো উত্তৰ নিদিলে। তাৰ সলনি, তেওঁ ভিক্ষু জীৱনৰ প্ৰশংসা কৰা শ্লোক কেইটামানহে আওৰাই শুনালে। মাহীয়েকৰ কাণত শ্লোককেইটাৰ এটা বৰ্ণও নোসামাল। তেওঁৰ পেটে পেটে খংহে উঠিল, অনাহকত ইমান দিন বন্দী কৰি থোৱা কাৰণে। ভিক্ষুৱে বিদায় লোৱাৰ পিচতে তেওঁ মা প-ক মাত দিলে, "মা প! মই আৰু যাওঁগৈ বুলিহে ভাবিছোঁ। তোৰ ভিক্ষু গিৰীয়েৰক



ক, সেই কাপোৰৰ দ'মটো সোলোকাই থ'বলৈ। হ'ল বুলি মই জানো তইঁতৰ ঘৰত সদায় নিকিনা বান্দী হৈ থাকিব পাৰোঁ?"

মা প-য়ো মনে মনে বাঞ্ছা কৰিছিল, গিৰীয়েক সংসাৰলৈ উভতি আহক! ছুবাৰ নে এবাৰ কথাষাৰ তুলিওৱাকৈয়ো থকা নাই। উত্তৰত মাথোন উপদেশৰ অমৃতহে পান কৰালে। এতিয়া আকৌ বোলে তিনি মাহ ধৰি নিৰ্জনতাৰ মাজত ধ্যান কৰাৰ সময় কাষ চাপি আহিছে। উপায়-বুদ্ধি হেৰুৱাই মা প এগৰাকী বান্ধৱীৰ ওচৰলৈ গ'ল। কথা বতৰা হোৱাৰ পিচত, ছয়ো উৰাই-ঘূৰাই হাঁহিলে।

ৰাতিপুৱাটো ৰ'দেৰে সোণালী হৈ উঠিছিল। তেঁতেলীজোপাৰপৰা মাজে মাজে কেইটামান কপৌৰ কুৰুলি শুনা গৈছিল। মা প সেইদিনা বজাৰলৈ নগ'ল। তাৰ সলনি, তেওঁ ঘৰতে কিবাকিবি ৰন্ধা-বঢ়াত ব্যস্ত থাকিল। তাৰ পিচত, তেওঁ গা ধুই উঠি, মূৰৰপৰা ভৰিলৈকে পাউদাৰ চতিয়াই গাটো সুগন্ধ কৰি ল'লে। মুখখনতো বঢ়িয়াকৈ পাউদাৰ সানিলে। চুলিকোছা চপাই লৈ আটোমটোকাৰীকৈ খোপা এটা বান্ধিলে। কপালৰ ওপৰত থকা চুলিৰ অলকমুঠি ক্ৰমে তললৈ বহলাই আনি, যাক 'কপৌ চৰাইৰ ফান' বুলি কয়, সেই বস্তুটো সজালে। তাৰ পিচত, পেন্সিলেৰে আঁচ টানি ভুৰু ছুটা ভালকৈ আঁকিলে আৰু তামোল এখন খাই ওঁঠ ছুখন বোলাই ল'লে। অৱশেষত, এসাজ কাপোৰ পিন্ধিলে— মখমল কাপোৰৰ এটা শুধ্ বগা জাকিট-চোলা আৰু ৰঙা ফুলৰ ছাপ দিয়া এখন মেখেলা। ল'ৰা-ছোৱালীকেইটাকো চাফ-চিকুণ কাপোৰ পিন্ধি ল'বলৈ দিলে। তাৰ পিচত, তেওঁ ঘৰৰ লাম-লাকটু য'ত যি আছিল আটাইবোৰ বান্ধি পেলালে। চোতালৰ মূৰত এখন গৰু-গাড়ী, যাবলৈ সাজু হৈ আছে।

দহ বজাৰ লগে লগে ভিক্ষুগৰাকী ওলালহি। লগত ভিক্ষুসকলৰ পঢ়াশালিৰপৰা উভতি অহা ডাঙৰ ল'ৰাটো। ঘৰৰ ওচৰ পাওঁতেই, তেওঁৰ চিন্তা লাগিল—আকৌ বোধকৰোঁ আটায়ে তেওঁক ভিক্ষুৰ জীৱন পৰিত্যাগ কৰিবলৈ খট-বান্ধ লগাব। ঘৰ পোৱাৰ লগে লগে গৰু-গাড়ীখন তেওঁৰ চকুত পৰিল। ঘৰৰ ভিতৰ পায়েই তেওঁ বান্ধি থোৱা টোপোলা-টাপলিবোৰ দেখা পালে। পূজাত বহা ঠাইডোখৰত মাহীয়েকে তেওঁক বহিবলৈ কঠ এখন পাৰি দিলে। তাৰ ওপৰতে বহি তেওঁ মা প-ক দেখা পাবলৈ মিছাই আশা কৰি ৰ'ল।

কিছুবেলিৰ পিচত, কাঁহী এখনত থোৱা-বস্তু লৈ দেখা দিলেহি। মুখখন এন্ধাৰ আৰু চকুহাল চলচলীয়া কৰি তেওঁ কাঁহীখন কো শ্বিনৰ পিনে

আগবঢ়াই দিলে। ভিক্ষুগৰাকীয়ে টিপতে মা প-ক এবাৰ চাই ল'লে। মা প দেখোন বঢ়িয়াকৈ সাজি-কাছি আছে! আকৌ এবাৰ মা প-ৰ পিনে চালে। মা প-ৰ ধৰণ-কৰণবোৰ দেখি তেওঁ একো বুজি নেপালে। তথাপি মনটো ডাঠ কৰি ল'লে, যাতে মা প-ৰ কাকুতি-মিনতিয়ে তেওঁক টলাব নোৱাৰে! কাৰণ, আজিও নিশ্চয় তেওঁক সংসাৰলৈ ঘূৰি আহিবলৈ অনুনয়-বিনয় কৰিব!

খাই উঠিলত, মা প-ই তেওঁৰ চুৰা কাঁহীখন আঁতৰাই নিলে। তাৰ পিচত, তেওঁক সম্ভ্ৰম জনাই মা প অলপ আঁতৰত বহি ল'লে। ভিক্ষুৱে উপদেশৰ বাৰি বৰ্ষণ কৰিবলৈ নৌ পাওঁতেই, মা প-ই মাহীয়েকৰ পিনে চাই সুধিলে,—"মাহী! গাবোৱানটো আহি পোৱাহি নাই নেকি ?"

ভিক্ষুৱে উপদেশ বৰ্ষণ কৰিব নোৱাৰি, চোতালৰ গৰু-গাড়ীখনলৈ চাই পঠিয়ালে।

"মা প! ঘটনাটোনো কি ?"—ভিক্ষুৱে সুধি পেলালে।

"ব্ৰহ্মচাৰী প্ৰভুক আটাইবোৰ ভাঙি-পাতি ক'ম বুলিয়েই ভাবিছোঁ।"—মা প-ই মূৰটো নোতোলাকৈয়ে উত্তৰ দিলে।

"মাহীদেউ ঘৰলৈ যায়গৈ। কথা হ'ল : তেওঁ গ'লে, মই অকলশৰে দোকান আৰু ঘৰ দুয়োটা কেনেকৈ চাম ? গতিকে, ব্ৰহ্মচাৰী প্ৰভুৰপৰা অনুমতি ল'ব খুজিছোঁ, মই আৰু সৰু ল'ৰা-ছোৱালী দুটা মাহীহঁতৰ গাৱঁলৈকে যাওঁগৈ। ডাঙৰ ল'ৰাটো ব্ৰহ্মচাৰী প্ৰভুৰ লগতে থাকক।"

তাৰ পিচত, ডাঙৰ ল'ৰাটোৰ পিনে ঘূৰি চাই ক'লে, "তই বোপাই, ব্ৰহ্মচাৰী প্ৰভুৰ লগতে থাক।" এইবুলি কৈ তেওঁ চকুৰপৰা সৰি পৰা চকু-লো এটোপাল মচি ল'লে।

ভিক্ষু নিতাল মাৰি ৰ'ল। চিন্তাত মূৰটো দোঁ খাই আহিল।

"ব্ৰহ্মচাৰী প্ৰভুৱে যদি ইচ্ছা কৰিছে, তেনেহ'লে তেখেত চিৰজীৱন ভিক্ষু হৈয়েই থাকক। তেখেতৰ চৰণৰ অযোগ্য এই দাসীয়ে তাইৰ জীৱিকাৰ উপায় এটা কিবাকৈ উলিয়াই ল'বলৈ চেষ্টা কৰিব। ব্ৰহ্মচাৰী প্ৰভুৰ জগত আৰু তাইৰ জগত, দুখন বেলেগ জগত। মাজত এখন বিৰাট নদী। এতিয়াৰপৰা দুয়োৰো মাজত মাথোন এটা সম্পৰ্কই থাকিব—সেয়া হ'ল এগৰাকী ভিক্ষু আৰু এজনী সামান্য ভক্ত-তিৰোতাৰ সম্পৰ্ক। যিহেতু তাই এহাল ল'ৰা-ছোৱালীৰ ভাৰ কঢ়িয়াবই লাগিব, গতিকে তাই যদি ক'ৰবাত কাৰোবাৰ ওপৰত ভাৰসা কৰিব পাৰে, তেনেহ'লে তাই তেওঁক গ্ৰহণ কৰাৰ ইচ্ছা ৰাখিছে। সেইবাবেই, তাই



কথাষাৰ এতিয়াই পৰিষ্কাৰকৈ কৈ থৈছে, যাতে ভৱিষ্যতে কোনো জটিলতাৰ সৃষ্টি নহয়।"

ভিক্ষুৰ কণ্ঠত এটা অনুনাসিক বিস্ময়ৰ চিঞৰ ফুটি উঠিল। মা প-ই এবাৰ কেৰাহিকৈ চালে। ভিক্ষুৰ হাতৰ আঙুলিকেইটা গেৰুৱা বসনৰ ওপৰত কঁপি উঠিল। তেওঁ মা প-ৰ মুখলৈ চাই ৰ'ল।

মা প-ই কৈ যাবলৈ ধৰিলে, "দুয়োৰো মংগলৰ বাবেই কথাষাৰ ক'লোঁ। ব্ৰহ্মচাৰী প্ৰভুৱে তেতিয়া স্বাধীনভাৱে ধৰ্মৰ পথ অনুসৰণ কৰিব পাৰিব। আৰু, এই দাসীয়েও যদি কেনেবাকৈ কাৰোবাক পাই যায়—।"

"তোমাৰ মাহীহঁতৰ গাওঁখন মদপীৰে ভৰা। মই বাৰু সংসাৰলৈ উভতি আহিম।"—ভিক্ষুৱে বাধা দি ক'লে।

মা প আকৌ কো খিনৰ সহধৰ্মিণী হ'ল।

# জাৰ্মানী

## হাইন্‌ট্‌চ্‌ বিচ্ছে

হাইন্‌ট্‌চ্‌ বিচ্ছে ( ১৮৯৮- ) এগৰাকী তৰুণ জাৰ্মান গল্প-লিখক। অপৰূপ পৰিৱেশ-সৃষ্টি আৰু চৰিত্ৰ-ৰূপায়ণ এওঁৰ চুটি গল্পসমূহৰ নিজস্ব ভংগী। যুদ্ধোত্তৰ জাৰ্মানীৰ নৈতিক সংঘাত এওঁৰ গল্পসমূহৰ প্ৰধান বিষয়বস্তু।

## গোৰ/হাইন্‌ট্‌চ্‌ বিচ্ছে

লিগিৰীজনীয়ে দুৱাৰখন মেলি দিলে। তাইৰ সমুখত এজন বৰ আচৰিত ধৰণৰ মানুহ থিয় দি আছে। তাইৰ ধাৰণা হ'ল, মানুহজন বিদেশী। মানুহজনৰ ডিঙিত এডাল খুব সুন্দৰ টাই ; ইমান বেছি চক্‌চকীয়া, যেন স্বৰ্গৰাজ্যৰ এটা পখীহে। মানুহজনৰ বয়সো হৈছে। চুলিবোৰ দস্তুৰমতে পকিছে ; কেৱল কপালৰ ওচৰত কুম দুটাৰ ওপৰৰ চুলিখিনি পকা নাই।

"কওক, ডাঙৰীয়া !" লিগিৰীজনীয়ে ক'লে।

মানুহজনে ক'লে—"মই অলপ মিঃ নিছিঙক লগ পাব খোজো। তেখেত জানো এই ঘৰটোতে নেথাকে ?" এইবুলি কৈ তেওঁ পদূলিৰ জপনাৰ পিনে আঙুলিয়াই কিবা ক'ব খুজিলে – খুব সম্ভৱ, তেওঁ জপনাখনত কোনো নে'ম-প্লেট নথকাৰ কথাটোকে ক'ব খুজিছিল।

"হয়, মিঃ নিছিং ইয়াতে থাকে। কিন্তু আপুনি তেখেতৰ লগত কথা হ'ব নোৱাৰিব।"

"কথা হ'ব নোৱাৰিম ?" ভদ্ৰলোকগৰাকীয়ে সুধিলে। তেওঁ অলপ ৰঙা-ছিঙা পৰি আকৌ সুধিলে, "মিঃ নিছিং নিশ্চয় মৰা নাই, নহয় জানো ? ক'ৰবাত ফুৰিবলৈ ওলাই গৈছে হবলা ?"

লিগিৰীজনীয়ে বিব্ৰত ধৰণে হাঁহিলে।

"উঁ-হো, মিঃ নিছিং মৰা নাই। আৰু ফুৰিবলৈয়ো ওলাই যোৱা নাই। কেৱল—মানে—তেখেতে গা ধুবলৈ লৈছে।" লিগিৰীজনীয়ে ক'লে।

"অ' হয় নেকি ? সেইটো দেখোন তেনেই বেলেগ কথা।" মানুহজনে স্বস্তিৰ নিশ্বাস পেলাই ক'লে। "বাৰু। মই তেখেতে গা ধুই আঁতোৰালৈকে বৈ থাকোঁ বাৰু। মই তেখেতৰ অফিচ ঘৰটোতে বহোঁগৈ। সোঁ পিনৰ দুৱাৰখনেদিয়েই সোমাব পাৰিম নহয়, আইটি ?"

ভদ্রলোকজনে লগে লগে কোঠাৰ ভিতৰত ভৰি থ'লে। লিগিৰীজনীয়ে সসম্ভ্ৰমে আঁতৰি দিলে।

"ডাঙৰীয়া, আপুনি দেখিছোঁ ঘৰটোৰ তলা-নলা বঢ়িয়াকৈ জানে।" লিগিৰীজনীয়ে ক'লে।

"বঢ়িয়াকৈ মানে? উধৰপৰা মূধলৈকে জানো। মিঃ নিছিঙৰ দেউতাকে যেতিয়া এই ঘৰটো সজাবলৈ লৈছিল, মই তেতিয়া ইয়াতে আছিলোঁ। ……আইটি, তুমি কিজানি তেতিয়া ওপজাই নাছিলা।"

"এৰা, মই তেতিয়া ওপজাই নাছিলোঁ।"

"বাৰু। এতিয়া তুমি যাব পাৰা। তোমাক চাগৈ কামত আমনিহে দিলোঁ, নহয়নে বাৰু? ……অ', তুমি মোৰ এই টুপীটো থৈ দিয়াগৈ যোৱা।" মানুহজনে অফিচ ঘৰত সোমাই ক'লে।

লিগিৰীজনীয়ে টুপীটো লৈ ক'লে, "মিঃ নিছিং ওলাই অহাত যথেষ্ট পলম হ'ব। তেখেত গা ধোৱা ঘৰত সোমোৱাৰ মাথোন কেইমিনিটমানহে হৈছে।"

"যথেষ্ট পলম হ'ব?" মানুহজনে প্ৰায় চিঞৰি উঠিল। তেওঁৰ হাত দুখন প্ৰাৰ্থনাৰ ভঙ্গীত কপালৰ ওপৰলৈ উঠি আছিল! "যথেষ্ট পলম হ'ব মানে তুমি কি বুজাব খুজিছা? আইটি, তুমি নুবুজিবা—সেইখিনি পলম যে মোৰ কাৰণে কিমান চুটি সময়, তোমাক কেনেকৈ বুজাম! কেইবা ঘণ্টা হ'লেও, ওঁহো নহয়, কেইবাদিন হ'লেও… মিঃ নিছিঙক মই ৩০ বছৰতকৈয়ো বেছি বছৰ ধৰি দেখা নাই। আজিৰপৰা ৩৩ বছৰ ৪ মাহ আগতে মই তেওঁক লগ পাইছিলোঁ।"

লিগিৰীজনীৰ মূৰ ঘূৰি গ'ল।

মানুহজনে কোঠাটোৰ সকলোবোৰ বস্তু নিৰীক্ষণ কৰিছে। তাহানিখনৰ দৰেই আছে। সময় কিজানি স্তব্ধ হৈ ৰৈছে। দেৱালৰ ছবি কেইখন, চক্‌চকীয়া মেজখন আৰু তাৰ সমুখৰ চকীখন। কেৱল চকীখনৰ পিঠিৰ পিনৰ ঠাইডোখৰত থকা চামৰাখিনিত অলপ তেলচিকটি পৰিছে। মানুহজনৰ মনলৈ এটা অদ্ভুত অনুভূতি বৈ আহিল—কোঠাটোৰ সকলোবোৰ বস্তু বছৰৰ পিচত বছৰ ধৰি সেই একে ঠাইতে একেদৰে সজাই থোৱা আছে; কেৱল তেওঁহে চোং সলাই সলাই ফুৰিবলগীয়া হৈছে। ইমানদিন ধৰি ভগনীয়াৰ জীৱন যাপন কৰি তেওঁৰ মনত এটা অদ্ভুত ভয়ৰ ভাবে শিপাইছিল। এতিয়া ভদ্ৰলোকৰ জীৱন নিৰ্বাহ কৰিবলৈ পাই যদিও সেই ভয়ৰ ভাবটো আঁতৰিছিল, তথাপি সেই বেয়া কামটো কৰাৰ পিচৰেপৰা আৰম্ভ হোৱা অপৰাধৰ অনুভূতি হলে এতিয়াও আঁতৰা নাছিল। বেয়া কাম মানে লেতেৰা কাম। অত্যন্ত লেতেৰা কাম।



মানুহজনে মেজখনৰ পিনে চালে। মাজৰ দেৰাজটোত আজিও সেই চাবিকোছা ওলমি আছে। আজিও আছে। সেই একে ধৰণেই ওলমি আছে। …… মানুহজনে চাবিকোছা হাতৰ মুঠিত ল'লে। ৩৩ বছৰ ৪ মাহ আগতেও ঠিক এইদৰেই লৈছিল। আচৰিত, ঘটনাবোৰ যে এইদৰে আকৌ কেনেকৈ ঘটে! মানুহজনে হঠাৎ চাবিটো তলাৰ ভিতৰত সুমুৱাই পকাই দিলে। অৱশ্যে, আজি কোনো গোপন কাম কৰাৰ ইচ্ছা তেওঁৰ নাই। তেওঁ কেৱল সকলোবোৰ কথা স্বীকাৰ কৰিব খোজে। মুকলিকৈ, স্পষ্টকৈ। মাত্ৰ এটা কথা ক'ব: ক্ষমা কৰা, বন্ধু!

কিন্তু সেইটো নঘটিল। দেৰাজটো টান মাৰি উলিয়াই আনি দেখিলে, ভিতৰৰ বস্তুবোৰ বঢ়িয়াকৈ সজাই থোৱা আছে। বাওঁপিনে কেইখনমান বহী—হিচাপৰ বহী। মাজত চেক-বহী এখন। আৰু…, আৰু সোঁপিনে এজাপ নোট—বিক্ষিপ্ত নোট; কেৱল বুটলি ল'লেই হ'ল। ঠিক তেতিয়াৰ দৰেই আছে। তদুপৰি, এইবেলি দেৰাজটো খোলোতেও কম সময় লাগিল। ৩৩ বছৰ ৪ মাহ যেন চকুৰ পলকতে পাৰ হৈ গ'ল। কোনো ব্যৱধান নাই। যেন ৰাতিপুৱা তুমি দেৰাজৰপৰা এজাপ নোট লৈ গ'লা আৰু দুপৰীয়া আকৌ ভৰাই থ'লাহি। একোৱেই হেৰোৱা নাই। কেৱল সামান্য এটা হাতৰ কিটিপ। মানুহজনে বুকুৰ ওচৰৰ জেপটোৰপৰা এজাপ নোট উলিয়াই ৩০০০ খন নোট গণিলে। মনে মনে ভাবিলে: মূলধন আৰু সুদখিনি ধৰিলে ইমানেই হ'ব। বাকীখিনি জেপত থৈ ৩০০০ খন নোট হাতেৰে খামুচি ধৰিলে। কিন্তু এইখিনি দেৰাজৰ ভিতৰত থৈ দিলেই জানো সেই লেতেৰা কামটোৰ প্ৰায়শ্চিত্ত হ'ব। নহয়, স্বীকাৰ কৰিব লাগিব। বাহিৰত কাৰোবাৰ ভৰি খচকনিৰ শব্দ শুনি তেওঁ বিজুলীবেগেৰে নোটজাপ বাকীখিনি নোটৰ তলত ভৰাই দেৰাজটো বন্ধ কৰি দিলে।

অলপ পিচতে কোঠাটোৰ ভিতৰলৈ নিছিং সোমাই আহিল। প্ৰথম দৰ্শনতে চিনি পাই চিঞৰি উঠিল, "কি আচৰিত, তুমি?" অলপ ৰৈ আকৌ ক'লে, "কি যে সৌভাগ্য! তোমাক লগ পোৱা কিমান বছৰ যে হ'ল! তোমাৰ মূৰৰ ওপৰেদি যে এজাক ধুমুহা পাৰ হৈ গৈছে, তোমাক দেখিলেই ক'ব পাৰি। আজি পাঁচ-ছবছৰমান হ'ল, এজন মানুহৰ মুখত তোমাৰ খবৰ পাইছিলো। মানুহজনৰ নামটো কি আছিল জানো! তোমাৰ কাৰখানাত কাম কৰিছিল। কিন্তু, তুমি যে কি অদ্ভুত মানুহ! অন্ততঃ চিঠি এখনতো দিব পাৰা…"

"এৰা! লিখোঁ লিখোঁ বুলিয়েই …"

"বুজিছোঁ, মাজতে তোমাৰ বেছ ধুমুহা গৈছে। এতিয়া নিশ্চয় কোনো গণ্ডগোল নাই আৰু? তুমি কেইদিনমান থাকিবা নহয়? ভয় নাই, তুমিতো জানাই, মোৰ ঘৰটো বেছ প্ৰকাণ্ড।"

"কিন্তু, মই আকৌ কাইলৈকে ঘূৰি যাব লাগিব। গধূলি পৰতে জাহাজ ধৰিবগৈ লাগিব। একালত মোৰ হাতত সময় আছিল, এতিয়া মোৰ সামৰ্থ্য আছে, কিন্তু । জানিছাই নহয়, আমাৰ দৰে মানুহবোৰে দুয়োটা বস্তু একেলগে ভোগ কৰাৰ উপায় নাই। মই কেৱল তোমাক দেখা দি যোৱাৰ ভিতৰতে মোৰ ক'ব লগীয়া কথাখিনি ক'ব পাৰোঁ। মই কেৱল তোমাৰপৰা ক্ষমা খুজিবলৈহে আহিছিলোঁ।

মিঃ নিছিঙে ঢেক্‌ঢেক্‌কৈ হাঁহি দিলে।

"মোৰ ওচৰত ক্ষমা খুজিবলৈ আহিছা? তুমিও ভাল মানুহ দিয়া। চিঠি লিখিব পৰা নাই বুলিয়েই হবলা ক্ষমা খুজিবলগীয়া হ'ল? কিন্তু চিঠিৰতো কোনো প্ৰয়োজন নাই। আমাৰ বন্ধুত্ব জানো চিঠিৰ ওপৰত নিৰ্ভৰ কৰে?" নিছিঙে ভীষণ শব্দ কৰি হাঁহিলে আৰু বন্ধুৰ পিঠিত চপৰিয়াবলৈ ধৰিলে।

"ব'লা, ভিতৰলৈ ব'লা। এগিলাচ মদ খাওঁগৈ ব'লা।"

মানুহজনে ভাবিবলৈ ধৰিলে, সাংঘাতিক এক পৰীক্ষা চলিছে। কিন্তু পলাবৰো যে উপায় নাই। দুয়ো ভিতৰলৈ সোমাল।

"তুমি বিয়া কৰালা নহয়?" অতিথিয়ে সুধিলে।

"কৰাইছিলোঁ। কিন্তু মোৰ পৰিবাৰ ঢুকাল। দহ বছৰ হ'ল। তুমি যোৱাৰ দুবছৰ পিচতে মই তেওঁক বিয়া কৰালোঁ। আৰু তোমাৰ একা?"

"মই ডঙুৰা হৈয়েই আছোঁ। তোমাৰ ল'ৰা-ছোৱালী আছে নহয়?"

"আছে। ল'ৰা-পোৱালি এটা। তাৰ এতিয়া ২২ বছৰ হৈছে।"

"২২ বছৰ? মানুহেই হ'ল দেখোন।"

"এৰা! মানুহেই হৈছে।"

অতিথি নীৰৱ হৈ ৰ'ল। অলপ পিচতে ক'লে, "তুমি দেখোন মানুহেই হৈছে বুলি কৈ মুখ বিকটাই দিলা? ·· বেয়া নেপাবা, ভুল হ'লে ক্ষমা কৰিবা। কিন্তু তুমি বৰ কিবা এক ধৰণে কোৱা যেন লাগিল।"

"ওঁ-হো, তুমি ঠিকেই ধৰিছা। কিন্তু, এতিয়াও তোমাক সঠিককৈ ক'ব পৰা নাই। কিছুদিন পিচতে ক'ব পাৰিম যেন লাগিছে। মূঠৰ ওপৰত মই তাৰ পৰীক্ষা ল'ব ধৰিছোঁ, ৰ'বা। চাওঁচোন বাৰু কি দেখুৱায়।"

"বুজিছোঁ। কেনেকুৱা পৰীক্ষা লৈছা বা?"



নিছিঙে কোনো উত্তৰ নিদিলে। "এতিয়াই ক'ব নোৱাৰিছোঁ, ৰ'বা। আলেখ-লেখ চাই লওঁ।" এইবুলি মানুহজনৰ পিনে সঙ্কোচৰ দৃষ্টিৰে চাই লৈ আপোনমনে ক'বলৈ ধৰিলে, "তাৰপৰানো আমাৰ কি লোকচান হ'ব? তথাপি আমি যেতিয়া নলে-গলে লগা বন্ধু।"

"এৰা! নলে-গলে লগা বন্ধু।" অতিথিয়ে প্ৰতিধ্বনিৰ দৰে কৈ পেলালে। কিন্তু নিছিঙৰ অদ্ভুত কণ্ঠস্বৰটো শুনি তেওঁ অলপ ভয়েই খালে।

নিছিঙে সুধিলে, "তোমাৰ বাৰু মনত আছেনে, সেই যে কোন কাহানিবাই মোৰ অলপ টকা হেৰাইছিল? অৱশ্যে পৰিমাণ বৰ বেছি নাছিল, এহেজাৰ নে বাৰ শ ক্ৰাউন হ'ব। তথাপি, টানৰ দিনত সিও বহুত। সেয়া মোৰ প্ৰথম আবিষ্কাৰৰ বাবদ পোৱা ফিজখিনি। দেউতাৰ দেৰাজত ভৰাই থৈছিলোঁ। দেউতা ঢুকুওৱা বেছি দিন হোৱা নাছিল। অ' নহয়, তুমিনো কেনেকৈ জানিবা সেই চুৰিৰ কথা। তুমি দেখোন তাৰ আগতেই ভগনীয়াৰ লেখত পৰিছিলা।"

অতিথিৰ ধাৰণা হ'ল, পিয়াহত তেওঁৰ অণ্ঠ-কণ্ঠ শুকাই গৈছে। তথাপি মাত দিলে, "তুমি টকাখিনি দেৰাজত ভৰাই থৈছিলা? তলা বন্ধ কৰা নাছিলা?"

"ওঁ-হো, তলা বন্ধ কৰা নাছিলোঁ।"

"আৰু টকাখিনি সোপাই চুৰি হৈ গ'ল?"

"গোটেইখিনি চুৰি হোৱা নাছিল। প্ৰায় আধাখিনি। চোৰে বাকীখিনি এৰি থৈ গৈছিল।"

"তোমাৰ বাৰু কাৰো ওপৰত সন্দেহ হোৱা নাছিলনে?"

"নিশ্চয় হৈছিল। মোৰ সন্দেহ হৈছিল, তেতিয়া যিজনী লিগিৰী আছিল —তাইৰ ওপৰতে! সেইবাবে, তাইক বিদায় দিছিলোঁ।"

"তাইক তুমি কাৰণটো কৈছিলানে?"

"ওঁ-হো। লাভ একো নহ'লহেঁতেন। আসৈ মাতিলেহেঁতেন। প্ৰমাণ কৰাওতো মস্কিল আছিল।"

"তাৰ পিচত?"

"একো নাই। কেৱল সন্দেহপ্ৰবণ হৈ পৰিছিলোঁ—ইমানেই। অৱশ্যে, এতিয়াও মই টকা-পইচাবোৰ সিঁচৰতি কৰি থওঁ। কেৱল গণি ৰাখোঁ আৰু কোন কেতিয়া ওচৰলৈ যায় আলেখ-লেখ চাই থাকোঁ। এনেকৈয়ে মই সিহঁতৰ পৰীক্ষা লৈছোঁ।"

"মানে ল'ৰাটিকো বাদ দিয়া নাই তুমি?"

"ওঁ।"

"তুমি টকা-পইচাবোৰ ক'ত থোৱা ?"

"মোৰ অফিচ ঘৰৰ মেজত থকা দেৰাজৰ ভিতৰত।"

"তুমি সিঁচি থোৱা নোটবোৰৰ নম্বৰ টুকি ৰাখা নেকি ?"

"ওঁ-হো।"

"তেন্তে তুমি টকাৰ হিচাবটো লিখি ৰাখা, নহয় জানো ?'

"কোনো প্ৰয়োজন নাই। মনতে থাকে দেখোন।"

মানুহজনে স্বস্তিৰ নিশ্বাস পেলালে! "কিন্তু কেতিয়াবা যদি পাহৰি যোৱা। হিচাব পাহৰাটোতো অতি সহজ।'

তেনেতে সমুখৰ দুৱাৰখন মেল খোৱাৰ শব্দ এটা আহি কাণত পৰিল। "সেয়া, সি আহিছে। আবেলি সি মোক কৈছিল, সি বোলে আজি তাৰ কোনোবা বন্ধুৰ ঘৰলৈ যাব। ময়ো তাক থিয়েটাৰ চাবলৈ যাম বুলি কৈছিলোঁ। এতিয়া লিগিৰীজনী নথকা দেখিয়ে সি ভাবিছে, ময়ো কিজানি ওলাই গ'লোঁ।"

ক্ৰমে খটখটীয়েদি ওপৰলৈ উঠি অহা ভৰিৰ শব্দ কাণত পৰিলহি!

"সেয়া সি কাপোৰ-কানি সলাবলৈ গৈছে।" নিছিঙে ক'লে।

"কিন্তু তুমি যে নিজৰ ল'ৰাৰ ওপৰত এইদৰে সন্দেহ কৰিবলৈ লৈছা — কথাটো জানো সাংঘাতিক হোৱা নাই ? তুমি তাক অবিশ্বাস কৰাৰ কিবা যুক্তি আছে জানো ?"

"আছে ; নিশ্চয় আছে! এটা নহয়, দুটা নহয়। তিনিটা, চাৰিটা, পাঁচোটা যুক্তি আছে। তাৰ খৰচৰ পৰিমাণ, ধাৰৰ পৰিমাণ, তোমাক কিমান লিষ্টি দিম! কিন্তু, আজি মই সঠিককৈ জানিম। তাক মই অবিশ্বাস কৰা উচিত নে অনুচিত।"

তেওঁলোক মনে মনে বহি ৰ'ল। সমুখত থকা সুৰাৰ পাত্ৰ নিঃশেষ হ'ল। এনেতে খটখটীয়েদি নামি যোৱা ভৰিৰ শব্দ শুনা গ'ল। অলপ পিচতে সমুখৰ পিনৰ দুৱাৰ এখন বন্ধ হোৱাৰ শব্দ কাণত পৰিলহি। "সেয়া। সি মোৰ অফিচ ঘৰত সোমাইছে।" নিছিঙে ক'লে। অতিথি গৰাকীয়ে মূৰ দুপিয়ালে।

ইয়াৰ পিচত প্ৰায় দুই তিনি মিনিট ধৰি তেওঁলোকে প্ৰবল উত্তেজনাৰ মাজত কটালে। এনেতে দুৱাৰখন আকৌ বন্ধ হোৱাৰ শব্দ শুনা গ'ল। তাৰ পিচত সম্পূৰ্ণ নিস্তব্ধতা।

অতিথিগৰাকীয়ে মুখৰ ভিতৰতে ক'লে, "তেওঁক কথাষাৰ কোৱাই উচিত। নহ'লে বৰ সাংঘাতিক ঘটনা হ'ব।" তেওঁ থিয় হ'বৰ চেষ্টা কৰিলে।



নিছিঙে সুধিলে, "কি হ'ল তোমাৰ? তুমি বহি থাকাচোন ধীৰে-সুস্থিৰে। কথাটো খাটাং কৰি লওঁ।"

"তুমি বাৰু নিঃসন্দেহ নে যে লিগিৰীজনীয়ে চুৰ কৰা নাই ?"

"সম্পূৰ্ণ নিঃসন্দেহ।"

সমুখৰ পিনৰ দুৱাৰখন ঘটংকৈ উঠাৰ লগে লগে, নিছিং থিয় দি উঠিল। অতিথিৰ পিনে চাই ক'লে, "দুই মিনিট দেই।"

অতিথিগৰাকীয়ে মূৰ দুপিয়ালে। তেওঁ মনে মনে ভাবিবলৈ ধৰিলে ঃ কথাষাৰ স্বীকাৰ কৰাই ভাল আছিল। কিন্তু কাৰ আগত স্বীকাৰ কৰিব ? এই মানুহজনৰ আগত, যিজন মানুহে নিজৰ পুতেকৰ কাৰণে এনেকুৱা এখন ফান্দ পাতিছে ? ওঁ-হো, অসম্ভৱ। তেওঁ চকীখনত ভালকৈ আঁউজি বহিল।

"প্ৰায় দহ মিনিটৰ পিচত নিছিং উভতি আহিল।"

"আচৰিত! বুজিছা। কি যে তাজ্জব কাণ্ড।" তেওঁ ক'বলৈ ধৰিলে।

"কি হ'ল ?"

"কিবা ইফাল-সিফাল হৈছে নিশ্চয়। টকাখিনি একেভাগে নাই।"

"তেনেহ'লে সি চুৰি কৰিছে ?"

"ওঁ-হো! নহয়, নহয়। সি চুৰি কৰা নাই।" নিছিঙে চিএৰি উঠিল।

আকৌ ক'বলৈ ধৰিলে, "নিশ্চয় মোৰ হিচাবতে ভুল হৈছে ........কিন্তু ......এৰা, তুমি ঠিকেই কৈছিলা, মই যদি হিচাবটো লিখিয়েই থ'লোহেঁতেন।"

"কি হ'লনো ? কোৱাচোন বাৰু।"

"দেৰাজৰ ভিতৰত মই যিমান টকা থৈছিলোঁ, তাতকৈ বেছি টকা ওলাইছে। নোটজাপ ভৰাই থোৱাৰ আগতে পাঁচবাৰ গণি চাইছিলোঁ। প্ৰত্যেকবাৰেই একেটা হিচাব ওলাইছিল। অথচ, এতিয়া দেখোন মোৰ মনত থকা হিচাবতকৈ এহেজাৰ ক্ৰাউন বেছি ওলাইছে।

"তেনেহ'লে সঠিক হিচাবটো তোমাৰ মনত নাই ?' তেওঁৰ গোটেই গাটো জিকাৰ খাই উঠিল। মাত্ৰ এহেজাৰ ক্ৰাউন বেছি ওলোৱা মানে আচলতে দুহেজাৰ ক্ৰাউন হাতৰ কিটিপত নোহোৱা হৈছে।"

নিছিঙে নিজৰ হাত দুখনেৰে মূৰটো এবাৰ ঘটালি চালে।

মনে মনে ক'বলৈ ধৰিলে, "এৰা! তাৰ বাহিৰে কি হ'ব পাৰে ? কাৰণ, মোৰ ল'ৰাটোৱে মোৰ দেৰাজত ভৰাই থৈ যাবলৈনো সি বাৰু এহেজাৰ ক্ৰাউন ক'ৰপৰা পাব ? তাৰ সিমান ধন থকা হ'লে কথাই

নাছিল। আৰু সি যদি সেইদৰে সঁচাসঁচিকৈ থৈয়েই গৈছে, তেন্তে সি ক'ৰবাৰপৰা চুৰি কৰি আনিছে।"

"ওঁ! সি নিশ্চয় চুৰি কৰিছে।"

"কি কৈছা?"

"ওঁ-হো। একো কোৱা নাই।"

দুয়ো মনে মনে ৰ'ল। অলপ পিচত দুয়ো খাই-বৈ উঠি আন কথা উলিয়ালে। অতিথিগৰাকীয়ে ভাবিলে: এৰা! স্বীকাৰ কৰাই ভাল! কিন্তু ইয়াত নহয়। কি সাংঘাতিক এই পৰিবেশ। তুমি আন যাৰ-তাৰে ওপৰত এই পৰীক্ষা চলাব পাৰা। ঈশ্বৰৰ, এটা কুকুৰৰ অথবা এখন দলঙৰ পৰীক্ষা ল'ব পাৰা। কিন্তু মানুহৰ ক্ষেত্ৰত সেই পৰীক্ষা বিফল হ'বলৈ বাধ্য। কাৰণ, তাৰ চাৰিওপিনে কেৱল পাপবোধৰ আবৰ্জনা। সেই আবৰ্জনাৰ মাজত মূৰ থিয় কৰি চলা অত্যন্ত কঠিন।

অৱশেষত অতিথিগৰাকীয়ে ক'লে, "মোৰ বৰ ভাগৰ লাগিছে।"

নিছিঙে তেওঁক শোৱনি-কোঠালৈ লৈ গ'ল।

তেওঁ বিচনাত বাগৰ দিদি, চকী এখনত বহিল। আৰু দেৱালৰ ওপৰত চকু দুটা থাপি ভাবিবলৈ লাগিল, দুহেজাৰ ক্ৰাউন চুৰি কৰাৰ পিচতো এজন মানুহ পৰীক্ষাত উত্তীৰ্ণ হ'ল। তথাপি সি এহেজাৰ ক্ৰাউন চুৰি কৰি এজনী নিৰপৰাধিনী লিগিৰীৰ মূৰত সন্দেহৰ বোজা জাপি দি ঘৰৰপৰা বিদায় কৰোৱাতকৈ কোনো গুণেই বেয়া হ'ব নোৱাৰে। বেয়া? ওঁ-হো বহু গুণে ভাল। "নিশ্চয় মোৰ টকাখিনি ভাল কামত লাগিছে"— মুখত এক ব্যঙ্গৰ ভঙ্গী লৈ তেওঁ ভাবিবলৈ ধৰিলে। এজন বেয়া মানুহক সন্দেহৰ চোকা দৃষ্টিৰপৰা মুক্ত কৰিব পৰাটো নিশ্চয় ভগবানৰ চকুতো প্ৰশংসনীয় কাম।

কিন্তু এতিয়া কি হ'ব? সন্মুখত কেইবাটাও সম্ভাৱনাৰ দুৱাৰ মুকলি। কিন্তু সকলোবোৰ বিফল হ'বলৈ বাধ্য। কাৰণ, কোনে তেওঁক বিশ্বাস কৰিব? যিজন মানুহে একে উশাহতে এজন চফল ডেকাক অভিযুক্ত কৰি উঠি স্বীকাৰ কৰিবলৈ বিচাৰিব যে ৩৩ বছৰ ৪ মাহ পূৰ্বে তেওঁৱেই এটা লেতেৰা কাম কৰিছিল—তেওঁক কোনে বিশ্বাস কৰিব? অন্য এটা সম্ভাৱনা হৈছে, তেওঁ সেই ডেকাজনৰ প্ৰত্যাৱৰ্তনলৈ বাট চাব লাগিব আৰু উভতি অহাৰ পিচত তাক স্বীকাৰ কৰিবলৈ সন্মত কৰাব লাগিব। তেওঁ ডেকাজনক বুজাব পাৰিব লাগিব যে সি দুহেজাৰ ক্ৰাউন চুৰি কৰাৰ কথা তেওঁ জানে। কিন্তু ডেকাজনে জানো কাণত ঠিলা দি শুই নেথাকিবগৈ? সেইটো



হোৱাই সম্ভৱপৰ। কাৰণ কোনো ডেকা মানুহেই নিজৰ দোষ স্বীকাৰ কৰিবলৈ ভাল নেপায়। বিবেকতকৈ প্ৰমাণৰ তাড়ণা সদায়েই বেছি।

তেতিয়া পুৱা চাৰি বাজিছে। খিৰিকীখনৰ পোনে পোনে থকা গছ-জোপাত একাঁজলি পোহৰৰ আভাস পৰিছে। মানুহজনে ঠিক সেই সময়তে এখন চিঠি লিখিবলৈ বহিল। বুদ্ধিটো অলপ আগতে খেলাইছেহে। বন্ধুলৈ লিখিলে: বন্দৰত বিশেষ কাম থকাৰ কাৰণে সোনকালে যাবলগীয়া হ'ল। বিদায় নোলোৱাকৈয়ে যোৱাৰ বাবে তেওঁ যেন বেয়া নেপায়। আৰু নিছিঙৰ ল'ৰাটোক তেওঁৰ কাৰখানাতে কাম এটা দিলে কেনে হয়? কামটো নিশ্চয় তাৰ মনঃপুত হ'ব। বন্ধুৱে জানেই, তেওঁৰ, মানে অতিথিগৰাকীৰ কোনো উত্তৰাধিকাৰী নাই। তেওঁ আৰু লিখিলে, "যিবিলাকক চোৰ বুলি সন্দেহ কৰা হয়, সিহঁত অৱশেষত চোৰৰ নিচিনাই হৈ পৰে। কথষাৰ নিজৰ অভিজ্ঞতাৰপৰাই জানো।" অলপ সময় তেওঁ ভাবিলে: 'অভিজ্ঞতাৰপৰাই জানো বোলো' বাক্যটো কাটি পেলাব নেকি? কিন্তু বাক্যটোৰ বহুত ধৰণৰ অৰ্থ সম্ভৱ বুলি ভাবি নেকাটিলে, আৰু লিখিলে, 'সিহঁতক বিশ্বাস কৰিলেই সিহঁত আকৌ ভাল মানুহ হৈ পৰে। সিহঁতৰ ওপৰত পৰীক্ষা চলাব নেলাগে। কাৰণ, সেই পৰীক্ষাৰ মাজেদি সৰকি যোৱাৰ সামৰ্থ্য সিহঁতৰ নাই। কিন্তু সিহঁতক যদি অকস্মাৎ কাৰোবাৰ সম্পত্তিৰ উত্তৰাধিকাৰী কৰি দিয়া যায়, সিহঁত তেতিয়া যিকোনো ভাল কামৰ বাবে উপযুক্ত হৈ পৰে।" মনে মনে ভাবিলে: স্বীকাৰ আৰু প্ৰায়শ্চিত্ত দুয়োটাই সমাপন কৰা হ'ল।

চিঠিখন মেজৰ ওপৰত থৈ ভৰি দুখনত কেৱল মোজাযোৰ সুমুৱাই লৈ খটখটীয়েদি তেওঁ তললৈ নামি গ'ল। ঘৰৰ বাহিৰ ওলাইহে জোতাযোৰ পিন্ধিলে। এটা চৰায়ে তেতিয়া কুৰুলিয়াইছে, আৰু ফুলনিৰ ফুলবোৰৰ ওপৰত নিয়ৰৰ টোপাল জিলিকিবলৈ ধৰিছে। তেওঁ পচুলিমুখৰপৰা উলটি চালে, তেওঁৰ ধাৰণা হ'ল, তেওঁৰ বন্ধুৰ শোৱনি-কোঠাত তেতিয়াও চাকি জ্বলি আছে। কিন্তু খিৰিকীৰ কাঁচত উঠি অহা বেলিৰ পোহৰৰ জিলিকনি পৰা বাবেও হয়তো তেওঁৰ চকুত তেনেকুৱা যেন লাগিছে।

হলেণ্ড

## লুই কুপাৰাছ

লুই কুপাৰাছ আধুনিক ওলণ্ডাজ সাহিত্যিকসকলৰ অন্যতম। জীৱনৰ প্ৰথমছোৱা তেওঁ যাভাত কটাইছিল। তেওঁৰ উপন্যাস আৰু গল্পসমূহত প্ৰাচ্যদেশীয় হাস্যৰসৰ প্ৰাধান্য হয়তো এই দীঘলীয়া প্ৰবাসী জীৱন-যাপনৰে ফল। আনহাতে, তেওঁৰ গল্পসমূহত চৰিত্ৰ-ৰূপায়ণ অত্যন্ত তীক্ষ্ণ, সূক্ষ্ম আৰু উজ্জ্বল, প্ৰায় খোদিত মণিৰ দৰে।

## দুহাল যঁজা/লুই কুপাৰাছ

চাৰিওজনকে মই চিনি পাইছিলোঁ। এহালৰ উপাধিটো আছিল ৰুইজডংক্, নাম দুটা জেন আৰু হেনড্ৰিক। আনহালৰ উপাধি লীল্যাকাম্প, আৰু নাম দুটা আছিল লিজি আৰু মাৰ্জৰী। ল'ৰা দুজন নিভাঁজ ওলণ্ডাজ, ঘৰ আমষ্টাৰ্ডমত। ছোৱালী দুজনীৰো পূৰ্বপুৰুষ ওলণ্ডাজেই আছিল। মাৰ্কিন ধৰণেৰে লিলিকেম্প উপাধি লিখা আটাইবোৰ আচলতে আমেৰিকালৈ উঠি যোৱা ওলণ্ডাজ লীল্যাকাম্পৰ ঠাল এটাৰে নাতি-পুতি, এই বিষয়ে কোনো সন্দেহ নাই।

তেওঁলোক চাৰিওজন যেতিয়া একেলগে বাটেদি খোজকাঢ়ি যায় অথবা ৰেস্তোৰাঁত বহেগৈ নাইবা কোনোবা নাটঘৰত সোমায়গৈ, তেতিয়া কোনেও তেওঁলোকৰ পিনে এবাৰ নহয় এবাৰ চকু থিৰ কৰি নোচোৱাকৈ নোৱাৰিছিল। আনকি, লণ্ডন আৰু পেৰিচৰ দৰে ব্যস্ত মহানগৰীতো ইয়াৰ ব্যতিক্ৰম নঘটিছিল।

ৰুইজডংক্ দুজনৰ শৰীৰৰ বান্ধ আছিল বেচ নিপোটল আৰু আটিল। তেওঁলোকৰ মুখত আছিল সততা, গাম্ভীৰ্য আৰু আভিজাত্যৰ ছাব। আৰু দুয়োৰে বয়স যদিও মাথোন ছাব্বিশহে হৈছিল, তথাপি তেওঁলোকৰ চাল-চলন মুঠেই পাতল নাছিল। দেউতাকৰ চৰিত্ৰৰ প্ৰভাৱে তেওঁলোক দুয়োৰে চৰিত্ৰত সকৰেপৰা কিবা এক পৰিপূৰ্ণ ব্যক্তিত্বৰ আভাস দান কৰিছিল। তেওঁলোক যিহৰে গৰাকী হৈছিল, কাপোৰ-কানি, গাড়ী-ঘোঁৰা, লগুৱা-লিকচৌ, চিগাৰেট-কে'চ্, যিটো বস্তুৰেই নহওক, প্ৰত্যেকটোৰেই আছিল উগ্ৰতামুক্ত আৰু আড়ম্বৰহীন ধৰণৰ; অথচ মজবুত, দামী আৰু যাউতিযুগীয়া। সকলোতে ফুটি উঠিছিল এক মাৰ্জিত ৰুচি আৰু মাত্ৰাজ্ঞানৰ পৰিচয়। মুঠতে, জেন আৰু হেনড্ৰিক দুয়োজনেই শলাগিবলগীয়া ল'ৰা আছিল।

মই এতিয়াও ক'ব নোৱাৰোঁ, কোনজনক মোৰ বেছি ভাল লাগিছিল। কাৰণ, দুয়োজনৰে গঢ়-পিত একেবাৰে একেই আছিল—যেন দুয়ো দুটোপাল বৰষুণৰ পানীহে! দুয়োৰো চুলি দুকোছা সমানে ক'লা-চানেকীয়া আছিল আৰু একেজন নাপিতে একেটা সাঁচতে কাটি দিছিল। দুয়োৰো চিকুণকৈ খুৰোৱা মুখ দুখনো আছিল সমানে সুগোল, সতেজ আৰু ভৰপূৰ। দুয়ো একেখন হাতৰ একেটা আঙুলিতে একেগঢ়ৰ আঙঠি পিন্ধি ফুৰিছিল। অকল সেয়ে নহয়, দুয়োৰো কাপোৰ-কানিও একেজন দৰ্জীয়ে একেটা ধৰণেৰে চিলাই দিছিল। গতিকে, কোনজন যে জেন আৰু কোনজন হেনড্ৰিক, চিনি পাবৰ কোনো উপায়েই নাছিল। দুয়ো মূৰৰ চুলিৰপৰা ভৰিৰ নখলৈকে অবিকল একেই আছিল, মাথোন—! মাথোন এই যঁজাহালৰ ভিতৰত ডাঙৰজন, মানে জেন হেনড্ৰিকতকৈ এক ইঞ্চি ওখ আছিল। এইকণ অমিল এনেয়ে ধৰিবই নোৱাৰি; দুয়ো কান্ধত কান্ধ মিলাই ওচৰাওচৰিকৈ থিয় হ'লেহে ধৰিব পাৰি। এৰা! তেতিয়াহে ধৰিব পৰা গৈছিল, জেনৰ গোটেই গাটো হেনড্ৰিকতকৈ দীঘে-পথালিয়ে আৰু আনকি ঘেৰটোৰ জোখতো এক ইঞ্চি নহ'লেও অন্ততঃ, পোৱা-ইঞ্চিমান বেছি। একেলগে খোজকাঢ়ি গৈ থাকিলে সেইকণ অমিল কাৰো চকুতেই নপৰিছিল।

দেউতাক আছিল বেচ সাৰধানী মানুহ। গতিকে, তেওঁ পুতেকহঁতক চহকী মানুহৰ ল'ৰা হৈ ঘৰতে বহি থাকিবলৈ নিদিলে। দুয়োহালকে তেওঁ আমেৰিকালৈ পঠাই দিলে, সদাগৰী কথাৰ তলা-নলা শিকিবলৈ। জেন উঠিলগৈ নিউ ইয়ৰ্কত; হেনড্ৰিক গ'ল বাল্টিমোৰলৈ। নিউ ইয়ৰ্কতে জেন লিজি লীল্যাকাম্পৰ প্ৰেমত পৰিল। প্ৰথম দৰ্শনতে প্ৰেম! লিজি ছোৱালী-জনী সঁচাসঁচিকৈয়ে আটকধুনীয়া ছোৱালী আছিল; লিচ্‌পিচীয়া, মৰম-লগা আৰু ৰুচি-বুদ্ধি থকা। লগতে মাৰ্কিন ছোৱালী যেনেকুৱা হয় তেনেকুৱা অলপ পাতল উৰণীয়া। সেইবুলি, জেনৰ ৰুচিয়ে হজম কৰিব নোৱাৰা বিধৰ একেবাৰে পখিলী স্বভাৱৰ নাছিল। বাপেক আছিল তীখাই নে ঘেঁহু কিহবাব, কিহৰ পাহৰিলোঁ, এজন সম্ৰাট! গতিকে, অতি সহজতে লিজিৰ লগত জেনৰ বিয়া হৈ গ'ল। দুয়ো থিৰাং কৰিলে, কেইবছৰমানৰ পিচতহে হলেণ্ডলৈ যাব। কিন্তু, তেতিয়াও তেওঁলোক নিউ ইয়ৰ্কৰপৰা একেবাৰে উঠি নেযায়! টকা-পইচাৰ নাটনি নেথাকিলে, এইদৰে দুখন দেশত দুখন ঘৰ চলোৱা একো কথা নহয়। লিজিয়ে ভাবি ৰাখিছিল, তিনি মাহৰ মূৰে মূৰে একোবাৰকৈ পূৰ্বপুৰুষৰ দেশ ইউৰোপত ফুৰি-চাকি আহি আকৌ তিনি



মাহকৈ আমেৰিকাত কটাবহি। ইউৰোপ সম্পৰ্কে লিজিৰ ধাৰণাটো বেচ স্পষ্ট আছিল। পেৰিচৰ ক্য দু লা পে'ইৰপৰা আৰম্ভ কৰি ভাগ্‌নাৰ থিয়েটাৰলৈকে আটাইবোৰ তেওঁৰ নখৰ দাপোণত আছিল।

ইতিহাসৰ এই সঁচা কাহিনীৰ আৰু এটা দৈৱিক সংযোগ হ'ল, ইফালে বাল্টিমোৰতো হেনড্ৰিক লিজিৰেই যঁজা-ভনীয়েক মাৰ্জৰী লিলিকেম্পৰ প্ৰেমত পৰিল। মাৰ্জৰীও আছিল লিজিৰ দৰেই আটকধুনীয়া ছোৱালী; লিচ্‌পিচীয়া মৰম-লগা আৰু ৰুচি-বুদ্ধি থকা। জেন আৰু লিজিৰ বিয়াত যেনেকৈ কোনো-ফালৰপৰা কোনো আপত্তিয়েই উঠা নাছিল, ঠিক সেইদৰে হেনড্ৰিক আৰু মাৰ্জৰীৰ বিয়াতো কোনোফালৰপৰা কোনো আপত্তি নুঠিল। দুয়োৰো বিয়া হৈ গ'ল। মাথোন দুয়োহাল দৰা-কইনা ওচৰাওচৰিকৈ থিয় হ'লে মানুহৰ কথাই নেলাগে, তেওঁলোক নিজেও দোধোৰ-মোধোৰত পৰাৰ কাৰণটো হৈ গ'ল। কাৰণ, জেন আৰু হেনড্ৰিক যদি আছিল দুটোপাল বৰষুণ, তেনেহ'লে লিজি আৰু মাৰ্জৰী আছিল দুটোপাল নিয়ঁৰ!

কাৰণটো কোনোবাৰেই বিশেষ ডাঙৰ নাছিল। হয়তো লিজিৰ অকণমান পানীলগা জ্বৰ হৈছিল আৰু হেনড্ৰিক হয়তো চাইকেলৰপৰা পৰিছিল নাইবা তেনে ধৰণৰে সামান্য কিবা এটা ঘটিছিল। যিকি নহওক, তেনেকুৱা কিবা এটা অসুবিধাৰ কাৰণেই দুয়ো ভায়েকৰ কোনেও কাৰো বিয়া খাবলৈ যাব নোৱাৰিলে। অসুবিধা দুয়োবাৰেই যদিও অতি সৰুৰেই আছিল, দৈৱিক সংযোগ যিটো ঘটিছিল, সি কিন্তু শকত ধৰণৰে হৈছিল। গতিকে, তেওঁলোকৰ মাজত আকৌ যেতিয়া দেখাদেখি হ'ল, তেতিয়া তেওঁলোকে যিমানখিনি ফূৰ্তি কৰিবলৈ পাব লাগিছিল, সিমানখিনি ফূৰ্তি কৰিব নোৱাৰিলে। তেওঁলোকৰ মাজত আকৌ দেখাদেখি হ'ল, চাৰিওজন একেলগে ইউৰোপলৈ যোৱাৰ বন্দৱস্ত কৰাৰ পিচত। দেখাদেখি হোৱাৰ লগে লগে, জেন আৰু হেনড্ৰিক দুয়োৰো মুখ দুখন অকণমান মোলান হৈ পৰিল; দুয়োৰো গম্ভীৰ মুখ দুখন যেন আৰু অলপমান গম্ভীৰ হৈ উঠিল। কিন্তু, লিজি আৰু মাৰ্জৰী দুয়োজনী ফুচফুচকৈ কথা পাতি খিলখিলকৈ হাঁহি মচগুল হৈ পৰিল। ইজনীয়ে সিজনীৰ, সিজনীয়ে ইজনীৰ বিয়াৰ আঙঠিটো লৈয়েই কত কথাই যে নেপাতিলে!

জেনে তেওঁৰ প্ৰাণতকৈয়ো বেছি ভাল পোৱা যঁজা-ভায়েকৰ ওচৰ চাপি গহীনকৈ ক'লে, "হেনড্ৰিক! মই তোমাক কথা এষাৰ কওঁ- কওঁ বুলিও ক'ব পৰা নাই। মনত বৰ অশান্তি পাই আছোঁ।"

"কি কথা ক'ব খুজিছা, কোৱাচোন।" —ডাঙৰজনতকৈ গায়ে-গাৰিয়ে

মাথোন এক ইঞ্চি সৰু, অথচ মনৰ পিনৰপৰা অকণমানো হেৰফেৰ নথকা জেনে সুধিলে।

"হেনড্রিক! তোমাৰ মাৰ্জৰী দেখোন লিজিৰ দৰেই—আচৰিত ধৰণেৰে একে।"

"এৰা, জেন! আচৰিত ধৰণেৰে একে। কিন্তু, অকণমান অমিল আছে। মাৰ্জৰী লিজিতকৈ অলপ চাপৰ। ওচৰাওচৰিকৈ থিয় হ'লেই ধৰিব পাৰিবা। আমি দুটা যেনেকুৱা, তেনেকুৱাই।" —হেনড্রিকে ক'লে।

"সেইটো গম পাইছোঁ। কিন্তু, ইমান বেছি মিল আছে যে মই ভাবিছোঁ ···। কোনো কথা নাই। ইউৰোপলৈ যোৱাৰ আগতে এয়া নিৰলে লগ পাইছোঁ কাৰণেহে কথাবাৰ কৈ থ'ব খুজিছোঁ! আমি কিন্তু দুয়ো দুয়োকো কথা দিয়া ভাল। —খুব, খু-উ-ব সাৱধানে চলিব লাগিব দেই।" —জেনে চিন্তিত ধৰণে ক'লে।

তাৰ পিচত, জেনে হেনড্রিকৰ হাতখন মুঠি মাৰি ধৰিলে। জেন অলপ বিচলিত হৈ পৰিল। হেনড্রিক জেনতকৈ অলপ কম সাৱধানী আছিল। গতিকে, তেওঁ মাথোন প্ৰাণ খুলি হাঁহিলে। হাঁহি হাঁহি নিজৰ হাতখন জেনৰ হাতৰ মুঠিত এৰি দিলে। অৱশ্যে, জেনৰ হাতৰ মুঠিত থকা হেনড্রিকৰ হাতখনৰ আঙুলিকেইটা জেনৰ আঙুলিকেইটাতকৈ এনখমান সৰু আছিল। হয়তো তেওঁলোকে মন কৰিছিল; হয়তে মন কৰা নাছিল!

সঁচা কথা ক'বলৈ হ'লে, হেনড্রিক ওখই-পাখই যেনেকৈ এনখমান কম আছিল, সতৰ্কতাতো এচুলিমান কম আছিল। কিন্তু, জেনৰ দৰেই অসম্ভৱ ধৰণে ধীৰ আৰু শান্ত স্বভাৱৰ ল'ৰা আছিল। তেওঁলোক চিৰকালেই তেনেকুৱা আছিল। আনকি, স্কুলীয়া অৱস্থাতো তেওঁলোকে কাৰো লগত কোনো ভেঙুচালি কৰি পোৱা নাছিল। তেওঁলোকে বঢ়িয়াকৈ জানিছিল, তেওঁলোকৰ কোনজন কোন চিনিব নোৱাৰি বহুতেই বিমোৰত পৰিছিল। কিন্তু, তাৰে সুযোগ লৈ তেওঁলোকে কাকো কেতিয়াও ধেমালিকৈয়ো মিছা চিনাকি দি ৰং চাই পোৱা নাছিল। কেতিয়াবা হয়তো কোনোবা খুৰাক নাইবা মাহীয়েকে জেনক লগ পাই হেনড্রিক বুলি মাত দিছিল। জেনে ততালিকে শুধৰাই দিবলৈ নেপাহৰিছিল, "নহয় খুৰাদেউ—!" নাইবা "নহয় মাহীদেউ! মই জেনহে।" হেনড্রিকেও ঠিক তাকে কৰিছিল। কিন্তু, মোৰ অনুমান, লিলিকেম্পহঁত বেলেগ ধাতুৰ ছোৱালী আছিল। যদিও তেওঁলোকৰ মাজত নিয়ম আছিল দুয়োজনীয়ে চুলিত দুডাল বেলেগ ৰঙৰ ফিটা মাৰি ফুৰিব, মাজে মাজে



তেওঁলোকে একে ৰঙৰ ফিটা মাৰি মানুহক বিমোৰত পেলাই ৰং চাইছিল। মুঠতে, মাৰ্কিন যঁজাহাল ওলণ্ডাজ যঁজাহালতকৈ অলপ বেছি চঞ্চল প্ৰকৃতিৰ আছিল। যিকি নহওক, এইদৰেই এই দুহাল যঁজা ল'ৰা-ছোৱালী তেওঁলোকৰ মাজত থকা অদ্ভুত মিল আৰু দেহ-মনৰ মাথোন এচুলিমান অমিল লৈ একেখন জাহাজতে টিকট কাটি ইউৰোপমুৱা হ'ল।

সাগৰ-ভ্ৰমণ ভালে-কুশলেই অন্ত পৰিল। কুইজডংকহঁতে আমষ্টাৰ্ডমলৈ গৈ মিতিৰ-কুটুমৰ লগত ন-কইনা দুজনীক চা-চিনাকি কৰি দিয়াৰ আগতে পেৰিচত দুদিনমান থমকি ক্ল্য দ্য লা পে'ইত এভুমুকি মাৰি যোৱাটো স্বাভাৱিক ঘটনা বুলিয়েই ক'ব পাৰি। তেওঁলোকৰ মাৰ্কিন পত্নী দুগৰাকীয়ে পেৰিচৰ দোকান-পোহাৰ দেখি উলাহতে কিৰিলি পাৰি উঠিল। ৰে'ডফাৰ্ণ আৰু ৱৰ্থৰ সাজ-পোছাক, ডুচে'ৰ ছাঁতে শুকুৱা মুঠিতে লুকুৱা চাটোনৰ কাপোৰ আৰু কেইবাখনো সোণাৰী-দোকানৰ অলংকাৰ-পাতি দুয়োজনীয়ে হেপাহ পলুৱাই চালে। তদুপৰি, ডাঙৰ ডাঙৰ দোকানত সজাই থোৱা বিধে বিধে নোমৰ কাপোৰ আৰু তৰহে তৰহে চামৰাৰ বস্তু দেখি দুয়োজনীৰে উলাহ চায় কোনে! তেওঁলোকে মাথোন চালেহে, সাধাৰণ মাৰ্কিন-ছোৱালীৰ নিচিনাকৈ যিহকে দেখিলে তিহকে কিনিবলৈ নিবিচাৰিলে। জেন আৰু হেনড্রিকৰ মন দুটা ফৰকাল লাগি গ'ল— ছোৱালী দুজনী সঁচাসঁচিকৈয়ে ভাল! তেওঁলোকৰ দাম্পত্য জীৱন সুখী হোৱাৰেই সম্ভাৱনা!

তাৰ পিচত, ক্ৰুচেলছতো ভুমুকি এটা মাৰি যোৱাৰ থিৰাং হ'ল। তাৰ মানে আকৌ কিছু বজাৰ কৰা, নাটঘৰত সোমোৱা আৰু হোটেলত কটোৱা। সেইদিনাখন হোটেল লোকে লোকাৰণ্য হৈ আছিল। ৰাতিৰ সাজ আহাৰ অতি উত্তম হৈছিল—জিভাত বেচ জুতি লাগিছিল। খাই-বৈ উঠি হেনড্রিকে জৰুৰী চিঠি এখন লিখিবলৈ বুলি হোটেলৰ জিৰণি-কোঠাতে অকলশৰীয়াকৈ বহিল। চিঠি লিখি উঠি, মাৰ্জৰী আৰু তেওঁৰ বাবে বন্দৱস্ত কৰা কোঠাটো বিচাৰি উলিয়ালে।

কোঠাটো বিচাৰি পায়েই, হেনড্রিকে বন্ধ দুৱাৰত অতি আলফুলকৈ দুবাৰমান টুকুৰিয়ালে। ঘৈণীয়েকক এইদৰে তেওঁ অহাৰ উমান দিয়াটোৱেই তেওঁৰ সাধাৰণ অভ্যাস আছিল। কিন্তু, ভিতৰৰপৰা মাৰ্জৰীৰ কোনো সঁহাৰি নেপাই, তেওঁ আকৌ এবাৰ দুৱাৰত টুকুৰিয়াবলৈ ধৰিলে।

"কোন? কি লাগে এই মাজৰাতিখন?" ভিতৰৰপৰা কোনোবাই খংমুৱাকৈ গোৰগোৰাই উঠিল!

তেওঁৰ নিজৰ শোৱনি-কোঠাৰ দুৱাৰদলিত থিয় হৈ হেনড্রিকে যিটো উচপ্ খালে, জীৱনত তেওঁ কোনোদিনেই তেনেকুৱাকৈ উচপ্ খাই পোৱা নাছিল। তেওঁ বৰ্‌ড়িয়াকৈ চিনি পালে, সেইটো জেনৰ মাত। কোনো কঁপনি নাই, কোনো সংকোচৰ আভাস নাই সেই মাতটোত। কিন্তু, কোঠাটো দেখোন তেওঁৰ! কোনো ভুল নাই, কোঠাটো হেনড্রিক আৰু মাৰ্জৰীৰ। অথচ, এই কোঠাটোৰ ভিতৰৰপৰাই জেনে গোৰগোৰাই উঠিছে! যেন তেওঁৰ অধিকাৰ আছে; যেন তেওঁৰ কোনো সন্দেহ নাই, এই কোঠাটোত থকাৰ বাবে অসময়ত কাৰোপৰা কোনো আমনি নোপোৱাৰ অধিকাৰ সম্বন্ধে। অসময়ত মানে, যেতিয়া মাথোন জৰুৰী চিঠি লিখিবলগীয়াবোৰৰ বাহিৰে হোটেলৰ আটাইবোৰ আলহীয়েই বিচনাত গা ঢালি দিছে—সেই সময়ত। হোটেলৰ লগুৱা-লিগিৰীবোৰো শুই নিঃপালি দিছে। নিঃশব্দ ৰাতি হোটেলৰ সেই নিস্তব্ধ পৰিৱেশত হেনড্রিকৰ গাটো জিকাৰ খাই উঠিল। মুহূৰ্তৰ ভিতৰতে তেওঁৰ মগজুত বহুতো কথাৰ বা-মাৰলি খেলাই গ'ল। জেনৰ কণ্ঠস্বৰ ··কোঠাৰ নম্বৰ ··নিশাৰ আহাৰৰ লগত পান কৰা শ্বেম্পেন ··লিজি আৰু মাৰ্জৰী ··এহাল মাৰ্কিন যঁজা-ছোৱালী · এখন জৰুৰী চিঠি ··এটা ঘড়ীত ৰাতি ডেৰ বজাৰপৰা আঢ়ৈ বজালৈ আগুৱাই যোৱা এডাল কাটা ··এটা নিঃশব্দ হোটেল—এই আটাইবোৰ কথা একেলগে থুপ খাই, চাকনৈয়া হৈ, গৰজি-গুমৰি হেনড্রিকৰ মগজুৰ ভিতৰলৈ সোমাই আহিল। তেওঁ যদি পুৰা এঘণ্টা সময় চিঠি লিখি ·খৰচ নকৰিলেহেঁতেন, তেনেহলে হয়তো এই মুহূৰ্তত তেওঁৰ সাহসৰ নাটনি নপৰিলহেঁতেন। কিন্তু, এতিয়া সেই সাহসৰ তলি উদং হৈ যোৱা যেন লাগিল যদিও তেওঁ জেনতকৈ অলপ কম সাৱধান, তথাপি তেওঁ জেনৰ কথা চিন্তা কৰি আতংকত শিয়ঁৰি উঠিল। তেওঁ খুব ভালকৈ জানে, জেনৰ মনটো কিমান ওখ! মাথোন কেইদিনমানৰ আগতে এই জেনেই তেওঁৰ চকুপানী সৰুৱাইছিল, এবাৰ আশংকাৰ কথা কৈ আৰু নিজৰ ফালৰ পৰা সাৱধান হৈ চলাৰ প্ৰতিশ্ৰুতি দি! তেওঁ ভাবিবলৈ ধৰিলে —এই ডাঙৰ হোটেলবিলাকৰ দীঘলীয়া কৰিড'ৰবোৰ সঁচাকৈয়ে বৰ আপদীয়া! তাৰ মাজত বাট বিচাৰি পাবলৈকে টান! ·· ৰাতিৰ শ্বেম্পেন বটলৰ সঁচাসঁচিকৈয়ে বৰ্‌ড়িয়া নিচা আছিল। ·· যি কোনো নম্বৰ এশ একত্ৰিশ আছিল নে উকা একত্ৰিশ আছিল, মনত ৰখা এনেয়েই টান।··· সকলো সময়তে মনত ৰখা আৰু বেছি টান। বেচেৰা জেন!

হেনড্রিক ল'ৰাজন অতি সাধু স্বভাৱৰ আছিল। অকল সেয়ে নহয়, ৰীতিমতে ন্যায়বুদ্ধিপৰায়ণ আছিল। প্ৰাণ গ'লেও তেওঁ জেনৰ মনত দুখ দিবলৈ অক্ষম। ওঁ-হো, জেনক তেওঁ কোনো কাৰণেই দোষাৰোপ কৰিব নোৱাৰে; কোনো ভুলৰ বাবেই তিৰস্কাৰ কৰিব নোৱাৰে। বেচেৰা হেনড্রিকৰ মগজুটোত তাল-ফাল লগাই যোৱা, বা-মাৰলিয়ে কোবাই যোৱা, হাঁহাকাৰৰ সৃষ্টি কৰি তোলা অগণন চিন্তাৰ সমাধান হৈ গ'ল, হেনড্রিক সেইখিনিৰপৰা মনে মনে আঁতৰি পৰিল, ওপৰ মহলাৰ সেই কোঠাটোলৈ, যিটো কোঠাৰ নম্বৰৰ লগত এই কোঠাটোৰ নম্বৰৰ পাৰ্থক্য মাথোন এশ!



তেওঁ দুৱাৰত টুকুৰিওৱাৰ লগে লগে উত্তৰ আহিল, "সোমাই আহাঁ।"

তাৰ পিচত শুনিবলগীয়া হ'ল, "ক'লৈ গৈছিলা? এতিয়াই আহিম বুলি কৈ দেখোন এঘণ্টা লগাই দিলা?"

"এৰা লিজি! ময়ো চিঠি লিখিবলৈ বহিলোঁগৈ।" হেনড্রিকে উত্তৰ দিলে।

কিন্তু, নিজৰ মাতটো নিজৰ কাণতে আচহুৱা যেন লাগি গ'ল। ধীৰ-স্থিৰ ওলণ্ডাজ ল'ৰাবোৰৰ মাতত কেতিয়াবা কিছুমান বিশেষ পৰিস্থিতিত এই সুৰটো বাজি উঠা প্ৰায়েই পোৱা যায়। এয়া তেনেকুৱা এটা সুযোগ, যি সুযোগে চুৰি কৰিবলৈ নিৰিচৰাজনকো চোৰ কৰি তুলিব খোজে। কাৰণ, চুৰি কৰিবলৈ পাচ হুঁহকিলে হয়তো আটাইতকৈ মূল্যবান বস্তুটোৱেই হেৰাই যোৱাৰ সম্ভাৱনা।

সেই মূল্যবান বস্তুটো হ'ল, প্ৰাণতকৈয়ো আপোন যঁজা-ককায়েকৰ বিশুদ্ধ বিবেক। ভুল কৰি কৰা পাপৰ বিবেক-দংশনৰপৰা তেওঁক ৰক্ষা কৰিবৰ উপায় মাথোন এইটোৱেই। মাজে মাজে এনেকুৱা কিছুমান পৰিস্থিতিৰ উদ্ভৱ হয়, য'ত অতি তীক্ষ্ণ বাস্তৱ-বুদ্ধিৰ প্ৰয়োজন। সাংঘাতিক আৰ্থিক সংকটৰ সময়বোৰত তেনেকুৱা পৰিস্থিতিয়েই দেখা দিয়ে। এতিয়াও তেনেকুৱা এটা সংকটৰেই মুখামুখি হ'বলগীয়া হৈছে—অৱশ্যে, সেই সংকট মুঠেই অৰ্থঘটিত নহয়। হেনড্রিকে নিশ্চয় এই সকলোবোৰ কথা চিন্তা কৰিয়েই সিদ্ধান্ত লৈছিল।

হেনড্রিকে জানিছিল, জেন সদায় পুৱা ছয় বজাতেই লিজি সাৰ পোৱাৰ আগতেই টোপনিৰপৰা উঠে। হেনড্রিকে সেইদিনা পুৱা ছয় বজাতেই শোৱা-পাটি এৰিলে। তেওঁৰ ভাগ্য ভাল, হাতত সাবে ভৰিত সাবে খটখটীয়েদি নামি আহোঁতেই দেখা পালে, জেনে তেওঁৰ মনতে ভাবি ৰখা একত্ৰিশ নম্বৰ কোঠাৰপৰা ওলাই গা ধোৱা ঘৰলৈ খোজ লৈছে। টোপনি-গধুৰ

দোকমোকালিৰ ছঁয়ামন্না পোহৰত ভাঁহি উঠিছিল দুটা ছাঁয়ামূর্তি—খটখটী আৰু কৰিড'ৰৰ ম্লান পোহৰত পায়জামা পিন্ধি থকা এহাল যঁজাৰ ছাঁয়ামূর্তি! এজনে খটখটীৰপৰা দেৱালৰ আঁৰ লৈ জুমি চাইছে; আনজনে গা ধোৱা ঘৰৰ দুৱাৰখন জপাই লৈছে।

অলপ পিচতে, জেন যেতিয়া তেওঁৰ কোঠাত সোমাবলৈ উলটি আহিল, তেতিয়া তেওঁ দেখিবলৈ পালে, দুৱাৰখন ভিতৰৰপৰা শলখা লগাই থোৱা আছে। দুৱাৰত টুকুৰিওৱাৰ লগে লগে, হেনড্রিকৰ ৰুক্ষ কণ্ঠস্বৰ শুনা গ'ল—"উস্! কি আপদ এই ধলপুৱাতেই?"

"হে ভগৱান! এইটো জানো মোৰ কোঠা নহয়?" জেনে চিঞৰি উঠিল।

হেনড্রিকে ভদ্রতা ৰক্ষা কৰি দুৱাৰখন মেলি ভুমুকিয়াই চালে।

"জেন দেখোন? ৰাতিপুৱাই ওলালাঁহি যে!" হেনড্রিকে আচৰিত হোৱাৰ দৰে সুধিলে।

"হেনড্রিক! মই আকৌ ভাবিছিলোঁ—"

"কি ভাবিছিলা?"

"ভাবিছিলোঁ, এইটো আমাৰ কোঠা। মোৰ আৰু লিজিৰ--"

"বৰ্চিয়া ভুল কৰিছাতো!" হেনড্রিকে খাটি অভিনেতাৰ দৰে চকুহাল মোহাৰি হাঁমি এটা মাৰি ক'লে। অলপ বৈ আকৌ ক'লে, "এইটো আমাৰ কোঠাহে। এশ একত্রিশ নম্বৰ। মার্জৰী আৰু মোৰ কোঠা। তোমালোকৰ কোঠাটো ওপৰ-মহলাত আছে।"

"কিন্তু, মই দেখোন খটখটীয়েদি নমাই নাছিলোঁ।" জেনে অবাক লাগি উত্তৰ দিলে।

"জৰুল নামিছিলা। তুমি চাগৈ টোপনিৰ জালত ক'বই নোৱাৰিলা। ওপৰ-মহলালৈ গ'লেই পাবা। নম্বৰটো হ'ল, একত্রিশ। সেইটোহে তোমাৰ আৰু লিজিৰ কোঠা। এইটোততো দেখিছাই, মই আৰু মার্জৰী আছোঁ।"

জেনে মূৰটো খজুৱালে। খটখটীয়েদি ওপৰলৈ উঠি গ'ল। গৈ দেখিলে, সঁচাসঁচিকৈয়ে লিজি তেতিয়াও শুই উঠা নাই—গভীৰ টোপনিত মগ্ন!

ইয়াতকৈ বেছি আৰু একো ঘটা নাছিল। মাথোন সেইদিনাখনৰপৰা হেনড্রিকে বুকুৰ মাজত এটা গোপন কথাৰ বোজা বান্ধি বৈ ফুৰিবলগীয়া হৈছিল। সেই বোজাটো কঢ়িয়াবলগা হৈছিল মাথোন হেনড্রিকে অকলশৰে।



লিজি আৰু মার্জৰীয়ে দৈনন্দিন হাঁহিৰ খোৰাক বিচাৰি পাইছিল। তেওঁলোকৰ দুজন স্বামীৰ অকণো অমিল নথকা চেহেৰাৰপৰা উদ্ভৱ হোৱা বহুতো সৰু সৰু কথাত। তেওঁলোক আৰু জেন কোনেও গম পোৱা নাছিল, ক্রুচেলছৰ সেই নিদাৰুণ ৰাতিৰ এষাৰ গোপন কথা। গম পোৱা নাছিল—সেই নিশা যে ক'ৰবাত কিবা হেৰফেৰ ঘটিছিল! অৱশ্যে, মাথোন এনেখমান হেৰফেৰক আচলতে হেৰফেৰ বুলি নোকোৱাই ভাল। যদিও জীৱনটো তেনেকৈ লব জনাৰ কাৰণেই তেওঁৰ গোপন বোজাৰ ভাৰ ভালেখিনি পাতলিছিল, তথাপি মাথোন হেনড্রিকেই মৰ্মে মৰ্মে অনুভৱ কৰিছিল সেই দুঃসহ ৰাতিৰ স্মৃতিজড়িত বেদনা। তেতিয়াৰেপৰা তেওঁ চাৰিওজনে একেলগে ভ্ৰমণ কৰা অথবা একেটা হোটেলতে ৰাতি কটোৱা যিকোনো প্ৰস্তাৱ অতি সুকৌশলে প্ৰত্যাখ্যান কৰি চলিছিল। কিন্তু, যেতিয়াই মই এই দুয়োহাল দম্পতিক একেলগে কোনোবা ৰেস্তোৰাঁ নাইবা নাটঘৰত লগ পাইছোঁ, তেতিয়াই মোৰ চকুত পৰিছিল, প্ৰত্যেকেই এবাৰ নহয় এবাৰ তেওঁলোকক নোচোৱাকৈ থকা নাই।

তোমালোকে হয়তো মোক প্ৰশ্ন কৰিবা, ইতিহাসৰ এই সঁচা কাহিনীটো মই কেনেকৈ জানিলোঁ? তেনেহলে, কওঁ শুনা। মই মাথোন অনুমান কৰিছিলোঁ। ক'ৰবালৈ একেলগে ভ্ৰমণ কৰাৰ অথবা কোনোবা হোটেলত একেলগে এনিশা কটোৱাৰ কথা উঠিলেই, হেনড্রিকে কিবা নহয় কিবা এটা অসুবিধা উলিয়াবই। কিছুমান সূক্ষ্ম মনস্তাত্বিক বিশ্লেষণ কৰি উঠি, মোৰ অনুমান সন্দেহৰ অতীত বুলি মই নিশ্চিত হৈছিলোঁ।

যেতিয়া জানিলোঁ, মোৰ অনুমান আখৰে আখৰে সঁচা, তেতিয়া মই এই সঁচা কাহিনীটো লিখি পেলালোঁ। মই লিখা আটাইবোৰ ইতিহাসৰ কাহিনী এইদৰেই লিখি আহিছোঁ।

# ভাৰত

**ৰবীন্দ্ৰনাথ ঠাকুৰ**

পৃথিৱীৰ এগৰাকী শ্ৰেষ্ঠ কবিৰ লিখনিনিসৃত এই গল্পটো অকল বঙালী সাহিত্যৰেই নহয়, পৃথিৱীৰ শ্ৰেষ্ঠ গল্পসমূহৰ মাজত এটা। এই গল্পটোৰ ছত্ৰে ছত্ৰে ফুটি উঠিছে মানুহৰ প্ৰতি কবিৰ অপৰিসীম মমতা। হাঁহি-ধেমালিৰ উচ্ছলতাৰে আৰম্ভ কৰা এই গল্পটোৰ উপসংহাৰ অতি করুণ আৰু অশ্ৰুসিক্ত।

## কাবুলীৱালা/ৰবীন্দ্ৰনাথ ঠাকুৰ

মোৰ পাঁচ বছৰীয়া অকণমানি ছোৱালী মিনিয়ে এটা মুহূৰ্তও কথা নোকোৱাকৈ থাকিব নোৱাৰে। পৃথিৱীত জন্মগ্ৰহণ কৰি ভাষা শিকোঁতে তাইৰ মাথোন এটা বছৰহে লাগিছিল। তাৰ পিচৰপৰা যেতিয়ালৈকে সাৰ পাই থাকে তেতিয়ালৈকে এটা মুহূৰ্তও মনে মনে থাকি নষ্ট কৰা নাছিল। তাইৰ মাকে বহুত সময়ত ধমক মাৰি তাইৰ মুখখন জপাই ৰখাব পাৰিছিল। কিন্তু, মই সেই কাম কৰিব নোৱাৰিছিলোঁ। মিনি মনে মনে থাকিলেই তাইক ইমান বেছি অস্বাভাৱিক দেখাইছিল যে, সেই অৱস্থাটো মই বেছি পৰ মুঠেই সহ্য কৰিব নোৱাৰিছিলোঁ। গতিকে, মোৰ লগত তাইৰ কথোপকথন অলপ বেছি উৎসাহেৰেই চলিছিল।

ৰাতিপুৱা মই মোৰ উপন্যাসখনৰ সপ্তদশ অধ্যায়টো লিখিবলৈ লওঁতেই, মিনিয়ে ভুমুকি মাৰিলেহি। আহিয়েই তাই আৰম্ভ কৰি দিলে, "দেউতা, ৰামদয়াল দাৰোৱানে কাউৰীক কৌৱা বুলি কৈছিল। সি একো নেজানে। নহয়নে বাৰু ?"

পৃথিৱীত ভাষাৰ বিভিন্নতা সম্বন্ধে তাইক জ্ঞানদান কৰিবলৈ সাজু হওঁতে নহওঁতেই তাই দ্বিতীয় প্ৰসংগৰ পাতনি মেলিলে, "বুজিছা দেউতা, ভোলাই কৈছিল, আকাশত হেনো হাতী এটাই শুঁৰেৰে পানী সিঁচি দিয়ে—আৰু সেইকাৰণেই হেনো বৰষুণ হয়। এই ভোলাটোৱে যে ইমান মিছা কথাবোৰ ক'ব পাৰে! আমনিও নেলাগে তাৰ, দিনে-ৰাতিয়ে চেলচেলাই থাকে !"

এই সম্বন্ধে মোৰ মতামতৰ বাবে অকণো অপেক্ষা নকৰাকৈয়েই, হঠাৎ তাই প্ৰশ্ন কৰি বহিল, "দেউতা, মা বাৰু তোমাৰ কোন হয় ?"

মনে মনে নিজকে নিজেই ক'লোঁ, আগতে আছিল খুলশালী। মুখেৰে

ফুটাই ক'লোঁ, "মিনি, তই ভোলাৰ লগত ধেমালি কৰগৈ যা। মোৰ এতিয়া কাম আছে।"

তাই তেতিয়া মোৰ মেজখনৰ দাঁতিতে মোৰ ভৰি দুখনৰ কাষত বহি উশাহ-নসলোৱা বেগেৰে 'ইৰিকটি-মিৰিকটি' আওৰাই নিজৰ লগতে নিজেই উমলিবলৈ আৰম্ভ কৰি দিলে। মোৰ উপন্যাসৰ সপ্তদশ অধ্যায়ত প্ৰতাপসিংহই তেতিয়া কাঞ্চনমালাক লগত লৈ অমাৱস্যাৰ ৰাতি কাৰাগাৰৰ উচ্চ বাতায়নৰ পৰা তলেদি প্ৰবাহিত নদীৰ বুকুলৈ জাপ দিবৰ বাবে সাজু হ'ল।

মোৰ পঢ়া-কোঠাটো বাটৰ কাষতে। হঠাৎ দেখিলোঁ, মিনিয়ে তাইৰ 'ইৰিকটি-মিৰিকটি' খেলিবলৈ এৰি খিৰিকীৰ কাষলৈ ঢাপলি মেলিলে। তাই চিঞৰি উঠিল, "কাবুলীৱালা! অ' কাবুলীৱালা!"

বেচ মলিয়ন আৰু জধলা এসাজ কাপোৰ পিন্ধি, মূৰত এটা পাগুৰীৰে সৈতে, কান্ধত এটা টোপোলা আৰু হাতত দুটা নে চাৰিটা আঙুৰৰ বাকচ লৈ এটা বিয়াগোম কাবুলীৱালা লাহে লাহে গহীন খোজেৰে বাটেদি গৈ আছিল। ক'ব নোৱাৰোঁ, তাক দেখা পাই মোৰ ছোৱালীজনীৰ মনত কি ভাব খেলাই গ'ল! তাৰ ফালে চাই তাই কেৱল চিঞৰি চিঞৰি মাতিবলৈ ধৰিলে। মই প্ৰমাদ গণিলোঁ, এতিয়াই কান্ধত টোপোলা লৈ এটা আপদ আহি উপস্থিত হ'বহি! দেখিছো, মোৰ সপ্তদশ অধ্যায়টো লেখা শেষ নহ'ব!

মিনিৰ চিঞৰ শুনি কাবুলীৱালাটোৱে যেতিয়া হাঁহি এটা মাৰি উভতি চালে আৰু আমাৰ ঘৰৰ পিনলৈ সোমাই আহিল, তাই তেতিয়া ভয়তে হাবাথুৰি খাই ভিতৰ-কোঠালৈ দৌৰ মাৰিলে তাৰ পিচত তাই বাহিৰৰ পিনলৈ ভূমুকি মাৰিও নেচালে। তাইৰ মনৰ মাজত অন্ধ বিশ্বাসৰ দৰে এটা ভুল ধাৰণাই বাহ লৈছিল, সেই টোপোলাটোৰ ভিতৰত তাইৰ বয়সৰে ল'ৰা-ছোৱালী দুই-এটা সুমুৱাই আনে!

ইপিনে কাবুলীৱালাটোৱে হাঁহি এটা মাৰি মোক চালাম এটা জনাই ওচৰতে থিয় দিলেহি। ভাবিলোঁ, যদিও প্ৰতাপসিংহ আৰু কাঞ্চনমালাৰ অৱস্থা অতি সাংঘাতিক, তথাপি মানুহটোক ঘৰলৈ মাতি আনি একোৱেই নিকিনাটো মুঠেই ভাল নেদেখি।

কিবাকিবি দুটামান কিনিলোঁ। তাৰ পিচত, দুষাৰমান কথাও পাতিলোঁ। আবদুৰ ৰহমান, ৰুছ, ইংৰাজ প্ৰভৃতিক লৈ সীমান্তৰক্ষানীতি সম্বন্ধে ইটো-সিটো বহুতো গল্প ওলাল।



অৱশেষত, যাবলৈ থিয় হৈ সি মোক সুধিলে, "বাবু, তোমাৰ লড়কী কাঁহা গৈছে?"

মই মিনিৰ মনৰ অমূলক ভয়টো ভাঙি দিবৰ বাবেই তাইক ভিতৰ-কোঠাৰপৰা মতাই অনালোঁ। তাই মোৰ গাতে লিপিট খাই কাবুলীৱালাৰ মুখখন আৰু টোপোলাটোৰ পিনে সন্দেহৰ দৃষ্টিৰে চাই থিয় হৈ ৰ'ল। কাবুলীৱালাই টোপোলাৰ ভিতৰৰপৰা এমুঠি কিচমিচ আৰু খোবানি উলিয়াই লৈ তাইক যাচিলে। তাই কোনোমতেই হাত পাতি নল'লে। বৰং, দুগুণ সন্দেহৰ ভাবেৰে তাই কুচিমুচি মোৰ আঁঠু দুটা সাৱটি ধৰিলে। প্ৰথম পৰিচয়টো এনেকৈয়ে ওৰ পৰিল।

কিছুদিন পিচত এদিন ৰাতিপুৱা কিবা কামত ক'ৰবালৈ যাবলৈ ওলাইছোঁ। দুৱাৰদলি পাৰ হৈয়েই দেখা পালোঁ, বাহিৰৰ বেঞ্চখনত বহি লৈ মোৰ ছোৱালীজনীয়ে লেথাৰি নিছিগাকৈ কথা কৈ গৈছে আৰু তাইৰ ভৰিৰ ওচৰতে বহি কাবুলীৱালাটোৱে তাইৰ কথাবোৰ মুখত এমোকোৱা হাঁহি লৈ শুনি আছে; মাজে মাজে ভঙা-ভঙা বঙালীত দুই-এটা মতামত দিবলৈয়ো পাহৰা নাই। মিনিৰ পাঁচ বছৰীয়া জীৱনৰ অভিজ্ঞতাত দেউতাকৰ বাহিৰে এনেকুৱা ধৈৰ্যবান শ্ৰোতা কেৱল এই কাবুলীৱালাকেই বিচাৰি পাইছে। মোৰ চকুত পৰিল, তাইৰ অকণমানি কোঁচখন কিচমিচ-বাদামেৰে পৰিপূৰ্ণ। মই কাবুলীৱালাক ক'লোঁ, "তাইক এইবোৰ কেলৈ দিছা? এনেকৈ নিদিবা আজিৰপৰা।" তাৰ পিচত, জেপৰপৰা আধলি এটা উলিয়াই তাৰ পিনে আগবঢ়াই দিলোঁ। সি অকণো সংকোচ নকৰাকৈ আধলিটো হাত পাতি ল'লে আৰু টোপোলাটোৰ ভিতৰত সুমুৱাই থ'লে।

ঘৰলৈ উলটি আহি গম পালোঁ, সেই আধলিটো লৈ যোল অনা গোলমাল সৃষ্টি হৈছে!

মিনিৰ মাকে বগা চকচকীয়া ঘূৰণীয়া বস্তুটো লৈ মিনিক চকু পকাই ধৰিলে, "তই এই আধলিটো ক'ত পালি?"

মিনিয়ে উত্তৰ দিলে, "কাবুলীৱালাই দিছে।"

মাকে ক'লে, "কাবুলীৱালাৰপৰা এই আধলিটো ল'বলৈ তোক কিহে পাইছিল।"

মিনিয়ে কন্দনামুৱা হৈ উত্তৰ দিলে, "মই খুজি লোৱা নাই। সি মোক নিজেই যাচি দিছে।"

মই আহি মিনিক তাইৰ আসন্ন বিপদৰপৰা উদ্ধাৰ কৰি বাহিৰলৈ উলিয়াই আনিলোঁ।

জানিব পাৰিলোঁ, কাবুলীৱালাৰ লগত মিনিৰ সেয়া দ্বিতীয় দিনৰ সাক্ষাৎ মুঠেই নহয়। ইতিপূৰ্বে কেইবাদিনো প্ৰায় নিতৌ একোবাৰকৈ আহি সি পেস্তা-বাদামৰ ভেটি খুৱাই মিনিৰ অকণমানি লুভীয়া হৃদয়খনৰ বহু-খিনি অধিকাৰ কৰি লৈছে।

গম পালোঁ, এই দুই বন্ধুৰ মাজত কেইটামান ধৰা-বন্ধা কথা আৰু ৰং-ৰহইচৰ প্ৰচলন আছে। দৃষ্টান্তস্বৰূপে, ৰহমতক দেখা পোৱাৰ লগে লগে মোৰ ছোৱালীজনীয়ে হাঁহি হাঁহি সোধে, "কাবুলীৱালা! অ' কাবুলীৱালা! তোমাৰ সেই টোপোলাটোৰ ভিতৰত কি আছে?"

ৰহমতে এটা অনাৱশ্যকীয় চন্দ্ৰবিন্দু যোগ কৰি হাঁহি হাঁহি উত্তৰ দিয়ে, "হাঁতী!"

অৰ্থাৎ তাৰ টোপোলাৰ ভিতৰত এটা হাতী আছে, এয়েই তাৰ ধেমেলীয়া কথাৰ গোটেইটো থুনুপাক! বৰ বেছি সূক্ষ্ম বুলি ক'ব নোৱাৰি; তথাপি এইকণ ধেমেলীয়া কথাতে দুয়ো ৰসৰ নিজৰা বিচাৰি পায়। আৰু, শৰতকালৰ ৰাতিপুৱা এটি বয়স্ক আৰু এটি অপ্ৰাপ্তবয়স্ক শিশুৰ মুখৰ দুমোকোৱা সৰল হাঁহি দেখা-পাই মোৰ মনটোও ফৰকাল হৈ উঠে।

সিহঁতৰ মাজত আৰু এবিধ কথাৰ প্ৰচলন আছিল। ৰহমতে মিনিক কয়, "খোঁখী, তোমি চছুৰবাড়ি কভী নাহি যাবে হেঁ!"

বঙালীৰ ঘৰৰ ছোৱালী ওপজা দিনাখনৰেপৰা 'শ্বশুৰবাড়ি' শব্দটোৰ লগত পৰিচিত। কিন্তু আমাৰ ঘৰখন অলপ আধুনিক ধৰণৰ হোৱাৰ বাবেই, আমাৰ শিশু-কন্যাক শহুৰৰ ঘৰৰ বিষয়ে সজ্ঞান কৰি তোলা হোৱা নাছিল। গতিকে, তাই ৰহমতৰ অনুৰোধটো পৰিষ্কাৰকৈ বুজিব নোৱাৰিছিল। তথাপি, কোনো কথাৰেই উত্তৰ নিদিয়াকৈ মনে মনে থকাটো যিহেতু তাইৰ স্বভাৱবিৰুদ্ধ, সেইবাবে তাই ওলোটাই প্ৰশ্ন কৰি বহে, "তুমি যাবা নেকি শ্বশুৰবাড়িলৈ?"

ৰহমতে কাল্পনিক শহুৰৰ প্ৰতি বিৰাট এটা ঘোচা দাঙি দেখুৱাই উত্তৰ দিয়ে, "হামি চছুৰকে জান মাৰেগা।"

কথাষাৰ শুনি 'শ্বশুৰ' নামৰ সেই আচহুৱা প্ৰাণীটোৰ দুৰৱস্থা কল্পনা কৰি মিনিয়ে খিলখিলকৈ হাঁহি উঠে।

এতিয়া শুভ্ৰ শৰতকাল। তাহানিখন এনেকুৱা সময়তেই ৰজা-মহাৰজা



সকলে দিগ্‌বিজয় কৰিবলৈ ওলাইছিল। মই কলিকতা এৰি কেতিয়াও ক'লৈকো গৈ পোৱা নাই। বোধকৰোঁ সেইবাবেই মোৰ মনটোৱে গোটেইখন পৃথিৱী কল্পনাতে ভ্ৰমণ কৰি ফুৰে। মই যেন মোৰ ঘৰৰ ভিতৰতে এক চিৰপ্ৰবাসী; বাহিৰৰ পৃথিৱীখনৰ প্ৰতি মোৰ মন সদায় আকলুৱা হৈ থাকে। কোনোবা বিদেশৰ নাম শুনিলেই মোৰ মনে পাখি মেলি উৰি যাব খোজে। ঠিক তেনেকৈয়ে, কোনোবা বিদেশী মানুহ দেখা পালেই মোৰ মনত নদী, পাহাৰ আৰু অৰণ্যৰ মাজত এটি কুটিৰৰ দৃশ্য ভাঁহি উঠে; আৰু এক উচ্ছল স্বাধীন জীৱনযাত্ৰাৰ কথা কল্পনাতে জাগি উঠে।

আনহাতে, মোৰ প্ৰকৃতিটো এনেকুৱা গছৰ মূঢ়াৰ দৰে যে, ঘৰ এৰি বাহিৰলৈ ওলাবলৈ গ'লেই মূৰত বজ্ৰপাত হ'ব খোজে। এইবোৰ কাৰণতে, ৰাতিপুৱাৰ সময়খিনি মোৰ সৰু কোঠাটোৰ মেজখনৰ সমুখত বহি এই কাবুলীৱালাটোৰ লগত গল্প কৰিবলৈ পালেই ভ্ৰমণৰ হেঁপাহ পৰিপূৰ্ণ হৈ উঠা যেন পাওঁ। দুয়োকাষে ওখোৱা-মোখোৱা আৰু ৰ'দে পোৱা তেজ-ৰঙচুৱা পাহাৰৰ লানি, মাজেদি সংকীৰ্ণ মৰুপথ খচকি পিঠিত বোজা লৈ গৈ আছে উটৰ কাৰাভান। পাগুৰী পিন্ধা বণিক আৰু পথিকৰ দলৰ কোনোবা যায় উটৰ পিঠিত, কোনোবা যায় খোজকাঢ়ি; কাৰোবাৰ হাতত থাকে যাঠি, কাৰোবাৰ হাতত থাকে পুৰণিকলীয়া খজা-বন্দুক— কাবুলীৱালাই তাৰ মেঘৰ দৰে গম্ভীৰ মাতেৰে ভঙা-ভঙা বঙালীত স্বদেশৰ গল্প শুনায়। আৰু, মোৰ চকুৰ সমুখেদি পাৰ হৈ যায় এনেকুৱা একোখন ছবি।

মিনিৰ মাকৰ ভয়টো অলপ বেছি। বাটৰ ক'ৰবাত কিহবাৰ শব্দ এটা হ'লেই তেওঁৰ ধাৰণা হয়, সেয়া বোধকৰোঁ পৃথিৱীৰ আটাইবোৰ মদপী আমাৰ ঘৰৰ পিনেই দৌৰি আহিছে! এই পৃথিৱীৰ গোটেইখনতে যে চোৰ, ডকাইত, মদপী, সাপ, বাঘ, মেলেৰিয়া, শুৱৰুৱা, পঁইতাচোৰা আৰু গোৰা-চিপাহীৰে ঠাঁহ খাই আছে, এনে এটা ধাৰণাৰ বিভীষিকা ইমানদিন— অৱশ্যে খুব বেছিদিন নহয়—এই পৃথিৱীত বাস কৰাৰ পিচতো তেওঁৰ মনৰ পৰা আঁতৰ হোৱা নাই।

ৰহমত কাবুলীৱালা সম্পৰ্কে তেওঁ মুঠেই নিঃসংশয় হ'ব পৰা নাছিল। তাৰ প্ৰতি বিশেষ দৃষ্টি ৰাখিবৰ বাবে তেওঁ মোক বহুবাৰ সকীয়াই দিছিল। মই তেওঁৰ সন্দেহ হাঁহি উৰাই দিবৰ চেষ্টা কৰিলত, তেওঁ মোক কেইবাটাও প্ৰশ্ন কৰিছিল, "কাহানিও কাৰো ল'ৰা-ছোৱালী চুৰি নহয় নেকি? কাবুলত জানো দাস-ব্যৱসায়ৰ চলন্তি নাই? এটা বিয়াগোম

কাবুলীৰ পক্ষে অকণমান ল'ৰা এটা চুৰি কৰি লৈ যোৱাটো জানো একেবাৰে অসম্ভৱ ?"

মই স্বীকাৰ কৰিবলৈ বাধ্য হ'লোঁ, কথাষাৰ অৱশ্যে অসম্ভৱ নহয় —কিন্তু অবিশ্বাস্য। বিশ্বাস কৰিবৰ শক্তি সকলোৰে ক্ষেত্ৰত সমান নহয়। সেইবাবেই, মোৰ পৰিবাৰৰ মনত ভয় এটা ৰৈ গ'ল। কিন্তু, সেইবুলিয়েই মই বিনা দোষতে ৰহমতক আমাৰ ঘৰলৈ অহাটো নিষেধ কৰিব নোৱাৰিলোঁ।

প্ৰত্যেক বছৰেই মাঘ মাহৰ মাজডোখৰতে ৰহমত দেশলৈ যায়। এই সময়ছোৱাত ধৰুৱাবিলাকৰপৰা টকা-পইচা আদায় কৰাত সি অতি ব্যস্ত হৈ থাকে। ঘৰে ঘৰে গৈ টকা সাধি ফুৰিবলগীয়া হয়। তাৰ মাজতো নিতৌ একোবাৰকৈ মিনিক দেখা দি যায়হি। দেখিলে সঁচাসঁচিকৈয়ে ধাৰণা হয়, দুয়োৰে মাজত যেন কিবা এক ষড়যন্ত্ৰ চলিছে। যিদিনা সি পুৱাৰ ফাললৈ আহিব নোৱাৰে, সেইদিনা গধূলি ওলায়হি। আন্ধাৰত ঘৰৰ এচুকত জলহু চোলা-পায়জামা পিন্ধা সেই ওখ আৰু হটঙা কাবুলীটো দেখিলে সঁচাসঁচিকৈয়ে মনৰ ভিতৰত আশংকা জাগি উঠে। কিন্তু যেতিয়া দেখোঁ, মিনিয়ে "কাবুলীৱালা, অ' কাবুলীৱালা" বুলি হাঁহি হাঁহি দৌৰি ওলাই আহে আৰু বয়সৰ কোনো মিল নথকা দুজন বন্ধুৰ মাজত সৰল হাঁহি-ধেমালিৰ আভাস থকা পুৰণি হৈ অহা ঠাট্টা-মস্কৰাবোৰ চলিবলৈ আৰম্ভ কৰে, তেতিয়া মোৰ গোটেই হৃদয় প্ৰসন্ন হৈ উঠে।

এদিন ৰাতিপুৱা মোৰ সৰু কোঠাটোত বহি 'প্ৰুফছিট' শুধৰাই আছোঁ। দুদিনমানৰপৰা জাৰটো যাবলৈ ওলোৱাৰ আগতে বৰ বেছি হাড়-মূৰ কঁপাই নিয়া বিধৰ হৈ উঠিছে। খিৰিকীয়েদি পুৱাৰ ৰ'দ একাঁজলি সোমাই আহি মেজৰ তলত থকা মোৰ ভৰি দুখনৰ ওপৰত পৰিছে। তাৰ উমখিনি পাই মনটো মধুৰ হৈ উঠিছে। তেতিয়া বোধকৰোঁ আঠমান বাজিছে। কাৰণ, মূৰত গলাবন্ধ মেৰিয়াই প্ৰভাত-ভ্ৰমণ কৰা উষাচৰসকলৰ প্ৰায় প্ৰত্যেকেই ঘৰলৈ উভতি আহিছে। এনেতে কাণত পৰিল, বাটত কিহবাৰ বিৰাট চিঞৰ-বাখৰ।

মূৰ তুলি চাই দেখিলোঁ, আমাৰ ৰহমতক দুজন পুলিচে বান্ধি আনিছে— পাচে পাচে এদল ৰং চাবলৈ অহা ল'ৰা-ছোৱালী। ৰহমতৰ কাপোৰত তেজৰ দাগ আৰু এজন পুলিচৰ হাতত এখন তেজ লাগি থকা ছুৰী। মই পদূলিমুখলৈ ওলাই গৈ পুলিচ দুজনক ৰখাই সুধিলোঁ, ঘটনাটো কি!



আধাডোখৰ পুলিচৰ মুখৰপৰা আৰু আধাডোখৰ ৰহমতৰ মুখৰপৰা শুনি বুজিব পাৰিলোঁ, আমাৰে ওচৰ-চুবুৰীয়া কোনোবা এজন মানুহে ৰহমতৰ পৰা এখন ৰামপুৰী চাদৰ কিনিছিল—বাকীকৈ। কিন্তু, সেই মানুহজনে বাকী দিবলৈ নাই বুলি কৈ মিছা মাতিলত, দুয়োৰো মাজত কাজিয়া হ'ল। খঙৰ ভমকত ৰহমতে তাৰ গাত ছুৰী বহুৱাই দিলে।

ৰহমতে সেই মিছলীয়াটোৰ উদ্দেশ্যে অশ্ৰাব্য কেইষাৰমান গালি পাৰিবলৈ লওঁতেই, 'কাবুলীৱালা, অ' কাবুলীৱালা' বুলি চিঞৰি-চিঞৰি মিনি ঘৰৰ ভিতৰৰ পৰা ওলাই আহি পদূলিমুখ পালেহি।

মুহূৰ্তৰ ভিতৰতে ৰহমতৰ মুখখন ধেমেলীয়া হাঁহিৰে উপচি উঠিল। তাৰ কান্ধত টোপোলাটো নাছিল ; গতিকে, টোপোলাটো সম্বন্ধে সিহঁতৰ অভ্যস্ত আলোচনাৰ সুযোগ নঘটিল। মিনিয়ে পোনছাটেই সুধি বহিল, "তুমি শ্বশুৰ বাড়িলৈ যোৱা নেকি ?"

ৰহমতে হাঁহি এটা মাৰি ক'লে, "হু, তাতেই যাইছোঁ।"

সি যেতিয়া দেখিলে তাৰ উত্তৰটোৱে মিনিৰ হাঁহিৰ খোৰাক যোগাব নোৱাৰিলে, তেতিয়া সি হাত দুখন দেখুৱাই ক'লে, "চছুৰকে কি ৰকম মাৰিব ? হাত বন্ধা আছে—কি কৰিব ?"

সাংঘাতিক জখম কৰাৰ অপৰাধত ৰহমতৰ কেইবছৰমানৰ কাৰাদণ্ড হ'ল।

তাৰ কথা লাহে লাহে পাহৰি আহিলোঁ। আমি যেতিয়া নিজৰ ঘৰত বাস কৰি দৈনন্দিন কামৰ মাজেদি দিনৰ পিচত দিন ক'ৰ নোৱাৰাকৈয়ে কটাই দিছিলোঁ, তেতিয়া পৰ্বতৰ অধিবাসী এজন স্বাধীন পুৰুষে কাৰাগাৰৰ চাৰি দেৱালৰ মাজত বছৰৰ পিচত বছৰ কেনেকৈ যে কটাবলগীয়া হৈছিল, সেই কথা আমাৰ মনত উদয়েই হোৱা নাছিল।

চঞ্চলা মিনিৰ আচৰণ যে অতি লাজ-লগা হৈছিল, সেই কথা তাইৰ দেউতাকেও স্বীকাৰ কৰিব লাগিব। তাই অতি অনায়াসে তাইৰ পুৰণি বন্ধুক পাহৰি প্ৰথমতে নবী নামৰ ঘোঁৰা-চহিচটোৰ লগত বন্ধুতা পাতিলে। তাৰ পিচত লাহে লাহে তাইৰ বয়স যিমান বাঢ়ি আহিল, সিমানে তাইৰ এটি এটিকৈ সখাৰ সলনি সখীৰ আবিৰ্ভাৱ হ'বলৈ ধৰিলে। এতিয়া আনকি তাইৰ দেউতাকৰ পঢ়া-কোঠাটোতে ভৰিৰ ধূলি নপৰা হৈ আহিল। শেষত এনে হ'লগৈ, যেন তাইৰ লগত মোৰ কোনো সম্পৰ্কই নাই।

বহুতো বছৰ পাৰ হৈ গ'ল। আকৌ এটা শৰতকাল পৰিছে। মোৰ

মিনিৰ বিয়াৰ যো-জা চলিছে। পূজাৰ ছুটীতেই তাইৰ বিয়াখন হোৱাৰ কথা। কৈলাসবাসিনীৰ লগতে মোৰ ঘৰৰ আনন্দময়ীয়েও পিতৃভৱন অন্ধকাৰ কৰি থৈ পতিগৃহলৈ যাত্ৰা কৰিব।

পুৱাটো অতি ফৰকাল যেন লাগিছে। বৰ্ষাৰ পিচত শৰতৰ এই ন-কৈ গা ধুই উঠা ৰ'দচেৰেঙাত সুৱাগ-চৰোৱা সোণৰ ৰঙৰ আভা লাগিছে। কলিকতাৰ গলিৰ ভিতৰত মলিন আৰু থেপাথেপিকৈ থকা ইটাৰ ঘৰবিলাকতো সেই ৰ'দৰ চিটিকণিয়ে অপৰূপ ৰূপ-লাৱণ্য বিস্তাৰ কৰিছে।

মোৰ ঘৰত আজি পুৱে বগাডাঁৰ দিয়াৰ আগৰেপৰা চানাই বাজিবলৈ আৰম্ভ কৰিছে। সেই বাঁহীটো যেন মোৰ বুকুৰ পঞ্জৰৰ হাড়ৰ মাজৰপৰা উচুপি উচুপি বাজি উঠিছে। করুণ ভৈৰৱী ৰাগিণীৰে তাৰ সুৰটোৱে মোৰ আসন্ন বিচ্ছেদৰ ব্যথাক শৰতৰ ৰ'দৰ লগত মিহলি কৰি গোটেই পৃথিৱীতে বিয়পাই দিছে। আজি মোৰ মিনিৰ বিবাহ।

পুৱাৰপৰাই উখলমাখল লাগিছে। মানুহৰ সমাগম হৈছে, চোতালত বাঁহৰ খুটা পুতি চন্দ্ৰতাঁপ তৰিবলৈ লৈছে; ঘৰৰ প্ৰতিটো কোঠা আৰু বাৰাণ্ডাত আতচ-কাঁচ লগোৱা লণ্ঠন ওলোমাবলৈ লোৱাৰ ঠুং-ঠাং শব্দবোৰ শুনা গৈছে। চিঞৰ-বাখৰ, হাই-উৰুমিৰ সীমা নাইকিয়া হৈছে।

মই মোৰ পঢ়া-কোঠাত বহি হিচাব-পত্ৰ চাইছোঁ। এনেতে ৰহমত আহি চালাম এটা কৰি থিয় দিলেহি।

প্ৰথমতে মই তাক চিনিব পৰা নাছিলোঁ। তাৰ সেই চিনাকি টোপোলাটো নাই। দীঘল চুলিকোছাও নাই। শৰীৰত আগৰ নিচিনা তেজো নাই। অৱশেষত তাৰ মুখৰ হাঁহিটো দেখি মই তাক চিনি পালোঁ।

সুধিলোঁ, "ৰহমত নেকি, কেতিয়া আহিলা?"

সি উত্তৰ দিলে, "কালি গধূলি জেলৰপৰা খালাচ পাইছোঁ।"

কথাষাৰ শুনিয়েই মোৰ কাণ দুখন সোঁ-সোঁৱাই গ'ল। কোনো খুনীকেই মই কাহানিও মুখামুখিকৈ লগ পোৱা নাই। ইয়াক দেখি মোৰ বুকুখন যেন কোঁচ খাই গ'ল। মই ভাবিবলৈ ধৰিলোঁ, আজিৰ এই শুভদিনত এই মানুহটোক ইয়াৰপৰা আঁতৰাই পঠাব পাৰিলেই ৰক্ষা পৰোঁ।

মই তাক কলোঁ, "আজি আমাৰ ঘৰত এটা কাম আছে। গতিকে, মই অলপ ব্যস্ত হৈ আছোঁ। তুমি আজি যোৱাঁগৈ।"

কথাষাৰ শুনাৰ লগে লগে সি গুচি যাবলৈ সাজু হ'ল। দুৱাৰদলিৰ ওচৰ পায়েই সি মূৰটো খজুৱাই ক'লে, "খোঁথীক এবাৰ লগ পাব খুজিছিলোঁ।"



তাৰ মনত বোধকৰোঁ ধাৰণা আছিল, মিনি সেই তাহানিখনৰ দৰেই আছে! সি যেন আশা কৰিছিল, মিনিয়ে আকৌ সেই পুৰণি দিনবোৰৰ দৰেই 'কাবুলীৱালা, অ' কাবুলীৱালা' বুলি ঢপলিয়াই আহিব; সিহঁতৰ সেই পুৰণি দিনৰ ৰং-ৰহইচৰ কথাবোৰ কোনো সলনি নোহোৱাকৈ আকৌ ওলাব! পুৰণি দিনৰ বন্ধুত্বৰ কথা সুঁৱৰিয়েই সি এবাকচ আঙুৰ আৰু কাগজত মেৰিয়াই কেইটামান কিচমিচ আৰু বাদামো লৈ আহিছিল। হয়তো কোনোবা স্বদেশীয় বন্ধুৰপৰা খুজি আনিছিল! তাৰ নিজৰ টোপোলাটো আজি নাই।

মই ক'লোঁ, "আজি ঘৰত কাম হৈ আছে। আজি আৰু কাৰোৰেই লগত দেখা নহ'ব।"

সি যেন অলপ ক্ষুণ্ণ হৈ পৰিল। থৰ লাগি থিয় হৈ সি এবাৰ স্থিৰ দৃষ্টিৰে মোৰ মুখৰ পিনে চাই, 'বাবু, চালাম' বুলি দুৱাৰদলিটো পাৰ হৈ যাবলৈ ধৰিলে।

মোৰ মনটোত কিবা এটা দুখ লাগি গ'ল। তাক ঘূৰাই মাতিব খোজোঁতেই, সি নিজেই উলটি আহিল।

ওচৰলৈ আহি ক'লে, "এয়া অলপ আঙুৰ আৰু দুটামান কিচমিচ-বাদাম খোঁথীৰ কাৰণে আনিছিলোঁ—তাইক দিব।"

বস্তুখিনি লৈ উঠি, তাক দামটো দিব খোজোঁতেই, সি মোৰ হাতখন সাৱটি ধৰি ক'লে, "আপোনাৰ বহুত দয়া। মোৰ সদায় মনত থাকিব এই দয়াৰ কথা। মোক পইচা নিদিব।—"

"বাবু, আপোনাৰ যেনেকুৱা এটা লড়কী আছে, দেশত মোৰো তেনেকুৱা এটা লড়কী আছে। তাইৰ মুখখন মনত পেলায়েই আপোনাৰ খোঁথীৰ কাৰণে অলপ আপেল আখৰোট্ লৈ আহোঁ। মইতো বিক্ৰী কৰিবলৈ নাহোঁ।"

এইবুলি কৈয়েই সি তাৰ মস্ত জলহু চোলাটোৰ ভিতৰলৈ হাতখন সুমুৱাই বুকুৰ ওচৰৰ ক'ৰবাৰপৰা এখিলা জৰাজীৰ্ণ কাগজ উলিয়াই আনিলে। তাৰ পিচত, আলফুলকৈ ভাঁজবোৰ ভাঙি কাগজখিলা মোৰ মেজৰ ওপৰত দুয়ো হাতেৰে মেলি ধৰিলে।

দেখিলোঁ, কাগজখিলাত এখন অকণমানি হাতৰ চাপ। কোনো ফটোগ্ৰাফ নহয়, আঁকা ছবিও নহয়; হাতত অলপ কাজল সানি কাগজৰ ওপৰত মাথোন হেঁচা মাৰি লোৱা এটি চিন। জীয়েকৰ এই সোঁৱৰণী-চিন অকণকে বুকুত বান্ধি ৰহমত প্ৰত্যেক বছৰেই কলিকতালৈ আহে, আপেল বেচিবলৈ। সেই অকণমানি হাতখনৰ কোমল পৰশৰ ছাপটোৱেই তাৰ বিৰাট প্ৰবাসী হৃদয়খনত সুধাৰ ফল্গু সঞ্চাৰিত কৰি ৰাখে।

মোৰ চকুহাল আপোনাআপুনি চলচলীয়া হৈ আহিল। সি যে সাধাৰণ এজন কাবুলী ফলৰ ফেৰীৱালা আৰু মই যে এজন বঙালী সম্ভ্রান্ত লোক— সেই ব্যৱধানৰ কথা পাহৰি গ'লোঁ। মই অনুভৱ কৰিলোঁ, তাৰ আৰু মোৰ মাজত কোনো পাৰ্থক্য নাই; সিও এক পিতা, ময়ো এজন পিতা। তাৰ কোনোবা পাৰ্বত্য-কুটিৰত থকা ক্ষুদ্র পাৰ্বতীজনীৰ সেই হাতৰ চাপটোৱে মোৰ মিনিৰ কথা সোঁৱৰাই দিলে। তৎক্ষণাৎ মই মিনিক ভিতৰ-কোঠাৰপৰা মাতি পঠিয়ালোঁ। এই কথা লৈ মহিলা-মহলত বহুত আপত্তি উঠিল। কিন্তু, মই কোনো আপত্তিকেই গ্ৰাহ্য নকৰিলোঁ। কপালত চন্দনৰ প্ৰলেপ আৰু দেহত কইনাৰ সাজ পিন্ধি মিনি আহি লাজ-লাজকৈ মোৰ ওচৰত থিয় দিলেহি।

তাইক দেখি কাবুলীৱালাটো থতমত খাই গ'ল। সিহঁতে সিহঁতৰ পুৰণি ৰং-ৰহইচৰ কথা উলিয়াব নোৱাৰিলে। অৱশেষত, সি হাঁহি এটা মাৰি ক'লে, "খোঁখী, তুমি চছুৰবাড়ি যাবা?"

মিনিয়ে এতিয়া 'শ্বশুৰবাড়ি'ৰ অৰ্থ বুজি পায়। গতিকে, তাই আগৰ দৰে একো উত্তৰ দিব নোৱাৰিলে—মাথোন লাজত ৰঙাছিঙা পৰি মুখখন ঘূৰালে। কাবুলীৱালাৰ লগত প্ৰথম যিদিনা দেখা হৈছিল, মোৰ সেই দিনটোৰ কথা মনত পৰি গ'ল। মনটো কিবা এক অজান দুখেৰে উপচি উঠিল।

মিনি ভিতৰলৈ উভতি যোৱাৰ পিচত, ৰহমতে এটা দীঘল হুমুনিয়াহ কাঢ়ি মাটিত বহি পৰিল। হঠাৎ সি স্পষ্টকৈ বুজি পালে, তাৰ ছোৱালীজনীও ইতিমধ্যে এনেকুৱাকৈয়ে ডাঙৰ হৈছে! তাইৰ লগতো নতুনকৈ সম্বন্ধ পাতি নতুন বিষয়ৰ কথা উলিয়াব লাগিব—তাইকতো সি তাহানিখনৰ ৰূপত বিচাৰি নেপায়! এই সুদীৰ্ঘ আঠ বছৰৰ ভিতৰত তাইৰ বা কি ঘটিছে, কোনে ক'ব পাৰে। শৰতকালৰ পুৱাৰ কোমল ৰ'দৰ বোকোচাত উঠি চানাইৰ সুৰবোৰ ভাঁহি যাবলৈ ধৰিলে। ৰহমতে কলিকতাৰ এটা গলিৰ ভিতৰত বহি আফগানিস্থানৰ কোনোবা এটা সৰু পৰ্বতৰ দৃশ্য দেখিবলৈ ধৰিলে।

মই তাৰ হাতত এখন এশটকীয়া নোট তুলি দিলোঁ। ক'লোঁ, "ৰহমত, তোমাৰ দেশত থকা তোমাৰ ছোৱালীজনীৰ ওচৰলৈ উলটি যোৱাঁগৈ। তোমালোকৰ মিলন-সুখত মোৰ মিনিৰ কল্যাণ হওক!"

এই টকাকেইটা দান কৰাৰ পিচত, হিচাবৰপৰা উৎসৱৰ দুই-চাৰিটা অংগ বাদ দিবলগীয়া হ'ল। আগতে হিচাবত ধৰি থোৱাৰ দৰে জাকজমককৈ বিজুলী-চাকি জ্বলাব নোৱাৰিলোঁ; বেণ্ড-পাৰ্টিও আনিবলৈ নহ'ল। ভিতৰৰ পিনে তিৰোতা-মহলত অলপ অসন্তোষৰ গুঞ্জন নুঠাকৈ নেথাকিল। কিন্তু, মংগল-আলোকৰ পোহৰত মোৰ শুভ উৎসৱ উজ্জ্বল হৈ উঠিল।

---